অন্তৰ্ভাৰতীয় পুস্তক মালা

# শামুকৰ পেটত মুকুতা

বোধিসত্ত্ব মৈত্রেয়

অনুবাদ

ড° লক্ষ্মীনন্দন বৰা



নেছনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া

# পাতনি

1865 খৃষ্টাব্দত প্ৰকাশিত বঙ্কিমচন্দ্ৰৰ দুৰ্গেশনন্দিনীয়েই বাংলা উপন্যাসৰ সূচনা কৰে। পৰৱৰ্তী উনৈশ শতিকাটোৱেই বঙ্কিমযুগ। সৰু-ডাঙৰ মিলাই বঙ্কিমচন্দ্ৰৰ উপন্যাসৰ সংখ্যা চৈধ্য। উনৈশ শতিকাৰ শেষ ভাগৰ আৰু কুৰি শতিকাৰ আগ ভাগৰ বহু উপন্যাসক এই উপন্যাসসমূহে প্ৰভাৱান্বিত কৰিছিল। ৰমেশচন্দ্ৰ আদি লেখক সম্পূৰ্ণভাৱে বঙ্কিম-অনুসাৰী আছিল।

বঙ্কিমচন্দ্ৰৰ বহুতো উপন্যাস বুৰঞ্জীমূলক। কাহিনীও লৈছে বুৰঞ্জীৰ পৰাহে। চৰিত্ৰও বুৰঞ্জীমূলক। পটভূমি হ'ল বুৰঞ্জীৰ বিষয়ীভূত অতীতৰ ৰাজস্থান আৰু বঙ্গদেশ। পাত্ৰ-পাত্ৰীৰ অধিকাংশই ৰজা-বাদছাহ-জমিদাৰ। নাইবা সন্ন্যাসী-কাপালিক। কাহিনী ভাগত অলৌকিক ঘটনাৰ অভাৱ নাই। বঙ্কিমচন্দ্ৰই ডাঙৰ ডাঙৰ মানুহৰ কথা কৈছে। কিন্তু এই ডাঙৰ মানুহবোৰৰ মাজত বঙ্কিমচন্দ্ৰই আবিষ্কাৰ কৰিছে দেহগত পিপাসাৰ লগতে মহান আদৰ্শৰ দ্বন্দ্ব। এইবোৰ উধৰ পৰা মূধলৈকে কল্পনাশ্ৰয়ী ৰোমাণ্টিক উপন্যাস। বঙ্কিমচন্দ্ৰৰ সামাজিক উপন্যাসসমূহৰ পাত্ৰ-পাত্ৰী হ'ল—উনৈশ শতিকাৰ উচ্চ আৰু মধ্যবিত্ত বঙালী সমাজৰ নাৰী-পুৰুষ। তেওঁলোকৰ মানসিকতা, আচাৰ-ব্যৱহাৰ, প্ৰেম-প্ৰীতি, বিৰহ-মিলন আৰু সুখ-দুখৰ ছবি বঙ্কিমচন্দ্ৰৰ সামাজিক উপন্যাসত পোৱা যায়।

বঙ্কিমচন্দ্ৰই তেওঁৰ উপন্যাসসমূহত কাহিনীবিন্যাসত, চৰিত্ৰসৃষ্টিত আৰু মানব-চিত্ৰৰ গভীৰ গোপন ৰহস্য উদ্ঘাটনত অসাধাৰণ কৃতিত্বৰ পৰিচয় দিছে। সেই কাৰণেই এই ৰচনাসমূহ সেই যুগৰ শ্ৰেষ্ঠ সাহিত্যকীৰ্তি হিচাপে চিহ্নিত হৈছে।

বঙ্কিমচন্দ্ৰৰ পাছত বংলা উপন্যাসৰ ধ্ৰুব সাহিত্য কৃতিৰ পৰিচয় পোৱা যায় ৰবীন্দ্ৰনাথত। ৰবীন্দ্ৰনাথে বাংলা উপন্যাসত যুগান্তৰ আনিলে। কুৰি শতিকাৰ পহিলা ভাগত প্ৰকাশিত হ'ল 'চোখেৰ বালি' (1903)। ইয়াৰ আগতে প্ৰণয়ন কৰা দুখন উপন্যাসত অৰ্থাৎ 'বৌঠাকুৰাণী' আৰু 'ৰাজৰ্ষি'ত বঙ্কিমচন্দ্ৰৰ প্ৰভাৱ অস্পষ্ট নহয়। তথাপিও তাত নতুনত্ব আছিল। সেয়ে হ'ল, 'ঘৰৰ ঘনিষ্ঠ কথা'। এনে কথা বঙ্কিমে বৰ্ণনা কৰা নাছিল। 'চোখেৰ বালি' নামৰ উপন্যাসত ৰবীন্দ্ৰনাথে কল্পনাশ্ৰয়ী ৰোমান্তিক পথ পৰিহাৰ কৰি বাস্তৱৰ ফালে

মনোনিবেশ কৰিলে। এই উপন্যাসৰ পাত্ৰ-পাত্ৰী মধ্যবিত্ত বঙালী সমাজৰ। ৰিয়েলিষ্টিক এপ্ৰোচৰ বা বাস্তৱৰ সাৰ্থক আৰু শ্ৰেষ্ঠ প্ৰয়োগৰ দৃষ্টান্ত হ'ল তেওঁৰ 'গোৰা' নামৰ উপন্যাস (1909)। সেই সময়ৰ বঙালী সমাজৰ মূল সমস্যাসমূহ দেখুৱাবৰ কাৰণেই 'গোৰা'ৰ প্ৰত্যেকটো চৰিত্ৰ সৃষ্টি কৰা হ'ল। সেইদৰে 'গোৰা'ৰ কাহিনীও জীৱনধৰ্মী। 'গোৰা' ৰবীন্দ্ৰনাথৰ তথা সমগ্ৰ বাংলা সাহিত্যৰে এখন মহান উপন্যাস।

'গোৰা'ৰ পাচত ৰবীন্দ্ৰনাথে আৰু পাঁচখন উপন্যাস লিখিছে। প্ৰত্যেকখন উপন্যাসৰ ভেটি ৰিয়েলিষ্টিক, কাহিনী জীৱনধৰ্মী। প্ৰত্যেকখন উপন্যাসেই ৰবীন্দ্ৰশিল্পকৰ্মৰ ন ন প্ৰকাশ। কাহিনী-বিন্যাসত সমাজৰ বিভিন্ন সমস্যাৰ ইঙ্গিত দিয়া আৰু তাৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া বিভিন্ন চৰিত্ৰৰ মাধ্যমেৰে পৰিস্ফুট কৰা ৰবীন্দ্ৰনাথৰ উপন্যাসৰ অন্যতম বৈশিষ্ট্য। লগতে মনোবিশ্লেষণৰ বুদ্ধিদীপ্ত টনা-আজোৰাও। দৈনন্দিন জীৱনৰ বাস্তৱ কথাবিলাক কাব্যৰ কল্পলোকলৈ উত্তৰণ কৰোৱাৰ বিশেষ ৰীতিটো বাংলা সাহিত্যত প্ৰশংসনীয় প্ৰচেষ্টা হিচাবে আজিও একক আৰু অনন্যসাধাৰণ দৃষ্টান্ত হৈয়ে আছে।

ৰবীন্দ্ৰনাথ আৰু শৰৎচন্দ্ৰ প্ৰায় সমসাময়িক। এনেকৈ ক'ব পাৰি যে ৰবীন্দ্ৰ-বনস্পতিৰ ছাঁতেই শৰৎচন্দ্ৰৰ উপন্যাসৰ বিকাশ। তথাপি শৰৎচন্দ্ৰ তেওঁৰ বৈশিষ্ট্য আৰু স্বকীয়তাৰে উজ্জ্বল। বাস্তৱমুখী জীৱনাশ্ৰয়ী উপন্যাস ৰচনাৰ ক্ষেত্ৰত তেওঁ ৰবীন্দ্ৰনাথৰ সুযোগ্য অনুসাৰী। শৰৎচন্দ্ৰৰ উপন্যাসত সামাজিক সমস্যা-সমূহে ৰূপ পাইছে বিশেষ এটা দিশৰ পৰা। চৰিত্ৰসমূহৰ বেছি ভাগেই আছিল উৎপীড়িত, লাঞ্ছিত, অবহেলিত আৰু ব্ৰাত্য সমাজৰ পৰা। এইখন দেশত নাৰীৰ লাঞ্ছনা আটাইতকৈ বেছি বাবেই শৰৎচন্দ্ৰৰ উপন্যাসত নাৰীৰ স্থান চৰিত্ৰৰ তালিকাৰ ওপৰ ফালে। চৰিত্ৰৰ নাৰী-পুৰুষ সকলোৱেই প্ৰায় মধ্য আৰু নিম্নবিত্ত সমাজৰ। শৰৎচন্দ্ৰৰ উপন্যাসত গল্পৰস অসাধাৰণ। এই বাবেও তেওঁৰ উপন্যাস জনপ্ৰিয়।

বাংলা সাহিত্যত কল্লোল আৰু কালি-কলম গোষ্ঠীৰ আবিৰ্ভাৱ বিশেষ এটা দশকত। 'শৈলজানন্দ, জগদীশচন্দ্ৰ, তাৰাশংকৰ, বিভূতিভূষণ, মানিক বন্দোপাধ্যায়'-ৰ উদ্ভৱ এই গোষ্ঠীৰ পৰাই। এই গোষ্ঠীৰ নাম কৰা কথা-সাহিত্যিক শৈলজানন্দই গল্প-উপন্যাসত কয়লাখনিৰ মানুহ আৰু গ্ৰামাঞ্চলৰ অধিবাসীসকলক যোগ্য স্থান দিলে। এই গোষ্ঠীৰ আন আন জনাজাত লেখক-সকল হ'ল—অচিন্ত্যকুমাৰ সেনগুপ্ত, বুদ্ধদেব বসু আৰু প্ৰেমেন্দ্ৰ মিত্ৰ। এওঁলোকেও ভালেমান উপন্যাস লিখিছে। পিছে এওঁলোকৰ প্ৰেৰণাৰ উৎস আছিল বিদেশী সাহিত্যহে। প্ৰবোধকুমাৰ সান্যালো এই গোষ্ঠীৰ লেখক। তাৰাশংকৰ বন্দ্যোপাধ্যায়ৰ ৰচনাৰ লগত শৈলজানন্দৰ ৰচনাৰ সাদৃশ্য আছে বিশেষ বিষয়বস্তুৰ

ক্ষেত্রত। শৈলজানন্দৰ গল্প-উপন্যাসৰ বিষয় কয়লাখনিৰ কাষৰ সাঁওতাল জীৱন আৰু তাৰাশংকৰত পাওঁ দক্ষিণ-পূব বীৰভূমৰ সাধাৰণ মানুহৰ জীৱন। তাৰাশংকৰে প্ৰাচীন স্থানীয় ঐতিহ্য, গল্পকাহিনী আৰু কিংবদন্তী খুব বঢ়িয়াকৈ কামত খটুৱাইছে। এইখিনিতেই তাৰাশংকৰৰ ৰচনাৰ বৈশিষ্ট্য। তাৰাশংকৰৰ দৃষ্টিত হৃদয়াংশ নিহিত হৈ আছে আৰু অতীতৰ প্ৰতি টানো সুস্পষ্ট। এই ফালৰ পৰা তাৰাশংকৰক শৰৎচন্দ্ৰৰ লগত তুলনা কৰিব পাৰি।

বিভূতিভূষণৰ সাহিত্য-নিষ্ঠা আকৌ আন এটা দিশত। তেওঁ মানুহৰ সমাজখনক বৃহত্তৰ সমাজৰ অংশৰূপে দেখা পাইছে। তেওঁ সভ্য মানুহৰ ঠাইৰ পৰা গুচি আহিছে বহুত দূৰলৈ। তথাপি তেওঁৰ নাড়ীৰ গভীৰ যোগ হৈ গৈছে বিশ্বপ্ৰকৃতিৰ লগত। নিসৰ্গৰ সৌন্দৰ্যত মুগ্ধ তেওঁৰ কবিমন ভূমানন্দত আত্মহাৰা। কেওঁৰ সকলো সৃষ্টিৰ মূলতে হ'ল এই আত্মহাৰা সমাহিত ভাব। সেয়েহে কঠোৰ দাৰিদ্ৰৰ অতি বাস্তব ৰূপায়ণৰ মাজতো তেওঁ ক'তো দাৰিদ্ৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰা নাই; দাৰিদ্ৰক মানি লৈয়ে তেওঁ দৰিদ্ৰ, সহজ, সৰল বঙালীৰ আনন্দময় ৰূপটো তুলি ধৰিছে। বিভূতিভূষণৰ মৃত্যু হয় 1950 চনত। মৃত্যুৰ আগলৈকে তেওঁ লিখি আছিল। তেওঁ কেবাখনো উৎকৃষ্ট উপন্যাস এৰি থৈ গৈছে। কথাসাহিত্যৰ পথাৰত তেওঁ যি খেতি কৰিলে তাৰ মূল বস্তুটোৱেই হ'ল আনন্দ।

খুব কম সংখ্যক উপন্যাস লিখিয়েই সতীনাথ ভাদুৰীয়ে বাংলা সাহিত্যত এখন স্থায়ী আসন লাভ কৰিছে। উপন্যাস কেইখনৰ ৰচনাকাল আছিল 1946-ৰ পৰা 1951-চনলৈ। তেওঁ বঙ্গদেশৰ বাহিৰত থাকিয়েই বাংলা সাহিত্যক চহকী কৰিছে। তেওঁৰ 'জাগৰী' উপন্যাস আজিৰ দিনৰ এখনি সুন্দৰ সামাজিক আৰু ৰাজনৈতিক ডকুমেণ্ট। উপন্যাসখনৰ পটভূমি বিহাৰৰ এটা অঞ্চল। ৰাজনৈতিক অস্থিৰতাৰ মাজত ঘনীভূত সংকটৰ মুখামুখি হোৱা জীৱনবন্দী লেখকজনে লেখনীৰ জৰিয়তে সংকট-উত্তৰণৰ পথ-নিৰ্দেশ দিছে। সেই পথ অবিৰাম আত্মবিশ্লেষণৰ আৰু আত্মশুদ্ধিৰ।

'বনফুল' বা বলাইচাঁদ মুখোপাধ্যায়ে প্ৰচুৰ গল্প উপন্যাস লিখিছে। গল্পৰ ৰচনাশৈলীত তেওঁ আনিছে বৈচিত্ৰ্য আৰু অভিনৱত্ব। তেওঁৰ ৰচনাত বহুবক্তিতা নাই আৰু তেওঁৰ চৰিত্ৰ চিত্ৰনত ভাবাবেগৰ স্থান নাই। তেওঁৰ উপন্যাসত পোৱা যায় সংসাৰৰ অভিজ্ঞতা আৰু জীৱনৰ অনুধাবন। উপন্যাসৰ টেকৃনিকতো তেওঁ অভিনৱত্বৰ সৃষ্টি কৰিছে। তেওঁ 'মৃগয়া' উপন্যাসত উপন্যাসৰ লগত কাব্যৰ আৰু নাটকৰ শৈলী মিহলাইছে।

মাণিক বন্দ্যোপাধ্যায়ৰ ( আচল নাম প্ৰবোধকুমাৰ বন্দ্যোপাধ্যায় ) প্ৰথম ৰচনা

'অতসী মামী' বিচিত্ৰাত প্ৰকাশিত হৈছিল ( পুহ, 1335 )। মাণিক বন্দ্যোপাধ্যায়ৰ আবিৰ্ভাৱ এখন পত্ৰিকাৰ যোগেদিহে বুলি ক'ব পাৰি। পত্ৰিকাখনৰ নাম বঙ্গশ্ৰী। তেওঁৰ প্ৰথম ৰচনা 'দিবাৰাত্ৰিৰ কাব্য' এইখন পত্ৰিকাতে প্ৰকাশিত হয়। মাণিক বন্দ্যোপাধ্যায়ৰ উপন্যাসত ব্যক্তি আৰু পৰিবেশক যি দৃষ্টিকোণৰ পৰা চোৱা হৈছে সি অভিনৱ আৰু নিজস্ব। এসময়ত ফ্ৰয়েডীয় ভাবনাই তেওঁৰ লেখনীত বিশেষ প্ৰভাব বিস্তাৰ কৰিছিল। ব্যক্তিৰ অবৰুদ্ধ প্ৰৱণতা হ'ল চৰিত্ৰৰ মেৰুদণ্ড। তাৰ ওপৰতে জীৱনৰ সুস্থতা-অসুস্থতা আৰু সফলতা-বিফলতা নিৰ্ভৰ কৰে। মাণিক বন্দ্যোপাধ্যায়ে এই ফালৰ পৰাই জীৱনৰ তাৎপৰ্যৰ ইঙ্গিত দিবলৈ প্ৰয়াস কৰিছিল। তেওঁৰ চিন্তা কৃত্ৰিম মতবাদৰ আশ্ৰয় লোৱা বিধৰ নাছিল। দৰিদ্ৰৰ ক্ষুধা আৰু দৰিদ্ৰ-অদৰিদ্ৰৰ অবচেতন যৌনবিকাৰ হ'ল মাণিক বন্দ্যোপাধ্যায়ৰ সৃষ্ট চৰিত্ৰৰ নিয়তি।

বঙ্কিমচন্দ্ৰৰ পৰা আধুনিক কাললৈকে উপন্যাসৰ ধাৰাবাহিক বিবৰণ দিয়া সম্ভৱ নহয়; বোধহয় তাৰ প্ৰয়োজনো নাই। এতিয়া বিষয় যেনেকৈ সলনি হৈছে, তেনেকৈ ৰচনাৰীতিতো অভিনৱত্বই দেখা দিছে। ইয়াৰ ভিতৰত বহুত ভাল ৰচনাও আছে আৰু বহুত 'বেষ্ট চেলাৰো' নিষ্প্ৰভ হৈ পৰিছে। বোধিসত্ব মৈত্ৰেয়ৰ 'শামুকৰ পেটত মুকুতা' ( 'ঝিনুকেৰ পেটে মুক্তো' ) এনে ধৰণৰ ভাল ৰচনাৰ এটা উদাহৰণ। কিতাপখন 'নবকল্লোল' পত্ৰিকাত ধাৰাবাহিকৰূপে প্ৰকাশিত হৈছিল। গ্ৰন্থৰ আকাৰত প্ৰকাশিত হয় 1980 চনত। লেখক হিচাপে বোধিসত্ব মৈত্ৰেয় বাংলা সাহিত্যত নবাগত নহয়। 1960 চনত তেওঁৰ 'উত্তৰ সাগৰেৰ তীৰে' নামৰ স্কটলেণ্ডৰ নিসৰ্গ আৰু মানৱ প্ৰকৃতিৰ ওপৰত লেখা উপন্যাসখন প্ৰকাশিত হৈছিল। উপন্যাস পঢ়ি তেতিয়া বেছ আনন্দ পাইছিলোঁ। নতুন পৰিবেশ, নতুন মানুহৰ কথা। বিশেষকৈ সেই দেশৰ মানুহৰ লগত আমাৰ দেশৰ মানুহৰ সম্পৰ্কৰ কথা। ইয়াৰ পাছতো তেওঁৰ দুখন সৰু উপন্যাস পঢ়িবলৈ পাইছোঁ। 'অতি বড় ঘৰণী'—দক্ষিণ চব্বিশ পৰগণাৰ গ্ৰাম্য ভাষাত লিখা এখনি ৰোমাণ্টিক উপন্যাস। আৰু 'সেই প্ৰেম আস্বাদন'—এগৰাকী প্ৰতিবন্দী বৈষ্ণৱৰ জীৱন-আলেখ্য। এই দুখন উপন্যাস প্ৰকাশিত হৈছিল 1963 চনত।

'শামুকৰ পেটত মুকুতা' দক্ষিণ ভাৰতৰ এটি বিশেষ অঞ্চলৰ মানুহৰ সুখ-দুখৰ কাহিনী। বাংলা সাহিত্যত অন্য ভাষাভাষী অঞ্চলৰ মানুহৰ কথা খুব বেছি নেপাওঁ। অৱশ্যে পোৱাও সম্ভৱ নহয়। কাচিতহে উপন্যাসৰ পটভূমি বঙ্গদেশৰ সীমা পাৰ হৈ উত্তৰ-পশ্চিমলৈ গৈছে। সকলো সময়তে সেই পটভূমি স্পষ্ট হৈছে বুলি ক'ব নোৱাৰি। সেই ফালৰ পৰা বিষয়-বৈচিত্ৰ্যত 'শামুকৰ পেটত মুকুতা' অভিনৱ।

'শামুকৰ পেটত মুকুতা'-ৰ পটভূমি বঙ্গদেশ আৰু বঙালীৰ পৰা বহুত দূৰৈত। সাধাৰণ বঙালীৰ জানিব পৰা গণ্ডীৰ বাহিৰত—ভাৰতৰ দক্ষিণৰ সুদূৰ প্ৰান্তবৰ্তী মান্নাৰ উপসাগৰৰ পাৰৰ তুত্তুকুড়ি বন্দৰ। উপসাগৰৰ পাত্ৰপাত্ৰীসকলো বঙালী পাঠকৰ সম্পূৰ্ণ অপৰিচিত। মান্নাৰৰ পাৰৰ শামুক মুকুতা তোলা মাছুৱৈ মানুহখিনি প্ৰথম বাংলা উপন্যাসত বিষয়ীভূত হ'ল। ('পদ্মানদীৰ মাঝি', 'গঙ্গা' আৰু 'তিতাস একটি নদীৰ নাম' এই প্ৰসঙ্গত উল্লেখযোগ্য।) কাহিনী-বিন্যাসত এই সমাজৰ মানুহখিনিৰ দৈনন্দিন জীৱনৰ খুঁটিনাটিৰ চিত্ৰ অত্যন্ত জীৱন্ত। তাৰপৰাই পৰিষ্কাৰভাৱে ফুটি উঠিছে এই মানবগোষ্ঠীৰ আকৃতি-প্ৰকৃতি, আচাৰ-আচৰণ, খাদ্যৰুচি, মন-মানসিকতা, জনসংস্কৃতি, সংস্কাৰ, উৎসৱ আদি সকলো বস্তু। সমুদ্ৰৰ জলৰাশিত সিহঁতৰ জীবিকাৰ বাবে সংগ্ৰাম আৰু ক্ষমতাবান ধনীৰ শোষণৰ বিৰুদ্ধে সংগ্ৰামৰ কথা এই উপন্যাসত সুন্দৰভাৱে ফুটি উঠিছে।

এটা সত্য বেচ পৰিষ্কাৰ হৈছে: লেখকে এই সমাজখনক গভীৰ অন্তৰ্দৃষ্টি আৰু মমত্ববোধেৰে চাইছে। সমাজত এটা অন্তৰঙ্গ অংশ হিচাবে থাকি তেওঁ এই সমাজখনক বহুকাল ধৰি নিৰীক্ষণ কৰি আছে। এই অন্তৰঙ্গতাৰ কাৰণেই তেওঁ তামিল ভাষাও আয়ত্ব কৰিব পাৰিছে। উপন্যাসত ইয়াৰ ভূৰি ভূৰি প্ৰমাণ আছে। তেওঁ সঘনাই প্ৰয়োজন বুজি তামিল শব্দ আৰু তামিল প্ৰবাদবাক্য ব্যৱহাৰ কৰিছে।

বহুতদিন তুত্তুকুড়িত থকাৰ কাৰণেই লেখকে এই অন্তৰঙ্গতাৰ সুযোগ পাইছে। তেওঁ আছিল ভাৰত চৰকাৰৰ গভীৰ সমুদ্ৰৰ মীন গৱেষণা বিভাগৰ কৰ্মী। মৎস্যবিজ্ঞানী ৰবীন্দ্ৰনাথ ভট্টাচাৰ্যৰ লেখক নাম—বোধিসত্ব মৈত্ৰেয়।

ভাৰতৰ দক্ষিণাঞ্চলৰ ওপৰত লেখা 'শামুকৰ পেটত মুকুতা' নামৰ উপন্যাসখনত লেখকৰ এখন বিশেষ সমাজ আৰু তাৰ সভ্যতাক জনাৰ, লগতে মানুহৰ জীৱনক দেখা আৰু চিনি পোৱাৰ কামটো অতি গভীৰভাৱে আৰু বিস্তাৰিতভাৱে প্ৰকট হৈছে। উপন্যাসৰ প্ৰতিটো পৃষ্ঠাতে তাৰ সাঁচ সুস্পষ্ট। মাছমৰীয়া সমাজৰ ইতিহাসৰ পৰা সামান্যতম তথ্যলৈকে ইয়াত জীৱন্ত হৈ পৰিছে। একে সময়তে ইয়াত পোৱা গৈছে কান্নাড়ী সঙ্গীত আৰু ভাৰতনাট্যমৰ চিত্তাকৰ্ষক সূক্ষ্মাতিসূক্ষ্ম ব্যঞ্জনাসমূহ। উপন্যাসখনৰ আৰু এটা বৈশিষ্ট্য হ'ল আবেদনৰ বিস্তৃতি। 'শামুকৰ পেটত মুকুতা' সেই ফালৰ পৰাও এখন ভাল উপন্যাস। এই উপন্যাসৰ আবেদনে এটা সাৰ্বজনীন ৰূপ পাইছে—লেখকৰ কাহিনীবিন্যাস আৰু চৰিত্ৰায়ণৰ গুণত। তাৰ ফলত চৰিত্ৰসমূহ তামিল হোৱা সত্বেও অনায়াসে বঙালীৰ মনত আপোন হৈ যাব পাৰিছে। সিহঁতৰ জীৱনৰ সুখ-দুখ, কামনা-বাসনা, ঘৃণা-ৰোষ আদিয়ে খুব সহজে আৰু স্বাভাৱিকভাৱে বঙালীৰ মনত অনুৰণন তোলে।

মাদ্রাৰ উপসাগৰৰ পাৰৰ পৰাই সমগ্ৰ তামিলনাদ। মুকুতা তোলা, মাছ মৰা মীনপাৰোৱাইঁতৰ পৰা নৃত্যগীতৰ ধাৰক-বাহক দেবদাসী সম্প্ৰদায়লৈকে। পটভূমি আৰু বিষয় যথেষ্ট বিস্তৃত। উপন্যাসৰ স্থান-কাল উনৈশ শতিকাৰ শেষৰ পৰা কুৰি শতিকাৰ মাজভাগলৈকে। এই বিৰাট স্থান-কালেৰে আৰু সমগ্ৰ পাত্ৰ-পাত্ৰীৰে 'শামুকৰ পেটত মুকুতা' সুসমৃদ্ধ। উপন্যাসৰ নৰ নাৰীৰ যৌন আকাঙ্ক্ষাই মাজে মাজে পাঠকৰ মনোযোগক বিক্ষিপ্ত কৰিলেও লেখকৰ কৃতিত্ব এইখিনিতে যে তেওঁৰ সৃষ্ট চৰিসমূহত সাগৰৰ কলৰব শুনা যায় আৰু ব্যক্তিৰ চিত্তগহনত সাগৰৰ গোন্ধ বিয়পি পৰে।

ড° লক্ষ্মীনন্দন বৰা

# I

দুচকুত গোটেই নিশা টোপনি নাই। নেলাগে টোপনি আহিব। মনৰ আশা কিন্তু নিঃশেষ হৈ যোৱা নাই। মনে কৈছে—প্ৰতি দিনে কৈছে—নিশ্চয় এটা ঘটিব। দুনিয়াত একোতে নিৰাশ হ'ব নেলাগে। হতাশ হোৱাৰো কোনো কাৰণ থাকিব নোৱাৰে। মাটি, পানী আৰু আকাশ অন্ধকাৰে গ্ৰাস কৰিছে। একো দেখা পোৱা নেযায়।

পিটাৰে আকাশলৈ চালে। একো দেখা নাই বুলি ক'লে ভুল হ'ব। আকাশৰ নক্ষত্ৰবাজিয়ে লাখ লাখ কোটি কোটি বন্তি জ্বলাইছে। আকাশে গভীৰ অন্ধকাৰ দৃষ্টিৰে মাটি আৰু সাগৰৰফালে চাইছে। এনেহে লাগিছে যেন অন্ধকাৰে গোটেই দেহত হাত বুলাই মৰম কৰিছে।

কালপুৰুষৰ দীপ্তিমান নক্ষত্ৰটো শিৰৰ মুকুটত উদ্ভাসিত হৈছে। সেইটো এতিয়া পানীৰ তলত। তাৰ হাত দুখন আৰু ভৰি দুখনো এতিয়া দেখা গৈছে। তাৰ হাতত এখন প্ৰকাণ্ড ধনু। কঁকালত তৰোৱাল। এইমাত্ৰ দেখা গৈছে—ব্যাধ কালপুৰুষৰ পিছে পিছে এটা কুকুৰ। দপ্ দপকৈ জ্বলিছে। সপ্তৰ্ষি অলপ আঁতৰিছে যদিও ইয়াৰ আভা এতিয়াও কমা নাই।

অন্ধকাৰখিনি সাইলাখ কম্বলৰ দৰে। গাত মেৰিয়াই বহি থাকিবলৈ ভাল। সাগৰৰ হেন্দোলনিও চমৎকাৰ। নাওখন ঢৌৰ তালে তালে উঠা-নমা কৰিছে; অকণো স্থিৰ হৈ থকা নাই। উঠা-নমা চলিয়েই আছে। অন্য মানুহ হোৱা-হেঁতেন স্নায়ুত প্ৰচুৰ চাপ পৰিলহেঁতেন; কিন্তু পিটাৰে ওৰে নিশা নাৱত বহি এই অদ্ভুত ভাৰতনাটাম চাই আছে। চাইছে তাৰ সমগ্ৰ শৰীৰ-মন সঁপি দি।

এদল নাচনী ছোৱালীৰ ভৰিৰ নূপুৰৰ ছন্দ অকণো বিৰতি নোহোৱাকৈ নাৱৰ তলত অবিৰাম বাজি আছে। মাজে মাজে নাৱত পানী খুন্দা খোৱাৰ শব্দ হৈছে। পিটাৰৰ টোপনি অহা নাই। সি গান গাইছে।

কোন সেই ছোৱালীজনী? কিজানি আলমেলু। যোৱা বছৰ তিৰুনেলভেলীত তাই নাচ দেখুৱাই গ'লহি। তাইৰ নাগনৃত্য অদ্ভুত। গান আৰু বাদ্যধ্বনিৰ তালে তালে তাইৰ গোটেই শৰীৰটো সাপৰ দৰে হালি-জালি আছিল। তাই লতাৰ দৰে শৰীৰটোত ঢৌ তুলি বাৰে বাৰে সাপৰ দৰে ফেঁট তুলি উঠিছিল। তাৰ লগে লগে আকৌ গান, আড়ি আ-আড়ি আড়িপ্পে—

ৰাগটো আছিল পুন্নাগভৰাড়ী। পিটাৰৰ মনত পৰিছে। সি গানটো গাহৰিব নোৱাৰে। আড়ি আ-আড়ি আড়িপ্পে—আ-ড়ি আ-আড়িপ্পে। দংশন কৰ, দংশন কৰ। পিটাৰে নিমগ্ন হৈ ভাৰতনাট্যম চাইছে। আলমেলুৰ ভাৰত-নাট্যম। কিন্তু অকস্মাতে তাৰ চেতনা আহিল।

অলপ দূৰত মান্নাৰৰ চিঁয়াহী যেন ক'লা পানীত অলপ পোহৰ জোনাকীৰ দৰে ওলাই নিমিষতে নাইকীয়া হ'ল। তাৰ লগত ভাৰতনাট্যম আৰু আলমেলুও মিলি গ'ল। কণ্ঠৰ গান শুরু হ'ল। চকু দুটা এতিয়া চিকাৰী মেকুৰীৰ দৰে। মূৰৰ চুলিৰ পৰা ভৰিৰ নখলৈকে চিকাৰৰ গোন্ধত সজাগ।

পোহৰৰ ফুলজাৰি। চৌদিশে পোহৰ। অগণন। ফচ্‌ফৰাচৰ পোহৰ। ফচ্‌ফৰাচে আন্ধাৰত সাগৰৰ পানী আলোকময় কৰি তোলে। ঘন কৃষ্ণ তৰঙ্গৰ ওপৰত পোহৰ। পিটাৰ উত্তেজিত। দুহাতেৰে সি নিজকেই আলিঙ্গন কৰিলে।

পানীৰ জিকমিকনি অধিক প্ৰসাৰিত হৈছে। এক ফাৰ্লং—দুই ফাৰ্লং—পাঁচ—দহ—পোন্ধৰ ফাৰ্লং। এই জ্যোতি দক্ষিণৰ পৰা উত্তৰ-পশ্চিমে প্ৰসাৰিত হৈছে।

চাড়া[1]—

বহুত দিনৰ মূৰত চাড়াৰ উজান উঠিছে। যোৱা বছৰ এনে সময়ত ইহঁতক জাকে জাকে দেখা নগৈছিল। জালত অলপ অলপকৈহে উঠিছিল। আজি পিছে গোটেইবোৰ মাছ মই জালত উঠাম।

পিটাৰৰ নাৱৰ ওপৰতে ভাৰতনাটাম নাচিবলৈ মন গ'ল।

এইবিধ মাছৰ নিয়মেই এনেকুৱা। ইহঁতে যিকোনো সময়তে জাক পাতি পশ্চিম কেৰেলাৰ উপকূললৈ গুচি যায়। কিন্তু এই জাকবোৰ পূবৰ উপকূললৈ হঠাৎ এবাৰহে আহে। তাৰ পাছত কেবা বছৰো নাহে। আহিলে কিন্তু ইহঁতে মাছমৰীয়াৰ ঘৰ পৰিপূৰ্ণ কৰি তোলে। গতিকে এই গোটেইবোৰ মাছকে খাতিৰ কৰি যত্ন লৈ এটা এটাকৈ নাৱত তুলিব লাগিব।

পিটাৰে এটা অস্পষ্ট শব্দ কৰিলে। কি আচৰিত কথা! নাৱতে মাইকেলৰ ৰৰ-টোপনি!

—মাইকেল, অই মাইকেল হাৰামজাদা! শুইছনে, মৰিলি? পিটাৰ ক'লে। পিঠিত এক গোৰ লগালে। মাইকেলৰ টোপনি উৰি গ'ল। চকু দুটা মোহাৰি মোহাৰি সি শুনিবলৈ পালে—চাড়াৰ উজান উঠিছে। জাকে জাকে চাড়া আহিছে। তৎক্ষণাৎ এইফালে আহ।

চাড়াৰ কথা শুনিয়েই মাইকেলৰ নিদ্ৰা-সাগৰ ভুৰন্তে পাৰ হ'ল।—ক'তা, ক'তা? মাইকেলৰ সমগ্ৰ শৰীৰ উত্তেজিত। চকু মেলিয়েই পোহৰৰ চিকমিকান দেখিবলৈ পালে।

1 চাড়া—চাৰ্ডিনজাতীয় মাছ।

হেৰ পেৰি আন্না[1]—সি হাত দুটা মুঠি মাৰি আকাশলৈ উঠালে।

—ইহঁতক যতনেৰে তুলি আনিবৰ কিবা ব্যৱস্থা আছে?

—নিশ্চয় আছে। টোপ ধৰিবৰ বাবে কেইটামান আধা ইঞ্চিৰ কোলাভালাই[2] আছে। ইয়াকে পেলালে আঢ়ৈশ তিনিশ ধৰা পৰিব।

—তেনেহলে এই ভুতবোৰকে তোল।

—তুণ্ডীৰ[3] নেলাগিব নে?

—বাদ দে তোৰ তুণ্ডীৰ। গোটেই নিশা খাপ পিটি থাকিলে দুটা তিনিটা চুৰাহে[4] লাগিব। এতিয়া আন ভাল মাছ নেপাব। এতিয়া যদি চাড়াৰ জাকৰ এটা জাকো নাৱত উঠাব পাৰ তেনেহলে তোৰ ভনীয়েৰৰ বিয়া পাতিবলৈ চিন্তাই কৰিব নেলাগে। এতিয়া ল'ৰা কেইটাক জগা। গাহৰি কেইটাই নাক বজাই শুইছে।

সিহঁতে বৰশীত গৰু-মাংসৰ টোপ দি সাগৰত সন্ধিয়াৰ পৰাই পেলাই থৈছে। সেইবাবেই মাইকেলৰ মনটো খুহুৰাই আছে। সন্ধিয়াৰ আকাশখনক বেছি ভাৰসা কৰিব নোৱাৰি। সেই কাৰণে বেছি বৰশী পেলোৱা হোৱা নাই। এশ হাত চিপত পঞ্চাছটা বৰশীয়ে লগোৱা হৈছে।

মাইকেলে আশা কৰিছে যে বৰশী ওপৰলৈ তোলাৰ লগে বহু মাছ লাগি থকা দেখা পোৱা যাব। তাকো এলাপেচা মাছ নহয়—ডাঙৰ ডাঙৰ দামী মাছ। সপ্তাহটোৰ বাবে ৰোজকাৰ হৈ যাব। আজি যদি আঢ়ৈ কুৰি মাছ লাগে, তেনেহলে তাক কোনে পায়? এতিয়া বাৰু সেইবোৰ চিন্তা বাদ। দুনিয়াখন এফালে, আৰু এই চাড়াৰ জাকটো এফালে। এতিয়া বাৰু বৰশী পানীতে পৰি থাওক।

পিটাৰে ডাঙৰকৈ ক'লে—এতিয়া ল'ৰা কেইটাক জগাই দে।

সিহঁতক পিঠিত গোৰ মাৰি জগাবলগীয়া নহ'ল। মাইকেলে সিহঁতৰ কাণত ফুচফুচাই ক'লে, চাড়াৰ জাক দেখা গৈছে। কোৱাৰ লগে লগেই চাৰিটা তজবজীয়া ল'ৰা নিমিষতে জাপানী পুতলাৰ দৰে থিয় হ'ল।

মাইকেলে ঘনফুটীয়া জালখন উলিয়ালে।—এয়া এক নম্বৰ, পেৰিয়াম্মা, ধৰচোন।

মাইকেলৰ আন্ধাৰত একো অসুবিধা হোৱা নাই। হাত দুখন যন্ত্ৰৰ দৰে চলিছে।—এই দুই নম্বৰ—এই তিনি—এই চাৰি—

জালৰ ফুটা গণ্তি কৰি কৰি মাইকেলে জালখন এহাতত তুলি ল'লে। গণ্তি কৰা শেষ হ'লত জালখন ভালকৈ সজালে। জালৰ মুৰটোৰ আৰু ভৰিৰ অৱস্থিতি ঠিক আছেনে নাই চাই ল'লে। লগতে চাৰিওফালে সতৰ্ক দৃষ্টিৰে চাই ৰ'ল। মাইকেলৰ কামত একো খুঁত দেখা পোৱা নগ'ল। সেই বাবে

1 পেৰি আন্না—বৰ ককাই।
2 কোলাভালাই—সৰু বিন্ধা থকা জাল।
3 তুণ্ডীৰ—চিপ থকা বৰশী।
4 চুৰা—হাঙৰ।

পিটাৰে তাক ইমান ভাল পায়। শিলাবৃষ্টি-ভূমিকম্প হ'লেও হাজাৰ বিধিনিৰ মাজতো মাইকেলে সকলো সৰঞ্জাম ঠিক-ঠাক কৰি লৈহে নাৱত উঠে। কেতিয়াও ইয়াৰ ব্যতিক্রম নহয়। তদুপৰি সি দুৰ্দান্ত সাহসী। পেৰিয়াৰ কাৰণে সি প্ৰাণ দিব পাৰে। গতিকে মাইকেলে নেথাকিলে পিটাৰৰ বৰ অসুবিধা হয়।

ল'ৰা কেইটা দুফালে দুটাকৈ বহি আছে। এফালে গোমেচ আৰু মেথিউ। আনফালে চিংগাৰায়ণ আৰু নাদন। নাও পানীত নমাৰ লগে লগে ব'ঠাৰ শব্দ। পোনতে নাওখন উকাল খাই এপাক ঘূৰিল--যেন এটা তেজী ঘোঁৰাহে বহু সময় বান্ধত আছিল। বান্ধ খোলাৰ লগে লগেই যেন এটা চেকুৰ দিলে। তাৰ পাছত লাহে লাহে আগুৱাই গ'ল।

ডেকাইঁতে ব'ঠা মাৰিছে। হাতৰ পেশীবোৰ ফুলি উঠিছে। চাৰিটা কণ্ঠৰ সমন্বয়—আইজোৰ, আৰবী জোৰ, আৰব্বী লানি, আঞ্জাৰো পানি—

মাইকেলে পানীত জাল পেলাইছে। জাল নহয়, ধুমুহাৰ বুকুৰ ধোঁৱাহে যেন। বাকী চাৰিটাৰ লগত পিটাৰেও মাত মিলাই দিলে। আৰব্বী লানি, আঞ্জাৰো পানি—আইজোৰ, আইজোৰ—

হঠাতে মাইকেলৰ গম্ভীৰ সতৰ্ক-ইঙ্গিত। সাবধান হ, সাবধান হ। পকনীয়াত পৰিবি এতিয়া। পানীত বেছি আঘাত নকৰিবি। ব'ঠা পানীত ডুবাই ডুবাই মাৰ।

উজ্জ্বল পোহৰে এতিয়া নাৱৰ চৌদিশ আগুৰিছে। পোহৰৰ যেন আখৈহে ফুটিছে। ব'ঠাৰ আঘাতত কিছুমান পোহৰ ছিটিকি পৰিছে। নাৱৰ ভিতৰতো পৰিছে। মাইকেলে ঘনাই ঘনাই জাল পেলাইছে। পিটাৰে সোঁহাতেৰে নাৱৰ গুৰি ধৰি বাওঁহাতেৰে দুটা মাছ তুলিছে। পৰম ভক্তিৰে মাছ দুটাক কপালত থুকি চুমা খাইছে। সাগৰৰ পানীত পেলাই দিছে।—যা, তইঁত মোৰ জালত সোমাগৈ।

সমুদ্ৰৰ পানীও কম উদ্দণ্ড নহয়। তথাপি জালখন খাড়া হৈ আছে। কাৰণ জালৰ তলত সীহ দিয়া আছে, শিলো গাঁঠি দিয়া আছে। আধা ইঞ্চি ফুটাৰ লেহুকা জাল। জালৰ ফুটাইদি পানীৰ সোঁত বৈছে। জালত হাজাৰ হাজাৰ চাড়া বন্দী হৈছে।

পিটাৰে এহাতে গুৰি ধৰিছে আৰু তাৰ ইটো হাতত জালৰ এটা অংশ; আনটো মাইকেলৰ হাতত।

মাছৰ জাকটো এতিয়া নাৱৰ চাৰিওফালে। তুলিবলৈ আৰু বেছি সময় নেলাগিব। নিজৰ হাতত জালখন লৈ কিমান মাছ ধৰা পৰিছে সি তাৰে এটা অনুমান কৰি ল'ব পাৰিব। জালখন ধৰি ৰখাই টান হৈ পৰিছে। সি শৰীৰৰ সমস্ত শক্তি প্ৰয়োগ কৰিছে।

নাওখনে মাছৰ জাকটোৰ ভালেখিনি অংশ বেৰি পেলালে। আটাই কেইখন জাল পেলায়ো গোটেই জাকটো ঘেৰিব পৰা নগ'ল। জাকটো সঁচাকৈয়ে ডাঙৰ। মাইকেলে আক্ষেপ কৰিলে। আৰু ঘেৰিব পৰা হ'লহেঁতেন! মই এটা মূৰ্খ। জালৰ কাম শেষ হ'ল। এতিয়া জিৰণিৰ সময়।

কালপুৰুষে কেতিয়াবাই নিঃশব্দে ডুব মাৰিলে। এতিয়া সপ্তৰ্ষিহে দেখা গৈছে। এতিয়া পশ্চিমত তৰাৰ ৰাজত্ব। চাড়াবোৰৰ গাৰ ফচ্ফৰাচৰ পোহৰো সেউজীয়া। আকাশত দেখা দিয়া শুকতৰাই সৌভাগ্য আনে বুলি এটা লোকবিশ্বাস আছে। পশ্চিমত এটা শুকতৰা ওলাইছে। মোৰ জালতো আজি লাখ-লাখ শুকতৰা। কিন্তু আকাশৰ শুকতৰা কেৱল আকাশতেই থাকে।

পিটাৰে আপোন মনে হাঁহিলে। কোন মাছমৰীয়াইনো আকাশৰ তলত ভাঁহি ভাঁহি মাছ নধৰে? ইমান বিশাল আকাশ! মানুহৰ অবাইনে প্ৰকৃতিৰ সকলো সৌন্দৰ্যই অৰ্থহীন।

নাৱৰ তলিত এটা ডাঙৰ ঢৌৱে খুন্দা মাৰিলে। নাওখন তলং ভটং হ'ল। পিটাৰৰ মনটো আকাশৰপৰা তললৈ নামি আহিল। নিজৰ পৃথিৱীখনলৈ।

পুৱাৰ মলয়া বলিছে। সেয়েহে সমুদ্ৰ বেছি চঞ্চল হৈছে। চেঁচা বতাহ। এই বতাহত গা শিৰ-শিৰাই গৈছে। তেনেহলে এইটোৱেই পূব-দক্ষিণ কোণ। এই ফালৰ পৰাই তেন্তে বতাহ বৈছে। নিশ্চয় নতুন পানীৰ সোঁত বলিছে। ইমান পৰৰ মূৰত মেঘ নাইকিয়া হ'ল। শীতৰ শেষত দক্ষিণৰ বতাহে গছৰ শুকান পাতবোৰ উৰুৱাই নিয়ে। সেইদৰে পূব-দক্ষিণৰ বতাহেও মেঘ উৰুৱাই নিয়ে। সন্ধিয়া ইয়াত বহুত মেঘ আছিল। এতিয়া মেঘৰ লেশমানো নাই।

—এতিয়া কিমান ৰাতি হ'ল পেৰিয়ান্না? মাইকেলে সুধিলে। মতলবটো হ'ল মনে মনে থকা পিটাৰৰ লগত কথা পতা।

—তই কচোন।

—বাৰটা বা এটা বাজিব পাৰে।

—ধেৎ গাধ! পিটাৰে খিল-খিলকৈ হাঁহিলে।

ইফালে ল'ৰাইঁতৰ এটাই খুক-খুক কৰিছে। নিশ্চয় চিংগাৰায়ণ। বেটা কম নহয়। বৰ শিয়ান। এই কম বয়সতে সি বুদ্ধিত বৃহস্পতি। ডাঙৰ হ'লে পৰোৱা সমাজক নাকত ধৰি চাকত ঘুৰাব। ল'ৰাটো যদি বিজতৰীয়া নহয়, তেনেহলে তাৰপৰা বহুত আশা কৰিব পৰা যাব। ইয়াক শানত দি চোকা কৰিব লাগিব। ই আচল তিখা।

মাইকেলৰ বয়সহে বাঢ়িছে, বুদ্ধি-বৃত্তি হ'লে ফুকলীয়া ল'ৰাৰ দৰেহে। ইয়াক বিশ্বাস কৰিব পৰা যায়; পিছে ইয়াৰ বুদ্ধিক ভাৰসা কৰিব নোৱাৰি।

চিংগাৰায়ণে তেতিয়াও হাঁহিৰ ৰগৰ তুলি আছিল। ৰাগ কৰা যেন দেখুৱাই পিটাৰে তাক ধমক দিলে: বদমাচ, হাঁহিছ কিয়? তই বাৰু কচোন—

—পেৰিয়ান্না, পোহৰ হ'বলৈ কিজানি আৰু আধা ঘন্টাহে বাকী। চিংগাৰায়ণে লাজকুৰীয়াকৈ উত্তৰ দিলে।

—তেনেহলে এতিয়া কফি খোৱা যাওক।

সি কথাষাৰ ক'বৰ কাৰণেহে বাট চাই আছিল। চিংগাৰায়ণে নাৱৰ পিছ-ফাললৈ লৰ মাৰিলে। নাৱৰ ওপৰতে আকৌ চোকা। তাতে কাঠ খৰি কেইচলামান দি সি জুইকুৰা ধৰিলে। তলৰ ভাগ ক'লা পৰি থকা এলুমিনিয়ামৰ কেট্‌লিটোত কফি দিলে।

নাৱৰ তলেদি প্ৰবল বেগে পানীৰ সোঁত বৈছে। এটা দুটা ঢৌৰ ঠেকা খাই মাজে মাজে নাওখন নাচি উঠিছে। কাষৰীয়া পানীত নানাবিধ মাছ উত্ৰাৱল হৈ ঘুৰি ফুৰিছে। মূৰৰ ওপৰত চী-গালৰ দল। নাৱৰ নাচোনৰ লগে লগে মাইকেলেও নাচিছে। লাহে লাহে আন্ধাৰ পাতল হৈ আহিছে।

চিংগাৰায়ণে সকলোকে হাতে হাতে গিলাচত কফি দিছে। মাইকেলে হাতখন আগবঢ়াওঁতেই পিটাৰ চিঞৰি উঠিছে আৰু কৈছে—ভালকৈ খোপনি পিটি থাকিবি। নহলে তই আৰু কফি একেলগে পানীৰ তল পাবিগৈ। ভালকৈ বহি লৈ কফিৰ গিলাচত চুমা দি মাইকেলে ক'লে—মাছ বহুত ধৰা হৈছে—

জালত মাছ পৰিবই। এইটোৱেই নিয়ম। যোৱা চাৰিদিন তিনি ৰাতি মান্নাৰৰ পাৰত এই পূব উপকূলত প্ৰবল বৰষুণ হৈছে। শীতৰ প্ৰথম ভাগতে এই অঞ্চলত দ্বিতীয়বাৰ বাৰিষা। এইবাৰৰ কথাই বেলেগ। এনে বৰষুণ বহুদিন হোৱা নাই। উত্তৰে ৰামেশ্বৰম-পাম্বানৰ পৰা ভেম্বাৰ, কিল্লাকাৰাই, তুত্তুকুড়ি, পিন্নাকোইল, মানাপাড়, পেৰিয়াতালৈ, ইড়িণ্ডকাৰাই আৰু ওভাৰিয়েদি চিধা দক্ষিণে সেই লী-ভৰম কন্যাকুমাৰী পৰ্যন্ত বিস্তৃত এলেকা বৰষুণে তল নিয়াইছে।

চাৰিদিন তিনি ৰাতি ফুটা ওলোৱা আকাশেদি মুষলধাৰে বৃষ্টিপাত। বৰষুণে এঘন্টাও ৰেহাই দিয়া নাই। লগে লগে আকৌ মেদিনী কঁপোৱা ধুমুহা। সাগৰ থৌকি-বাথৌ। কেবা বছৰো অনাবৃষ্টি আৰু সামান্য বৃষ্টি হোৱাৰ পাছত এইবাৰ অতিৰিক্ত বৰষুণ। এই মৰুভূমিৰ দেশত শুকান বালিয়েও গোটেইখিনি বৰষুণ শুহি ল'ব পৰা নাই। য'তে ত'তে পানী জমা হৈছে। গাওঁবোৰৰ চেহেৰা সৰু সৰু দ্বীপৰ দৰে হৈছে।

তাৰ পাছৰ ধুমুহাটো কম আছিল জানো? সাগৰৰ পাৰৰ মাছমৰীয়াবোৰৰ বস্তিবোৰ তছিলং কৰিলে। তালপাতৰ চালবোৰ উৰি গ'ল। মাটিৰ বেৰবোৰ

খহি পৰিল। শ শ তালগছ মৃত সৈনিকৰ দৰে উবুৰি খাই পৰি থাকিল। এনে দৃশ্য এইফালে আগেয়ে কোনেও দেখা নাছিল। কালি ৰাতিপুৱাৰ পৰাই আকৌ এই জাক বৰষুণ। আবেলি ধুমুহাটো কমিল। সন্ধিয়াতেই সি আৰু মাইকেলে ল'ৰা চাৰিটাক লগত লৈ সাগৰত নামি পৰিল।

তেতিয়াও সমুদ্ৰত অকণো সেউজৰ আভাস নাছিল। গোটেই সমুদ্ৰৰ পানী ক্লেদযুক্ত। আকাশতো মাটিবৰণীয়া মেঘৰ ৰাজত্ব। ঢৌ অলপ কম। কিন্তু বলিয়া হাতীৰ দৰে একো একোটা ঢৌৱে পাৰত খলক লগাইছিল। ই সন্ত্ৰাসৰ সৃষ্টি কৰিছিল।

ৰাতি বাঢ়ি অহাৰ লগে লগে সকলো শান্ত। আকাশ নিৰ্মল হৈছিল। এনে দুৰ্যোগ দেখিও তাত বাদে আৰু কোনে সাগৰত নামিবলৈ সাহস কৰিব? এই অঞ্চলৰ কেইটা মাছমৰীয়াই জানে যে মহা দুৰ্যোগৰ পাছত সমুদ্ৰত ডাঙৰ ডাঙৰ মাছৰ জাক পোৱা যায়! এইকথা তাৰ বাপেকে জানিছিল। বাপেকৰ পৰাই পিটাৰে জানিছে। সি বাপেকৰ পৰা মাছ ধৰাৰ কিটিপবোৰো শিকিছে। এনে ঘটিব বুলি সি জানিছিল। কিন্তু তিনি বছৰৰ পাছত যে চাড়াবোৰে জাক পাতি উপকূল দৰ্শন কৰিব এইকথা সি সপোনত ভবা নাছিল।

পূব আকাশৰ অন্ধকাৰে ফাঁট মেলিছে। এই ফাঁটৰ পৰা পাতল সেউজীয়া ৰং এটা বিৰিঙিছে। ই পুৱাৰ আগ জাননী দিছে। সমুদ্ৰৰ পানীত এতিয়া স্লেটৰ ৰং। ক'লা চিয়াঁহীৰ ৰংটো এতিয়া ক্ৰমাৎ কমি আহিছে। চী-গালবোৰে চাৰিওফালে ভিৰ কৰিছে। সিহঁতে কৰ্কশ শব্দ কৰিছে। সিহঁতৰ শুকুলা পাখিৰে ঢকা চেহেৰাবোৰ পাতল আন্ধাৰৰ কেন্‌ভাচত বগা ফুলৰ ছবি যেন লাগিছে। পৃথিৱীয়ে সাৰ পাইছে!

এতিয়া জাল সামৰাৰ সময়। পিটাৰ আৰু মাইকেলে এই কাম কৰাত লাগি গ'ল। ল'ৰা কেইটাই মাছবোৰ জালৰ পৰা এক্ৰৱাই নাৱত পেলোৱাত লাগি গ'ল।

আকাশ আৰু সাগৰে এতিয়া ক্ষণে ক্ষণে ৰং সলাইছে। পূবৰ সাগৰ আৰু সাগৰৰ মাজভাগৰ ৰেখাডাল এতিয়া সুস্পষ্ট। পানী অলপ অলপ ৰঙা হৈছে। চাওঁতে চাওঁতে পানীয়ে আবিৰৰ ৰং লৈছে। আকাশ গাঢ় ৰঙা।

হঠাৎ দিগ্‌বলয়ৰ ওপৰত ৰঙা সূৰ্যৰ এটা অংশ দেখা গ'ল। সূৰ্য নহয় যেন অগ্নিপিণ্ডহে। সূৰ্যৰ ৰশ্মি নাৱৰ ওপৰত পৰিলহি। মানুহ, জালৰ স্তূপ আৰু মাছৰ ওপৰতো।

মাছবোৰ মাছ নহয় যেন ৰূপৰ টকাহে। জালৰ পৰা যেন অগণন ৰূপৰ পাত সৰিছে। সোণালী ৰ'দত ৰূপৰ জিক্‌মিকনি। সোণালী স্তূপ। নাওভৰা সোণ। মানুহ কেইটাৰ মনো আনন্দত মতলীয়া।

উত্তৰ-পশ্চিমৰ পৰা কোলাহল ভাঁহি আহিল। আটাই কেইটাই কাম এৰি সেইফালে চালে।

সৰু সৰু ঢৌবোৰৰ ওপৰেদি জাপ মাৰি মাৰি এখন দীঘল নাও দুৰন্ত খোঁৱাৰ দৰে চেকুৰি আহিছে।

—আমি কেইটাহে আজি সাগৰত মাছ ধৰিবলৈ আহিছোঁ। ইহঁত কোন হাৰামজাডা? মাইকেলে বিৰক্ত হৈ ক'লে।

আকৌ চিঞৰ-বাখৰ। আকৌ। কেৰা বাৰো।

—পেৰিয়ান্না, সঁহাৰি দিমনে? মাইকেলে জানিবলৈ বিচাৰিলে।

—কোনো দৰকাৰ নাই। যি কৰিছ কৰি থাক—

জাল সামৰা আৰু মাছ বাছনি কৰাৰ কাম নিঃশব্দে চলি থাকিল। পিটাৰে মাথোন বাঘৰ দৰে চাৰিনিৰে আগুৱাই অহা নাওখনলৈ বাৰে বাৰে চাইছে। নাওখন মাছ ধৰা নাও নহয়। খুব দীঘল। ইয়াৰ ওপৰত দুটা মানুহ থিয় হৈ আছে আৰু দুটাই বহি বহি বঠা মাৰিছে। উত্তৰ ফালৰ পৰা অলপপৰৰ কাৰণে বতাহ বলিল আৰু সিহঁতৰ কথা-বাৰ্তাবোৰ বতাহে কঢ়িয়াই আনিলে।
—তইঁত ক'ৰ নবাবৰ বেটা? মাত নিদিয় কিয়?

—পেৰিয়ান্না, কথাবোৰ সাধাৰণ যেন লগা নাই। বেঁকা কথা। চালাইঁতক এবাৰ শুনাই দিমনে কি? মাইকেলে ক'লে।

—নেলাগে, কথাটো ভাল নহ'ব। মুখবোৰ ঢাকি পেলা। পিটাৰে ফুচ-ফুচাই কৈ হুকুম দিলে।

গাৰ কাপোৰ এডোখৰেৰে সি নিজেও তাৰ মুখখন ঢাকি পেলালে। মাত্ৰ চকু দুটাহে ওলাই থাকিল।

—নাওখন কাৰ? মাইকেলে সুধিলে।

—ঠিক ধৰিব পৰা নাই। জাল সামৰি সামৰি পিটাৰে তাচ্ছিল্যেৰে উত্তৰ দিলে।

চিংগাৰায়ণে জালৰ পৰা মাছ এৰুৱাই আছিল। সি মাত লগালে—মই হ'লে ধৰিব পাৰিছোঁ, পেৰিয়ান্না।

—কাৰ নাও? পিটাৰে চিংগাৰায়ণৰ ফালে চালে।

—এইখন তত্তুৰুড়িৰ নাও। পিচ্চাইৰাৰ মাত শুনিছোঁ।

—পিচ্চাইয়া কোন? আকল ফাৰ্ণাণ্ডোৰ যঁজা দুটাৰ ভাঙৰটো? তেনেহলে তাৰ সৰু ভায়েক চুচ্চাইয়াও আছে। য'ত ধোঁৱা থাকে তাতেই জুই। নহয় জানো?

—হয়, হয়, পেৰিয়াম্নাই যথৰূপ কথা কৈছে।

—ইহঁত দুটাতো সাংঘাতিক! ভেৰণীয়া খুনী। পইচা পালেই এটা মানুহক খতম কৰি দিব পাৰে। মাইকেলৰ মাতত উদ্বেগ।

—তই কি ভয়ত লেও-সেও হৈ গ'লি?

পেৰিয়াম্না—বুলি মাইকেলে খণ্ডত কোঁচকোঁচাবলৈ ধৰিলে। কথাটোৱে তাৰ আত্মসন্মানত আঘাত কৰিছে।

—এনেকৈ আকল ফাৰ্ণাণ্ডোৱে আৰু কিছুমান যঁজা পোৰ জন্ম দিলেও সিহঁত গোটেইবোৰকে মই টেটু চেপি মাৰিব পাৰোঁ। ইহঁতলৈ পৰোৱা কৰোঁ বুলি ভাবিছ? মই ভয়ত লেও-সেও হ'ম? কুকুৰহঁতে গাঁৱত মানুহক অলাই মাৰি এতিয়া আকৌ পানীত ডকাইতি কৰিবলৈ আহিছে! ঠিক আছে। কুকুৰহঁত বাৰু ওচৰ চাপকচোন। চাই লম নহয়! কেনেকৈ মকাবিলা কৰিব লাগে মই চব জানো।

মাইকেলে খণ্ডৰ ভমকত এনেকৈ ক'লে।

নাওখন নিচেই ওচৰত। অশ্ৰাব্য অশ্লীল মাত শুনা গৈছে।—চুয়ৰৰ বাচ্চাহঁত, জহৰাহঁত! কিয় ইয়াত মাছ মাৰিবি? এয়া তহঁতৰ বাপেৰহঁতৰ জমিদাৰীনে কি? কথা সুধিলে উত্তৰ নিদিয় কিয়? চালা চোলাহঁত, বাপেৰহঁতৰ যদি আচল পুতেক হৱ, তেনেহলে ঠিক ঠিক জবাব দে।

এই ফালৰ পৰা কোনো সঁহাৰিয়েই নাই। সকলোৱেই জাল তুলিছে। মাছ ধুইছে। সকলো অতিকে ব্যস্ত। বহুত মাছ। মাছবোৰ চম্ভালিবলৈকে ছটা ডেকা মানুহ হাবাথুৰি খাইছে।

নাওখন এতিয়া একেবাৰে ওচৰ পালেহি। কাঁও-কাঁওকৈ বঠা মৰাৰ শব্দ। ইহঁতৰ নাৱৰ চৌপাশে নাওখন ঘুৰিছে। মাজে মাজে ইহঁতৰ নাওখনত সিহঁতৰ নাওখনে খুন্দিয়াইছে। লগে লগে নাৱৰ ওপৰত দুটা যমদূত যেন মানুহ দেখা গৈছে। সিহঁতৰ গাত একোটাকৈ হাফ্ পেন্ট আৰু হাতকটা গেঞ্জি। মূৰত ৰঙা পেটি। এটাৰ হাতত এখন খোলা ছুৰি। ৰ'দত ছুৰিখন জকমকাইছে।

—আজি তহঁতৰ গোটেই বাহকে কাটিম। নটিনীৰ পোহঁত, মাতিলে মাত নিদিয় কিয়?

হঠাৎ এটা প্ৰকাণ্ড চোৰ শব্দ। লগে লগে নাওখনো একতীয়া হৈছে। সেই নাওখনো প্ৰায় বিছ হাত দূৰলৈ আঁতৰি গৈছে। হঠাতে এটা সৰু শব্দ হ'ল। শব্দটো কাৰো কাণলৈ নগ'ল। ছুৰি লৈ থকা মানুহটো নাৱৰ ওপৰত

এবাৰ হামখুৰি খাই পৰিল। লগে লগে সি থিয়ও হ'ল। তাৰ পাছত চিঞৰি চিঞৰি ক'লে—এতিয়াই চব মাছ আৰু জাল মোৰ নাৱত তুলি দে। নহ'লে তইঁতৰ ডিঙি ডুছোৱা কৰি পানীত উটুৱাই দিম।

দৈত্য দুটাই নাওখনৰ টিঙৰ ওচৰ পাই চিঞৰিলে—আগুৱাই আহ, আগুৱাই আহ।

লগে লগে নাৱত এটা হেন্দোলনি। চিংগাৰায়ণ নাৱৰ তললৈ গুচি গৈছে। নাওখন ধৰি একতীয়া কৰি দিছে। এফালে বেছি আওটলীয়া হৈছে। গতিকে মানুহ দুটাই আৰু চন্তালিব নোৱাৰিলে। উফাল খাই পানীত পৰিলগৈ। নিমিষতে পাঁচটা জোৱান মানুহ সতৰ্কভাৱে থিয় দিলে। মাইকেল গৰ্জি উঠিল—আকৌ আহিলে হাৰমূৰ গুড়া কৰি দিম।

হাতত ছুৰি লৈ থকা মানুহটো সাঁতুৰি সাঁতুৰি নাওখনৰ ফালে আহিল। মাইকেললৈ লক্ষ্য কৰি ছুৰিখন মাৰি পঠিয়ালে। কিন্তু পিটাৰে মাজ বাটতে হাত আগবঢ়াই ছুৰিখন ধৰিলে। তৎমুহূৰ্তে দেখা গ'ল যে পিটাৰৰ হাতৰ তলুৱাৰ পৰা তেজ ওলাইছে।

ইফালে মানুহ দুটা গৈ নিজৰ নাৱত উঠিছেগৈ। নাওখনে মুখ ঘূৰাই বিপৰীত ফালে তীব্ৰ গতিৰে আঁতৰ হৈছে। ছুৰিখন যদি আকৌ উৰি আহে!

আঘাত বেছিকৈয়ে হ'ল। তলুৱাত ছুৰিখন দকৈ সোমাইছে। কটা ঠাইকণ পিটাৰে জোৰেৰে চেপি ধৰিছে। তথাপি তেজ বন্ধ হোৱা নাই। মাইকেলে কটা ঠাইত চূণ লেপি দিছে। কাপোৰেৰে টানি বান্ধি দিছে। তথাপি তেজ ৰোৱা নাই। চূণৰে সৈতে কাপোৰখন ৰঙা হৈ পৰিছে। মাইকেলৰ মুখখন শুকাই গৈছে। চকুত ভয় ভয় ভাব। জখম বেছি। এতিয়া কি কৰিব পৰা যায়?

—জাল সামৰি এতিয়া শীঘ্ৰে তত্তুকুড়িলৈ বল। মোৰ বোধেৰে কটা ঠাই ডোখৰ চিলাই কৰিব লাগিব। নহলে তেজ ওলায়েই থাকিব।

মাইকেলৰ চকু, মুখ আৰু কণ্ঠস্বৰত উদ্বেগ। সি ক'লে—তুত্তুকুড়িলৈ যাবি? হ'ব নোৱাৰে। আন ক'ৰবালৈ বল।

—মোৰ তুত্তুকুড়িতে জন্ম। তাতে ডাঙৰ-দীঘল হৈছোঁ। হাজাৰ হাজাৰ বছৰ ধৰি মোৰ উপৰিপুৰুষসকল তাতে আছিল। তাতে আমাৰ বংশ বাঢ়িছে। মাটি-বাৰীও তাতেই। মোক তুত্তুকুড়িলৈ যাবলৈ কোনে বাধা দিব পাৰে?

—কিন্তু এই কুকুৰনেচীয়া কেইটাই যে ক'ৰবাত চোপ লৈ আছে—

—মই এইবোৰ একো গ্ৰাহ্য নকৰোঁ। বল, নাৱৰ মুখ ঘূৰা।

জাল তোলাৰ কাম শেষ। ল'ৰা কেইটাৰ হাতত এতিয়া বঠা। নিজৰ নিজৰ ঠাইত সিহঁত বহি আছে। চিংগাৰায়ণৰ মুখত হাঁহি। সি তত্তুকুড়িৰে ল'ৰা।

এতিয়া বেলিটো আকাশৰ ভালেখিনি ওপৰত। সাগৰৰ পানী নীলা। পানী

অকণো ঘোদা হৈ থকা নাই। এতিয়া সাগৰখন দেখি ভাব নহয় যে কালি ধুমুহা বৰষুণে প্ৰলয়ৰ সৃষ্টি কৰিছিল।

আকাশ নীলা। আকাশ সেইবাবে আনন্দময়। সাগৰৰ জলৰাশিও। পানীত মিছামাছবোৰে উত্ৰাৱল হৈ ঘূৰি ফুৰিছে।

ক'লৈ আহিলো? এতিয়াহে পিটাৰৰ মনত বাস্তব বুদ্ধিয়ে দেখা দিলে। পশ্চিমে সোণালী বালিৰ তটৰেখা। আধা চন্দ্ৰ। বাওঁফালে কোইলৰ[1] শুভ্ৰ চূড়া। পিন্নাকোইল। এই অঞ্চলৰ আটাইতকৈ পুৰণি বিখ্যাত গীৰ্জা। সোঁফালে ত্ৰিচেন্দুৰৰ সুব্ৰাহ্মনিয়ামৰ মন্দিৰ চূড়া। তাৰো সোঁফালে পোনে পোনে দুটা পাহাৰৰ ধোৱাঁবৰণীয়া চূড়া। মাজত সেই জটাধাৰী দৈত্যটো প্ৰকাণ্ড গছজোপা। নীলা পানীৰ আঁচলত সোণালী বচিৰ পাৰি। মাটিৰ ওপৰত পাহাড়ৰ ওখ-চাপৰ ঢৌ। এই দৃশ্যটোকে লেণ্ডস্কেপ বোলে। এটা অতুলনীয় জীৱন্ত লেণ্ডস্কেপ। পিটাৰৰ মনত আনন্দ। কিন্তু হাতৰ যন্ত্ৰণা—

1 কোইল—মন্দিৰ, মচ্‌জিদ, গীৰ্জা।

চহৰৰ ভিতৰফালে কনভেন্টখন। বিৰাট চৌহদ। চৌদিশ ওখ প্ৰাচীৰ। পুৰুষৰ প্ৰবেশ নিষেধ। মেইন গেইটৰ কাষতে ডিচ্‌পেন্সৰী—দাতব্য চিকিৎসালয়। তাত সকলো বেমাৰী তিৰোতাৰ বাবে দুৱাৰ খোলা। বিনামূল্যে ঔষধ দিয়া হয়। দুখীয়া মাছমৰীয়া সম্প্ৰদায়ৰ ছোৱালী, মতা মানুহ আৰু ল'ৰাছোৱালীৰ ভিৰ।

চিষ্টাৰ চোফায়া এই ডিচ্‌পেন্সৰীৰ ডাক্তৰ। পিছে পাছ কৰা ডাক্তৰ নহয়। বোটানিৰ এম-এছচি। কনভেন্ট কলেজৰ বায়োলজিৰ লেক্‌চাৰাৰ। ফিজিওলজিও অলপ পঢ়া আছে। আৰু আছে অলপ ডাক্তৰীৰ ট্ৰেইনিং। ইয়াৰেই কাম চলি যায়।

এটা বাজি দহ মিনিট। ৰোগীৰ ভিৰ নাই। এটাহে ৰোগী আছে। গায়ে-মূৰে চাদৰ এখন লৈ ঘৰৰ এচুকৰ আন্ধাৰত বহি আছে। সকলোৰে খেলাখেলি কৰি ডাক্তৰৰ টেবুলৰ ফালে আগুৱাই গৈছিল। কিন্তু মানুহটোৱে তেতিয়া তলকা মাৰি বহিহে আছিল। অকণো গাটো লৰোৱা নাছিল।

—তোমাৰ কি হৈছে? এইফালে আহা।—চোফায়াই হাতখন আগবঢ়াই দিলে। ৰোগীৰ হাতলৈহে তাইৰ নজৰ। নাড়ী পৰীক্ষা কৰিব লাগিব। মানুহটো চাদৰৰ ভিতৰৰপৰা হাতখন উলিয়াই দিলে।

—এঃ। এয়া যে মৰামৰি কৰাৰ চিন!—চিষ্টাৰ চোফায়া ব্যস্ত. চেয়াৰৰপৰা উঠি তাই থিয় হ'ল। কম্পাউন্দাৰ চিষ্টাৰজনীও এতিয়া নাই। তাই গোটেই পুৱা বেলাটো ঔষধ দিছিল। এতিয়া বাহিৰলৈ গৈছে। বোধহয় কফি খাবলৈ। চিষ্টাৰ চোফায়াই নিজেই গামোচাৰ বান্ধটো খুলি দিলে। চূণৰ লেওটোও একুৱালে।—ইস্, বৰকৈ কাটিলে। হস্পিটেললৈ নগ'লা কিয়?

ৰোগীৰ মুখত কোনো কথা নাই। চিষ্টাৰ নিজেই আলমাৰিৰ পিছ ফাললৈ গ'ল। ষ্টোভটো জ্বলাই পানী গৰম কৰিলে। গৰম পানীত ঔষধ পেলাই চিলাই কৰা বেজীটো ডুবাই দিলে। আলমাৰিৰপৰা চিলাই কৰা সূতা আনিলে। সকলো যা-জোগাৰ হোৱাৰ পাছত নিজেই চিলাই কৰিবলৈ ল'লে। চাৰ্জন নহ'লেও চিষ্টাৰ চিলাই কৰাত পাৰ্গত। বেজীটো সোমালেও ৰোগীয়ে যন্ত্ৰণাত চিঞৰ নেমাৰে। চিলাইৰ কাম শেষ কৰি ঘা লগা ঠাইকণ ধুই চিষ্টাৰ থিয় হ'ল।

—ধন্যবাদ। বঢ়িয়া চিলাই হৈছে।

মাতটো শুনিছে চিষ্টাৰে মুখ তুলি চালে। পিটাৰে তাৰ ঢাকি ৰখা মুখখন উদঙাই আকৌ ঢাকি পেলালে।

—আশ্চৰ্য! তুমি—আপুনি—চিষ্টাৰ চোফায়াৰ কণ্ঠস্বৰ সৰু হৈ পৰিল। তাই হতবাক!—অসম্ভৱ! সৰুকৈ উত্তৰ দিলে—আপুনি এতিয়াই ইয়াৰ পৰা গুচি যাওকগৈ। ইয়াকে কৈ চিষ্টাৰ চোফায়া দ্ৰুতবেগে কন্‌ভেণ্টৰ ভিতৰলৈ সোমাই গ'ল।

বন্দৰৰপৰা এক ফাৰ্লং দক্ষিণত পোৰ্ট অফিচ। এই অফিচ পাৰ হৈয়ে লোণৰ অফিচ। আলিটো গৈছে উত্তৰ-দক্ষিণলৈ। আলিৰ বাওঁফালে বালিৰ চৰ। তাৰ তলতেই পানীৰ দাঁতি। চৰৰ ওপৰত এখনৰ পাছত এখনকৈ তোনী[1] নিৰ্মাণ হৈছে। সৰু-বৰ নানান আকাৰৰ। ইয়াৰে ভিতৰত এখন তোনী নিশ্চয় শীঘ্ৰে পানীত নামিব। তাকে ঠেলি-ঠেলি পানীৰ নিচেই ওচৰলৈ অনা হৈছে।. সাগৰৰ শান্ত ঢৌবোৰে তোনীখনৰ তলত খুন্দা দিছেহি।

· ৰাতিৰ এটা প্ৰহৰ পাৰ হ'ল। পিটাৰে তোনীখনৰ তলত মনে মনে থিয় হৈ আছে। অলস ঢৌবোৰে তাৰ ভৰি দুখন চুইছে। পিটাৰ ধ্যানস্থ। তাই সাঁচাকৈয়ে নাহিব নেকি? কিন্তু মনে নেমানে।

পিটাৰে ইফালে-সিফালে চালে। চৌদিশে অন্ধকাৰ। বেছি অন্ধকাৰ নহয়। সকলো দেখা পোৱা গৈছে। আলিৰ দাঁতিত শাৰীয়ে শাৰীয়ে জুপুৰী ঘৰ। ইয়াত নাৱৰ মিস্ত্ৰী আৰু যোগালীবোৰ থাকে। জুপুৰী ঘৰবোৰ নিস্তব্ধ। তাত পোহৰো নাই।

আজি দুপৰীয়াৰ বজাৰত পোন প্ৰথম চাড়াৰ আমদানী। পিটাৰে দাও মাৰিছে। তাৰ মাছ ধৰা সাৰ্থক হৈছে। পোনতে নীলামদাৰ ভিনচেণ্টে অলপ গণ্ডগোল কৰিছিল। কিন্তু গ্ৰাহকবোৰেই তাৰ মাত বন্ধ কৰিলে।—বজাৰলৈ মাছ আহিছে। তুমি নীলামত নেডাকিবা কিয়?

পালিয়ামকোট্টা, তিৰুনেল্‌ভেলী, মাদুৰা আৰু বহুত দূৰৈৰ পৰা পাইকাৰী বেপাৰীবোৰ আহিছিল। এই ৰাজ্যত বহুদিন মাছ নাই। সেইবাবে মাছৰ বৰ চাহিদা। শেষত ঠিক হ'ল যে গ্ৰাহকসকলে নিজেই নীলামত মাছ ডাকি নিব। তেওঁলোকে তাকে কৰিলে। দাম উঠিল হেজাৰত পঁচিশ টকালৈ। নগদ তিনিশ পয়সত্তৰ টকা দি পালিয়ামকোট্টান মুছলমান বেপাৰী এটাই গোটেইখিনি চাড়া উঠাই লৈ গ'ল। টকাখিনি এতিয়াও কঁকালৰ খোচনিত আছে। নীলামদাৰ কুকুৰটোৱে বক-বক কৰিছিল। তাৰ নাকলৈ এখন পাঁচটকীয়া নোট দলিয়াই দিওঁতে সি ভিখাৰীৰ দৰে নোটখন বুটলি লৈছিল।

ইয়াৰ হাঙৰবোৰ কিজানি এতিয়ামানহে খবৰ পাইছে। মই আহিছোঁ বুলিও

1 তোনী—প্ৰকাণ্ড প্ৰকাণ্ড নাও। দুশ, পাঁচ শ, হাজাৰ টন মাল কঢ়িয়াব পাৰে।

খবৰ পাইছে। কিন্তু মই উভতি অহা নাই। মই উভতি আহিলে মই মোৰ ঘৰটো উদ্ধাৰ কৰিম, সংসাৰ কৰিম, ঘৈনীক লৈ—পিটাৰে এটা দীঘল হুমুনিয়াহ কাঢ়িলে। তাৰ ধ্যানভঙ্গ হ'ল।

—মই আহিছোঁ। অন্ধকাৰ ভেদি মিঠা মিহি মাত। মাতটো পিটাৰৰ পিছতেই। এক নিমিষতে হিয়াত শিহৰণ! সি ঘূৰি চাই দেখিলে যে কাষত এটা মূৰ্তি থিয় দি আছে। ভৰিৰ পৰা মূৰলৈকে ক'লা বোৰখাৰে আবৰা।

পিটাৰৰ মাত হৰিল। মুখৰ ভাষা হেৰাল। সকলো গণ্ডগোল হৈ গ'ল। বহু কষ্ট কৰি সি ক'লে –ইমান আন্ধাৰত তুমি কেনেকৈ আহিলা? ভয় লগা নাছিল?

—কিহৰ ভয়?

—কিন্তু ইমান ৰাতি! সেই পিঞ্জৰৰ পৰা!

—মেইন গেইটৰ দাৰোৱান ভি. ডি.-ত ভুগিছে। কথাটো জনাজনি হলেই তাৰ চাকুৰী যাব। মোৰ পৰা মনে মনে পেনিচিলিনৰ বেজী লয়। সিয়েই সকলো দিহা দিছে। কিন্তু আপুনি মোক আহিবলৈ ক'লে কিয়?

পিটাৰে এতিয়া নিজকে চম্ভালি ল'লে।

—ডাক্তৰে কি ৰোগীক এনেকৈ দূৰৈৰ পৰা খেদি পঠিয়ায়?

—এইফালে আপোনাৰ শত্ৰু বহুত। কোনোবাই যদি দেখা পায়, বৰ ডাঙৰ কথা হ'ব। আপুনিও আগন্তুক বিপদটো নজনা নহয়। ( চোফায়াৰ কণ্ঠত উদ্বেগ )

—মই নেভাবোঁ যে মোক দেখিব। চহৰৰ খবৰ শুনিবলৈ তোমাক মাতিছোঁ। কাৰণ তোমাৰ দুখীয়া-ধনী-সকলোৰে ঘৰলৈকে অবাধ গতি।

—কেৱল সেইবাবে আহিবলৈ কৈছিল?

চিন্তাৰ চোফায়াই এটা হুমুনিয়াহ সযত্নেৰে লুকুৱালে। তথাপি ই পিটাৰৰ কাণত পৰিল।

—কাৰ খবৰ বিচাৰিছে? চুচান কাৰ্ডোজাবনে তেওঁৰ সৰু ভায়েকৰ? সৰুজন মালিক আজি-কালি মোৰ ওপৰত সন্তুষ্ট। মোৱা মাহত কেমেৰা এটা উপহাৰ দিছে। দাম দেৰ হেজাৰ। মই বিচাৰিলে তুত্তুকুড়িৰ অতি উৎকৃষ্ট মুকুতাৰ মালাধাৰো পাব পাৰোঁ।

ইয়াকে কৈ অলপ পৰ খিল-খিলকৈ হাঁহিলে।—মই গহনা নিপিন্ধো কাৰণেহে —বুলি তাই অস্বাভাৱিক গহীন হৈ পৰিল। ক'লে—গডউইন ফাৰ্নাণ্ডো মহাশয়ৰ খুব অসুখ, আপুনি চহৰ এৰাৰ পাছত তেওঁ ডিঙিৰ কেন্সাৰ......

—কি ক'লা? কেন্সাৰ? কাৰ? গডউইন ফাৰ্নাণ্ডোৰ?

পিটাৰৰ কণ্ঠত দাৰুণ অবিশ্বাস। স্বাস্থ্যবান যুবক। তাৰো কেন্সাৰ হ'ব পাৰে? বিশ্বাসেই নহয়।

—এবা, কেল্গাৰেই। ডিঙিৰ কেন্সাৰ। বেচেৰাৰ ভয়ানক কষ্ট হৈছে। অথচ দেখাশুনা কৰিবলৈকো কোনো নাই। আৰু অতি বেছি এপষ। বেচেৰাই যদি শেষ সময়ত অকণমান শান্তি পালেহেঁতেন! তেওঁৰ ওচৰত আপোনালোকৰ কোনোবা মানুহ থকাহেঁতেন বৰ ভাল আছিল।

পিট্রাৰৰ মুখৰ মাত হৰিল। বুকত যেন কোনোবাই চোকা অস্ত্ৰৰেহে আঘাত কৰিলে! অসজ্ঞাতী পিটাৰ। গডউইনে তোক নবচোৱাহেঁতেন তই ইমানদিন ক'ত থাকিলিহেঁতেন?

—আপোনাৰ সেই পাৰালৈ যাবলৈ হ'লে পদে পদে বিপদৰ আশঙ্কা। তথাপি মোৰ অনুৰোধ, এবাৰ তেওঁক চাই আহকগৈ। নহ'লে হয়তো আকৌ—

হঠাতে পিটাৰে চুখোজমান আগুৱালে। চোফায়াই তাৰ বুকৰ ওপৰত ৰখা হাত দুটা জোৰেৰে খামোচ মাৰি ধৰিলে। লগে লগে বৈদ্যুতিক শ্বক পোৱা মানুহৰ দৰে সি গাটো জোকাৰিলে। ইতিমধ্যে চোফায়াই হাত দুখন মুক্ত কৰিলে। তাই কেই খোজমান পাছুৱাই গ'ল।

—ছিঃ, মোৰ আত্মা দেৱতাৰ ওচৰত অৰ্পিত হৈছে। আমি নান। আমাক এনেকৈ স্পৰ্শ কৰিব নেপায়।

পিটাৰৰ নিশ্বাস উষ্ণ। গাঢ়। বুকুখনৰো ধপ্‌ধপনি উঠিছে। কোনোপধ্যে নিজকে সংযত কৰিব পৰা নাই।

—তুমি এটা কাম কৰিব লাগিব। টেলিগ্ৰাম কৰিব লাগিব।

—ক'লৈ?

—লণ্ডনলৈ। ভাৰতীয় হাই কমিচনাৰ ভি. কে. কৃষ্ণমেননৰ নামত।

—কি ক'ব লাগিব?

—জনাবা, এণ্টনী ফাৰ্নাণ্ডোক—

—তেওঁ কোন?

—গডউইনৰ একমাত্ৰ সন্তান। চৈধ্য বছৰ দেশ ত্যাগ—

—কি জনাম?

—ক'বা, এণ্টনী ফাৰ্নাণ্ডোৰ পিতৃ মৃত্যুশয্যাত। পিটাৰৰ একান্ত অনুৰোধ ল'ৰাটোক যেন অতি সোনকালে দেশলৈ পঠিওৱা হয়।

—তেতিয়া কামত আহিব?

—আহিব পাৰে। কিন্তু টেলিগ্ৰামখন পালিয়ামকোট্টাৰ পৰা পঠাবা। ইয়াত যেন চৰাই-চিৰিকতিয়েও ভূ নেপায়। বুজিলা?

—মই কাইলৈকে বুঢ়া ফাদাৰক চাবলৈ পালিয়ামকোট্টালৈ যোৱাৰ কথা আছে।

—তেনেহ'লে ঠিক আছে। এয়া লোৱাচোন।

কঁকালৰ খোচনিৰ পৰা এনুৰা নোট উলিয়াই সি চোফায়াৰ হাতত দিলে।

চোফায়াই হাতখন আঁতৰাই ক'লে—দৰকাৰ নাই। আজিকালি সৰু মালিকৰ কৃপাত মোৰ একেবাৰে টকাৰ অভাব নাই।

—সৰু মালিকলৈ তোমাৰ বৰ মৰম! সি তাৰ টকাৰ......

সাপৰ দৰে কেঁচ তুলি চোফায়াই ক'লে—ছিঃ। এনে কথা ক'বলৈ আপোনাৰ সত গ'ল?

পিটাৰৰ অৱস্থা ফুটা বেলুনৰ দৰে।

—মই আহিলোঁ। আৰু ৰ'ব নোৱাৰিম। এতিয়া মোলৈ আটাইৰে নজৰ। বেৰৰ জোলোঙাবো চকু আছে।

কথাটো তাই ক'লেহে। কিন্তু তাই আঁতৰ নহ'ল।

—ইয়ালৈ আহিলা কেনেকৈ, তেনেহ'লে?

—চহৰৰ আলিটো এৰি কবৰস্থানৰ কাষেদি। পলম হৈছে। মই যাওঁ।

—চুফি, আৰু অকণমান ৰোৱা। পুনৰ অনুৰোধ কৰিছোঁ।

পিটাৰৰ কথা কেইটা প্ৰাৰ্থনাৰ দৰে লাগিল। তাৰ কি আকুল অনুনয়!

—তোমাৰ হাতখন আগুৱাই দিয়াচোন। মই তোমাক এবাৰ ছুই চাওঁ।

—আমি কুমাৰী, মা মেৰীৰ অংশ, আমি ব্ৰহ্মচাৰিণী। আমাক এনেকুৱা অনুৰোধ কৰিব নেলাগে।

ইয়াকে কৈ চোফায়া আগুৱাই গ'ল। পিটাৰৰ হাতটো নিজৰ হাতত তুলি ল'লে।

—কেনেকৈ যে জীৱনটো কটাইছোঁ!

চোফায়াৰ মাতটোৱেই অন্য ধৰণৰ হৈ পৰিছে। এতিয়া আৰু তাই মা মেৰীৰ অংশ নহয়। তাই নিজেই মা। তাই তাৰ কটা ঠাইখিনিত হাত বুলাইছে। গভীৰ মৰমেৰে।

পিটাৰৰ মাতটোও থোকাথুকি। সি ডুবাৰমান গলাটো চাফ কৰি ল'লে। সি ক'লে—মান্নাৰৰ পানীত মাছ ধৰা মানুহখিনিৰ তেজত অতীতৰে পৰা মান্নাৰৰ পানী আছে। আজি আকুল ফাৰ্নাণ্ডোৰ ডুটা ল'ৰাই মোৰ নাৱত উৎপাত......

চোফায়াই আৰ্তনাদ কৰি উঠিল। তাই ক'লে—সৰ্বনাশ! পিচ্চাইয়া চুচ্চাইয়া?

—ডাঙৰ মালিকে মোক হত্যা কৰিবৰ বাবে সিহঁত ডুয়োটাকে লগাইছে।

ভয়ত তাই পিটাৰৰ প্ৰকাণ্ড হাত ডুটা জোৰেৰে খামোচ মাৰি ধৰিলে। সেই স্পৰ্শ কোমল ফুলৰ পাহিৰ নিচিনা। পিটাৰৰ সকলো জ্বালা-যন্ত্ৰণা নিমিষতে নাইকিয়া হ'ল। কেৱল হাতৰ যন্ত্ৰণাই নহয়, মনৰ যন্ত্ৰণাও।

কিন্তু বাস্কোন খোলাৰ লগে লগে ফুলৰ পাহিবোৰ তপ-তপকৈ সৰিবলৈ ধৰিলে।

—ঈশ্বৰক ভাল পাবলৈ শিকক। মোক পাহৰি যাওক।

—প্ৰাণ থাকে মানে তোমাক পাহৰিব নোৱাৰোঁ। মই তোমাক বিচাৰোঁ।

পিটাৰৰ কণ্ঠত সিংহৰ সংযত গৰ্জন। শব্দ কেইটা তাৰ বুকু ভেদ কৰি ওলাইছে। —মই ধৰ্ম, ঈশ্বৰ আদি এইবোৰ শব্দ বুজি নেপাওঁ। এইবোৰতকৈ অধিক সত্য মাথোন তুমি।

—নক'বা, নক'বা। এনে কথা—

চোফায়াই পিটাৰক বাধা দিব খুজিলে। কিন্তু পিটাৰ মনে মনে নেথাকিল। কাৰণ পিটাৰৰ হিয়াত এতিয়া অগনি জ্বলিছে।

—আমাৰ ঘৰ বান্ধিবলৈ এতিয়া ভেঁটি এটা লাগে। সাগৰ ঘোলা কৰি মই মাছ ধৰোঁ। সমগ্ৰ সমাজ-ধৰ্ম অস্বীকাৰ কৰি মই তোমাক মোৰ আপোন কৰিম। তোমাৰ সাকুৰা মাটিত আমাৰ সন্তান-সন্ততিবোৰ লহপহকৈ বাঢ়িব লাগিব। মোক তোমাৰ বৰ প্ৰয়োজন।

চোফায়াৰ মাতটো নোলোৱা হ'ল। তাই অধীৰা, বিস্মিতা। তাই যেন মন্ত্ৰপাঠহে শুনিছে। ভীষণ মাৰাত্মক মন্ত্ৰ। মন্ত্ৰধ্বনিয়ে তাইৰ স্নায়ুত ক্ৰিয়া কৰিছে। তাই নিচাগ্ৰস্থা হৈছে। চিন্তাৰ চোফায়াৰ বুকুত কিহবাৰ অজান শিহৰণ। তাই থিয় হৈছে। তাইৰ গাটো ছন্দান্বিত হৈছে।

পিটাৰে তাইৰ হাত দুখন জোৰেৰে চেপি ধৰিবলৈ বিচাৰিলে। কিন্তু তৎক্ষণাৎ এৰুৱাই আনিলে। তোনীখনৰ কাষেদি তাই দ্ৰুতবেগে আহি আলিত উঠিলহি।

পিটাৰ হতভম্ব হৈ থিয় দি থাকিল। সি দেখিলে যে মূৰ্তিটো ঘোৰ অন্ধকাৰৰ মাজত হেৰাই গ'ল।

# 5

গডউইন ফাৰ্ণাণ্ডো ৰোগশয্যাত। চহৰৰ বিখ্যাত ধনী ব্যৱসায়ী। অসাধাৰণ কৰ্মী। কৃতী পুৰুষ। মাদ্ৰাৰ পৰা যিমানেই দক্ষিণলৈ যোৱা যায় সিমানেই তেওঁৰ নাম বেছিকৈ শুনা যায়।

কোনোৱে কোনোৱে কয় তেওঁৰ হেনো কপাল ভাল। তেওঁ এমুঠি বালি হাতত ল'লে সোণ হয়। তেওঁৰ ব্যৱসায়ত লাখ লাখ টকা—

কোনোৱে কোনোৱে পিছে কয় গড্উইন ফাৰ্ণাণ্ডো হেনো আচলতে ভূত-প্ৰেত পোহা মানুহ। পিশাচসিদ্ধ। জিন-পৰীক লৈ তেওঁৰ কাৰবাৰ। নহ'লে লিখিব-পঢ়িব নজনা মানুহটোৰ ইমান টকা-পইচা হ'ল কেনেকৈ? কোনো কোনোৱে তেওঁৰ ঘৰলৈ এজন পিশাচসিদ্ধ গুৰুক অহা দেখা পায়। তেওঁৰ গুণগ্ৰাহীসকলে কয়, তেওঁ ক্ষণজন্মা পুৰুষ। এনেকুৱা গুণী মানুহ কোটিৰ ভিতৰত এটাহে দেখা যায়। মানুহে মুখ মেলিলেই তেওঁ পেটৰ কথা বুজি পায়। তেওঁৰ চেহেৰাটোও অদ্ভুত; এটা যেন দৈত্যাহে। মনৰ জোৰো দেহৰ জোৰৰ সমানেই। কেৱল মীনপাৰোৱা সমাজ নেলাগে, সমগ্ৰ দক্ষিণাঞ্চলতে গডউইনৰ দৰে মানুহ সাধাৰণতে দেখা নেযায়।

চাউথ ৰাজা ষ্ট্ৰীটৰ পৰা অলপ ভিতৰলৈ সোমালেই গডউইনৰ প্ৰকাণ্ড অট্টালিকাটো চকুত পৰে। বাহিৰৰ পৰা একো ধৰিব নোৱাৰি। গোটেই গলিটোৱেই তেওঁৰ ঘৰৰ সীমা। চৌহদটো প্ৰকাণ্ড। ঘৰো এটাৰ পাছত এটাকৈ তিনিটা।

বাহিৰৰ ঘৰটোৱেই প্ৰকাণ্ড হলঘৰ। ঘৰৰ মজিয়া কাঠৰ। কাঠ চিকমিকাই থাকে। বিলাতী ধৰণৰ নাচঘৰ। হলৰ দুকাষে দুটা ডাঙৰ ডাঙৰ ঘৰ। এটা ডাইনিং আৰু এটা ড্ৰেছিং ৰুম।

ইটো ঘৰ আৰু ডাঙৰ। গোটেই ঘৰটোৱেই অফিচ। গডউইনৰ হৰেক ৰকম কাৰবাৰ আছে। লোণৰ ভাঁটি, জাহাজ কোম্পানীৰ এজেন্সি, ষ্টিভেডোৰী, শ্বিপিং চেণ্ড্লাৰ এণ্ড অৰ্ডাৰ চাপ্লায়াৰ, বেঙ্কিং, চাহ-কফিৰ এষ্টেট, ঠিকাদাৰী— আৰু বহুত কিবাকিবি। শ্ৰীলঙ্কা, হংকং, মালয় আৰু সমগ্ৰ ভাৰতত তেওঁৰ ব্যৱসায়। দুবছৰৰ আগতে এই ঘৰটোৱেই সকলোবোৰ ব্যৱসায়ৰ হেড অফিচ আছিল। এতিয়া বেছি ভাগ অফিচ শ্ৰীলঙ্কাকৈ উঠাই নিছে। এতিয়া ইয়াত অলপ অচৰপ কামহে হয়। অলপ ভিতৰলৈ গ'লেই বেৰে আগোৰা ঠাই

এডোখৰ পোৱা যায়। ঠাইডোখৰ পকী। এই ঠাই পাৰ হ'লেই অন্তেষপুৰ মানে নিভৃতে থকা ঠাই। এই অন্তেষপুৰৰ এটা তলাত চাকৰ-নাকৰবোৰ থাকে। মাজত থকা খটখটিয়েদি দ্বিতীয় তলালৈ যাব পাৰি। ইয়াৰ মাজভাগত এটা হলঘৰ। তাৰ পিছফালে এখন বাৰান্দা। হলৰ দুকাষে আৰু বহুত ঘৰ।

এই ঘৰ অতিক্ৰম কৰিলে ফুলৰ বাগিচা এখন পোৱা যায়। ফুলনিৰ মাজত ফোৱাৰা। মাজে মাজে শিলৰ উলঙ্গ মূৰ্তি। বিশেষকৈ নাৰীৰ।

বাগিছাৰ একাষত কেবা শাৰীও ষ্টাফ কোৱাৰ্টাৰ। ইয়াত কেৰাণীবোৰ থাকে।

তলৰ পৰা অহা চিড়িটো পালিছ কৰা মেহগনিৰ। তাত পাৰ্ছিয়ান গালিচা। চিড়িয়েদি উঠি গ'লেই হলঘৰটো পোৱা যায়।

এই হলঘৰটোৰ এখন বেৰৰ কাষত এখন মেহগনিৰ ডাঙৰ পালেং। পালেংখনে হলৰ এক-চতুৰ্থাংশ অধিকাৰ কৰি আছে। তাতে গডউইন শুই আছে।

.হলৰ বেৰত ডাঙৰ ডাঙৰ বন্ধাই থোৱা ছবি। কোনো কোনো ছবি লেণ্ডস্কেপৰ। স্কটলেণ্ডৰ পাহাৰৰ, তাৰ পাইনবনৰ। নদী। পাহাৰী নদীৰ দাঁতিয়েদি মুখ ওপৰলৈ কৰি ৰেড ডিয়েৰ গৈ আছে। কোনোবাটো লেণ্ডস্কেপত একোজন চিকাৰী। ঘোঁৰাত উঠা তজবৃজীয়া চিকাৰী। লগত এজাক কুকুৰ। এয়া শিয়াল মৰাৰ অভিযান। বেছি ভাগ ছবিয়েই উলঙ্গ মেম চাহাবৰ। দেহ-গঠন অপূৰ্ব। ৰেনোৱা বা ৰেম্ব্ৰাঁৰ অনুকৰণ। ইয়াত আৰ্টতকৈ চকুত চমক লগোৱা উপাদানহে অধিক। ঘৰৰ চুকত সৰু টেবুলত এখন উলঙ্গ ভেনাচৰ মূৰ্তি।

চিড়ি বগাই পোনতে পোৱা দুৱাৰখন আটাইতকৈ ডাঙৰ। দুৱাৰৰ ওপৰত পালিছ কৰা কাঠৰ ফ্ৰেমত মা মেৰী। কোলাত শিশু যীশু। তাৰ একাষত হলি ঘোষ্ট। আনটো কাষত এন্টনী। এন্টনীৰ মূৰৰ ওপৰত ওলমি আছে পাখি লগোৱা এঞ্জেলৰ দল।

মা মেৰীৰ মূৰৰ মুকুটৰ ওপৰত এটা কম পাৱাৰৰ ইলেক্ট্ৰিক বাল্‌ব। বেটাৰীৰ যোগেদি ই চব্বিছ ঘন্টা জ্বলে। মেৰীৰ মূৰ্তিটো কাচেৰে আবৰা। ঠিক তাৰ তলতে চৌকাঠ পৰ্যন্ত ব্যাপি আছে যীশুৰ প্ৰকাণ্ড ছবিখনে। গিল্ট ফ্ৰেমত বন্ধোৱা। যীশুৱে দুই হাতেৰে বুকুখন ফালি দেখুৱাইছে।

গড্‌উইনৰ চকু এই ফালেই। ঘৰৰ দুফালে দুখন দুৱাৰ। ডাঙৰ ডাঙৰ খিৰিকী। আটাই কেইখনেই বন্ধ আছে। পৰ্দাও নমাই থোৱা আছে। ভেলভেটৰ পৰ্দা। পৰ্দা থকা কাৰণে ঘৰত দিনৰ পোহৰ নপৰে। ভিতৰত সোমালে দিন নে ৰাতি ধৰিব নোৱাৰি। তথাপি গড্‌উইনৰ মনৰ ভিতৰত অস্থিৰ ঘড়িৰ কাঁটা কেইডাল টিক্ টিক্ কৰে ঠিক ঘূৰি আছে। দিন নে ৰাতি ঠিক বুজিব পাৰে। কেইটা বাজিছে—

বিয়াগোম দৈত্য যেন মানুহটোৰ এতিয়া কঙ্কালসাৰ অৱস্থা। দেহটো বিছনাত লিপিট খাই আছে।

আৰম্ভ দুবছৰৰ আগতে। পোনতে ডিঙিৰ বিষ। এবছৰৰ ভিতৰত গোটেই ডিঙিটোত ঘা। ভিতৰতো ঘা—বাহিৰতো ঘা। তেতিয়াই বুজিবলৈ বাকী নেথাকিল যে এয়া কেন্সাৰৰ কামোৰ। এই দেশৰ কোনো ডাঙৰ ডাক্তৰ বাদ নপৰিল। চিলোন, হংকং আৰু চিঙাপুৰৰ ডাক্তৰেও হাৰ মানিলে। মাদ্ৰাজ—ত্ৰিচি—ভেলোৰ—দিল্লী। আনকি কলিকতা পৰ্যন্ত ডাক্তৰ বিচৰা হ'ল। কিন্তু একো কামত নাহিল। শেষ পৰামৰ্শ বিলাত নাইবা আমেৰিকা।

শৰীৰটো তেনেই ভাগি পৰিছে। নেলাগে আৰু চিকিৎসা কৰিব। মৰিলে নিজৰ চহৰখনতে মৰিম। নিজৰ ঘৰত মৰিম। গড্উইনৰ শেষ কথা।

এই ৰোগৰ যন্ত্ৰণা বৰ অসহনীয়। গড্উইনে মূৰ কটা পঠাৰ দৰে ধৰফৰায়। ডিঙিৰ একাংশ পঁচি খহি পৰিছে।—তথাপি আন ঠাইলৈ নেযাওঁ। ইয়াতেই মৰিম। জীয়াই থকাৰ দৰেই জীয়াই আছিলোঁ। সগৰ্বে। এতিয়াও যোগ্যভাৱে মৰিম। গড্উইনৰ মৰিবলৈ অকণো ভয় নাই। ভয় নেথাকিব পাৰে, কিন্তু চিন্তা অনেক। চিন্তাবোৰেহে মনটো খুলি খাইছে। অন্তিমকালৰ অশান্তি। দিনে দিনে কণ্ঠস্বৰ ভাগিছে। এতিয়া কথা ক'লে ঘৰ্-ঘৰ্ শব্দ কৰে।

ঘৰত পঁচা দুৰ্গন্ধ। ঔষধৰ গোন্ধেও এই দুৰ্গন্ধ দূৰ কৰিব পৰা নাই। গড্উইনৰ শৰীৰত একোৱেই নাই। আছে মাত্ৰ চকু দুটা। তেওঁ যিমানেই মৃত্যুৰ ওচৰ চাপি আহিছে সিমানেই তেওঁৰ চকু দুটা তীক্ষ্ণ হৈ পৰিছে। অন্ধকাৰত নিশাচৰৰ চকুৰ দৰেই এইহাল চকু। আৰু বুকুৰ ঘন ঘন স্পন্দন বুজা যায়।

হঠাৎ দুৱাৰৰ গধুৰ পৰ্দাখন লৰিল। লগে লগে গড্উইনৰ চকু দুটা জ্বলি উঠিল।—কোন, কোন? কোন আহিছে এই ঘৰলৈ—মাৰিয়াদাচন—

গাৰ দুৰ্গন্ধৰ কাৰণে যোৱা কেই মাহমান ধৰি এইটো ঘৰলৈ মানুহ নাহেই। যাক আপোন বুলি গণ্য কৰা হৈছিল তেওঁলোকো নাহে। মাথোন পুৰণিকলীয়া বন্ধু ভেঙ্কি আয়াৰেহে দিনৌ ৰাতিপুৱা এবাৰ গড্উইনক চাই যায়হি। আয়াৰে এইবোৰলৈ পৰোৱা নকৰে। এতিয়াতো ৰাতিয়েই হ'ল। কোন আহিব পাৰে?

মাৰিয়াদাচন কেৱল দৰমহা খোৱা চাকৰেই নহয়, গড্উইনৰ বহুদিনীয়া সঙ্গীও। দুখ-সুখৰ সঙ্গী। সৎকৰ্ম-অপকৰ্মৰ সঙ্গী বন্ধু। এতিয়া সি পুৱা-আবেলি আহে। লগত থাকিবলৈ বিচাৰে। কিন্তু গড্উইনৰ আপত্তি। ডাক্তৰৰো আপত্তি। সি দুৱাৰৰ বাহিৰত বহি থাকে। ঘন্টাৰ মাত শুনিলেই দৌৰি আহে। সিয়েই ভিতৰলৈ দৰকাৰী বস্তু-বাহানি আনে। কিন্তু সন্ধিয়াৰ পাছত মাৰিয়াদাচন বেলেগ মানুহ। কেই গিলাচমান আৰক খাই, অজ্ঞান হৈ পৰি থাকে। নিজৰ ঘৰত এনেকৈ শুই থকা মানুহটোৱে ভুঁইকঁপ হ'লেও সাৰ নেপায়। তেনেহলে, এতিয়া ৰাতি দহ বজাত কোন আহিব পাৰে? গড্উইন বৰ বিৰক্ত হ'ল।

পৰ্দাখন লাহে লাহে মেল খালে। গড্উইনৰ চকু থিয় হ'ল। এটা মূৰ্তি। লেভেৰা

পেণ্টটো আঁঠুলৈকে কোঁচোৱা। গাত এটা হাতকটা লেতেৰা গেঞ্জি। বিৰাট দেহ। গোটেই মূৰটো জুৰি ৰুক্ষ চুলি। তাৰ তলত ক'লা কষ্টিপাথৰেৰে খোদাই কৰা কপাল। বটালি মাৰি বনোৱা নাক। দুটা সৰু সৰু জ্বল-মলাই থকা চকুৰে বিছনাৰফালে চাই আছে। মূৰ্তিটো নিমাত-নিশ্চল। চকুহালেও পাতি মৰা নাই।

গড্‌উইনৰ দৃষ্টিও নিষ্পলক। তেওঁৰ বুকুৰ ধপ্‌ধপনিটো বাঢ়িল। সাগৰৰপৰা সজীৱ বতাহ ঘৰটোত সোমাল। ঘৰটোত নিমখৰো গোন্ধ লগে লগে সোমাল। অলপ সময়ৰ কাৰণে দুৰ্গন্ধটো নোহোৱা হ'ল।

গড্‌উইন চঞ্চল হৈ পৰিল। মুহূৰ্তৰ কাৰণে ৰোগৰ যন্ত্ৰণা পাহৰি তেওঁ দুহাতত ভৰ দি বহিল। উত্তেজনাত শৰীৰটো কঁপিবলৈ ধৰিলে। গড্‌উইনে গাৰুৰ ওপৰত পৰি গ'ল। মূৰ্তিটোৱে দৌৰি আহি তেওঁক ধৰিলে। আকোঁৱালি ল'লে। গড্‌উইনৰ মাকলৈ মনত পৰিল। সি সৰু থাকোতেই কাল হোৱা মাকজনীলৈ। মূৰ্তিটোৱে মাকৰ দৰে আলফুলকৈ তেওঁক শুৱাই দিলে। গড্‌উইনৰ মুখৰ ওপৰত দুটোপাল গৰম চকুলো পৰিল।

পিটাৰে কান্দিছে। জায়েণ্ট গডউইনৰ অৱস্থাটো দেখি কান্দিছে। সকলোকে অবাক কৰি এই মানুহটোৱে বিছমোনীয়া কপিকল একোটা এদিন অনায়াসে ওপৰলৈ তুলিব পাৰিছিল। এওঁৰ একোটা চৰত একোটা তেজাল ডেকা অজ্ঞান হৈ পৰিছিল।

গড্‌উইনে থেলা এটা মাৰি পিটাৰক গাৰ ওচৰৰ পৰা আঁতৰালে। ইঙ্গিতেৰে ওচৰৰ চকিখনত বহিবলৈ ক'লে। পিটাৰে গড্‌উইনৰ কাষত বিছানাখনতেই বহিল। গড্‌উইনে ডিঙিত বান্ধি থোৱা ৰেছমৰ ৰুমালখন আঁতৰাই দিলে। কি বীভৎস দৃশ্য! ডিঙিৰ সমুখ ভাগ তেনেই খালি। জুই যেন ৰঙা ঘা— ভিতৰৰ নলীডাললৈকে দেখা গৈছে। পঁচা দুৰ্গন্ধত ঘৰটোত থাকিব নোৱাৰা হৈ পৰিছে। উশাহ লোৱাও টান হৈ পৰিছে।

পিটাৰে দেখিলে এটা ক'লা পাস্থাৰ। সি তাৰ ছুৰিৰ দৰে ধাৰ থকা দাঁতবোৰ যেন ডিঙিৰ দুই পিনে বহুৱাই দিছে। এই পাহাৰসদৃশ মানুহটো নিস্তেজ হৈ এতিয়া মৰাৰ দৰে পৰি আছে। ইয়াকে ভাবি পিটাৰ বৰ বিমৰ্ষ হৈ পৰিল।

এনেহেন এজন লোকৰ এনেকৈ মৰিবলগীয়া হ'ব লাগেনে? এওঁ পানীত পৰি মৰাও ভাল আছিল। তেতিয়া দেহটো পানী খাই তিনিগুণ হৈ ওফন্দিলহেঁতেন। দেহটোৱে সম্ৰাটৰ দৰে অধিক ঠাই দখল কৰিলেহেঁতেন। বিছমোনীয়া কপিকলটো মূৰত পৰি মৰাও ভাল আছিল। দুখ কৰিবলৈ কিটো আছে? পেৰিয়াৰৰ হাবিৰ এটা দঁতাল হাতী যেন বোকাত পৰিছে; গললৈকে পোট খাইছে। হাতীটোৱে আস্ফালন কৰিছে। বিষাক্ত পোকবোৰে তাৰ দেহটো খুলি খুলি খাইছে। অসহ্য এই দৃশ্য—

এটা দুটা কথা ক'বৰ বাবে তেওঁ ব্যাকুল। পিটাৰে কোনো মানুহক কথা ক'বৰ বাবে এনেকৈ ব্যাকুল হোৱা আগতে দেখা নাছিল। গড্‌উইনৰ প্ৰাণটো যেন দেহপিঞ্জৰৰ পৰা ওলাই আহিব! তেওঁৰ চকু দুটাও যেন গহ্বৰৰ পৰা ওলাইহে আহিব। তেওঁ অস্থিৰ হৈছে। আস্ফালন কৰিছে। গলৰ পৰা ঘড়-ঘড় শব্দত বাহিৰে আন একো শব্দ ওলোৱা নাই।

কথা ক'বৰ চেষ্টা প্ৰায় পোন্ধৰ মিনিটমান চলিল। শেষত এটা ফুচফুচীয়া শব্দ বাহিৰ হ'ল। পিটাৰে গাটো হলাই গড্‌উইনৰ মুখৰ ওচৰলৈ কাণখন নিলে। সকলো কথা স্পষ্টকৈ শুনা নগ'ল। শুনা গ'লেও বুজা নগ'ল। গড্‌উইনৰ কণ্ঠস্বৰ তেনেই ক্ষীণ।

—মা মেৰীয়ে মোৰ প্ৰাৰ্থনা শুনিছে। তোমাক ইয়ালৈ পঠাইছে। মই তোমাক আশা কৰি দিন গণি আছোঁ।

—মোক আশা কৰি—

—এৰা, তোমাকেই বিচাৰিছিলোঁ। মই জানো যে চয়তানহঁতে তোমাক পালে জীয়াই জীয়াই চোবাব। তথাপি—

—আপোনাৰ এনে অৱস্থাৰ কথা আগতে গম পোৱা হ'লে—

—কেনেকৈ গম পাবা? তুমি দু'বছৰ নিখোজ। তথাপি তোমাৰ আশাতে বাচি আছোঁ। মই মীনপাৰোৱা। মাছমৰীয়াৰ সন্তান। আশাতেই মোৰ জীৱন—মোৰ বুকুৰ ধপ্‌ধপনিতো আশাৰ উঠা-নমা।

—জনাহেঁতেন আপোনাক এৰি মই ক'লৈকো নগ'লোঁহেঁতেন।

—গৈ ভালেই কৰিলা। ইহঁতে তোমাক জীয়াই নেৰাখিলেহেঁতেন। ইহঁতৰ ক্ষমতাৰ ওচৰত মই হাৰি গৈছোঁ। তোমাক বচাব নোৱাৰিলোঁহেঁতেন।

—সেইদিনা মই ভয়ত পলাইছিলোঁ। মোৰ আজি সেই ভয় নাই। মই এতিয়া নপলাওঁ। আপোনাৰ কাষত থাকিম। আপোনাৰ সেৱা কৰিম। ভাল ডাক্তৰ দেখুৱাম।

—ডাক্তৰে আৰু একো কৰিব নোৱাৰে। কেৱল তুমিহে মোক বচাব পাৰা।

—মই? কেনেকৈ? মই চিকিৎসাৰ বিষয়ে কী জানো?

– মই ৰোগৰ ঔষধ বিচৰা নাই।—গড্‌উইনে তীক্ষ্ণ চকু দুটা বিস্ফাৰিত কৰি পিটাৰৰ মুখলৈ চালে।– মই তোমাৰ পৰা অইন ঔষধ বিচাৰিছোঁ।

পিটাৰ হতবাক।

—মই তোমাৰ পৰা অকণমান শান্তি বিচাৰোঁ। দিবা? গড্‌উইনৰ চকুত প্ৰচণ্ড প্ৰত্যাশা। এতিয়া তেওঁৰ মাতটো অলপ বুজিব পৰা হৈছে। পিটাৰৰ বিশেষ অসুবিধা হোৱা নাই। কিন্তু সি অতি আচৰিত হৈছে।

এই অঞ্চলৰ শ্ৰেষ্ঠ পুৰুষ। ধুৰন্ধৰ কাৰবাৰী। তেওঁৰ একোৰে অভাৱ নাই। মান-সন্মান আছে, লাখ লাখ টকা আছে। কিন্তু সেইজন গড্‌উইনেই সাধাৰণ ভিখাৰীৰ দৰে হাত পাতি তাৰ পৰা শান্তি বিচাৰিছে! সঁচাকৈয়ে অতি আচৰিত কথা! পিটাৰৰ ব্যথা ভৰা মনে ভাবিছে—মানুহ ইমান অসহায়—

গড্‌উইনে কৈছে—মোৰ আত্মীয়স্বজনৰ অভাৱ নাই। মোৰ পৰা উপকাৰ পোৱা সময়ছোৱাত সিহঁতে মোৰ ওচৰত ভেনা মাখিৰ দৰে ঘূৰি ফুৰিছিল। আজিকালি সিহঁতে এইফালে মূকে নকৰে। যাক নিতান্ত ওচৰসম্পৰ্কীয় বুলি ভাবিছিলোঁ, সিহঁতেই এতিয়া আটাইতকৈ বেছি দূৰত থাকে। কেলাৰ হোৱা বুলি গম পাই সকলো পলাইছে। কিন্তু সিহঁত মোৰ আশে-পাশেই আছে, চোপ লৈ আছে। মই ইয়াৰপৰাই দেখিবলৈ পাইছোঁ। সিহঁতে মই কেতিয়া মৰিম তাকে চিন্তা কৰিছে। মোৰ মৰণৰ দিনটোলৈ বাট চাই আছে। সিহঁতে হয়তো কৈছে—বুঢ়া ম'হটো কেতিয়া মৰিব? মই মৰিলেই মোৰ সা-সম্পত্তি আৰু মোৰ হাড়ক মাটি তেজক পানী কৰি গঢ়ি তোলা কাৰবাৰবোৰ সিহঁতে শগুণৰ দৰে ঘুকুটি ঘুকুটি খাব। কিন্তু মই এনে হ'বলৈ কেতিয়াও নিদিওঁ।

কাহৰ বাবে গড্‌উইনে কথা ক'ব নোৱাৰা হ'ল। গলাৰ ঘৰ-ঘৰণিবোৰ গৰ্জনৰ দৰে শুনা গ'ল। বুকুত গাৰুটো লৈ গড্‌উইন অলপ পৰ শুলে। পিটাৰ গভীৰ চিন্তাত নিমগ্ন হ'ল।

গড্‌উইনে পুনৰ আৰম্ভ কৰিলে—তোমাৰ দেউতাৰা এই অঞ্চলৰ এজন খাঁটি মানুহ আছিল। তেওঁ স্বৰূপ কথাই কৈছিল। আমি মাছমৰীয়াৰ সন্তান, আমি খাটোঁ, উপাৰ্জন কৰোঁ। খাওঁ। আমাৰ কাৰণে পইচা বাহি কৰাটো বিহ খোৱাৰ দৰে কথা। আমাৰ কাৰণে পাপ। শেষত সেই বিষৰ জ্বালা মই সহিবলগীয়া হৈছে। এই জ্বালাৰ পৰা তুমি মোক ৰেহাই দিয়া।

—মই? সপোনত কথা কোৱা মানুহৰ দৰে পিটাৰে এনেকৈ ক'লে।

—এৰা, তুমিয়েই। এই বছৰটোৰ ভিতৰত প্ৰতি দিনেই কথাটো ভাবিছোঁ। ভাবি স্থিৰ সিদ্ধান্তলৈ আহিছোঁ। মোৰ সকলো সম্পত্তি আৰু কাৰবাৰ তোমাক—

—মোক? গড্‌উইনে কথাটো শেষ কৰাৰ আগতেই পিটাৰে আৰ্তনাদ কৰি উঠিল।

—ঠিকেই কৈছোঁ। তোমাকেই দান কৰিম। তুমি গ্ৰহণ কৰিবা?

গড্উইনে পিটাৰৰ হাত দুটা খামোচ মাৰি ধৰিলে। পিটাৰৰ মুখৰ মাত হৰিল। গড্উইনে অনৰ্গল কৈ গ'ল।

—আজি দেশকালৰ গতি এনেকুৱা যে যাৰ পইচা আছে, তাৰ হাততহে ক্ষমতা আছে। তোমাৰ হাতলৈ সা-সম্পত্তি আৰু ধন আহিলে তুমি চয়তানহঁতক প্ৰতিশোধ ল'ব পাৰিবা। তুমি পাহৰি যোৱা উচিত নহয় যে সিহঁতে তোমাৰ দেউতাৰাক হত্যা কৰিছিল, তোমাক ওপজা ভেঁটিটো এৰি যাবলৈ বাধ্য কৰিছিল। এতিয়া তোমাক মাৰি পেলাবলৈকে সিহঁতে চোপ লৈ আছে। নামাতা কিয়? ৰাজি আছা?

গড্উইনে পিটাৰক প্ৰলোভিত কৰিবলৈ চেষ্টা কৰিছে। কিন্তু পিটাৰৰ চিন্তা আকৌ সুকীয়া। সি কৈছে—নীতিৰ ফালৰ পৰা আপুনি মোক শত্ৰু বুলি গণ্য কৰে……

—কি ক'লা? এতিয়া সেইবোৰ কথা বাদ দিয়া। এতিয়া মোৰ আটাইতকৈ ডাঙৰ শত্ৰু মই নিজেহে।

গড্উইনৰ স্বৰ অতি কাতৰ হৈ পৰিল। তেওঁ শেষত এনেকৈ কাকুতি কৰিলে—মই এজনত বাদে দ্বিতীয় কোনো এজনৰ পৰা একো বিচৰা নাই। আজি মই দাৰুণ অসহায়। তোমাৰ পৰা মই অকণমান শান্তি বিচাৰিছোঁ।

গড্উইনৰ কথাবোৰ অতিশয় করুণ। পিটাৰৰো অন্তৰখন সেমেকিল। তথাপি তাৰ সংকোচ। সি ক'লে—এইবোৰ যি পোৱাৰ কথা আছিল……

এইবাৰ দুয়ো নিমাত। মুহূৰ্তবোৰ যেন শোভাযাত্ৰা কৰি আগুৱাই গৈছে। ইমান পৰ গড্উইনে চোকা দৃষ্টিৰে পিটাৰৰ মুখৰ ফালে চাই আছে। এই চাৱনি অস্পষ্ট। চকুত পানী। সি তলমূৰকৈ আছে।

—তাৰ কথা বাদ দিয়া। গড্উইনেই প্ৰথম নীৰবতা ভাঙিলে। সি বাচি আছেনে নাই কোৱা টান। এতিয়া ঘৰ ওলালেও মই তাক ক্ষমা কৰিব নোৱাৰোঁ।

কথাখিনি কওঁতে গড্উইনৰ গোটেই শৰীৰ শূলবিদ্ধ সৰ্পৰ দৰে কোঁচ খালে। তেওঁৰ ডিঙিৰ ঘাৰ পৰা মূৰলৈ আৰু মূৰৰ পৰা ভৰিলৈকে সৰ্ব শৰীৰত যন্ত্ৰণা। হৃদয়-বিদাৰক দৃশ্য! ইয়াৰ কি কোনো ঔষধ নাই?

গড্উইনে বিছনাৰ ওচৰত টেবুলখনৰ ফালে আঙুলিৰে দেখুৱালে। তাত বটলত কিছুমান সৰু সৰু বড়ি। কেইটামান বড়ি উলিয়াই পিটাৰে গড্উইনৰ মুখৰ ওচৰলৈ আনিলে। পানী এগিলাচো দিলে।

ঔষধটো বোধ হয় চেডেটিভ। খোৱাৰ অলপ পৰৰ পাছতে গড্উইন শান্ত হৈ পৰিল। পিটাৰে তেওঁৰ গাত হাত বুলাবলৈ ধৰিলে।

ঔষধৰ ক্ৰিয়াত যন্ত্ৰণা অলপ কমিলত—গড্উইনে সুধিলে,—মোৰ ওপৰত তোমাৰ খং-ৰাগ আছে যদি কৈ পেলোৱা।

—এনে কথা মুখলৈ নানিব। মোৰ দেউতাৰ পাছতেই আপুনি মোৰ পৰম হিতাকাঙ্ক্ষী। আপুনি আশ্ৰয় নিদিয়াহেঁতেন এই পিটাৰ কেতিয়াবাই মৰিলহেঁতেন। (আবেগত পিটাৰৰ কণ্ঠৰোধ হ'ল)

এইবাৰ আকৌ তুয়ো নিমাতে ৰ'ল। অলপ পৰৰ পাছত আবেগক সংযত কৰি পিটাৰে ক'লে—আপুনি মোক খুৱাই-বুৱাই মানুহ কৰিলে। সেইদিনাও আপুনি ৰক্ষা নকৰাহেঁতেন, হাঙৰবোৰে মোক শেষ কৰি দিলেহেঁতেন।

পিটাৰ আকৌ মনে মনে থাকিল। কিন্তু বেছি সময়ৰ কাৰণে নহয়। সি ক'লে—মই সন্মত। আপুনি উইল কৰক। কিন্তু মোৰ হ'লে এটা চৰ্ত আছে।

—কি চৰ্ত? গড্উইনে ধীৰে-সুস্থিৰে জানিবলৈ বিচাৰিলে।

—এই সম্পত্তি আচলতে যি পাব লাগে সি যদি ঘূৰি আহে তেন্তে মই তাক সকলো ঘূৰাই দিম। সি নাহে মানেহে মই এই সম্পত্তি……

—তুমি ব্যক্তিগত সম্পত্তিত বিশ্বাস কৰা?

—ৰাজ্যৰ নিয়মকাৰণ সলনি নহয় মানে পৰৰ সম্পত্তিক নিজৰ বুলি কেনেকৈ ভাবিম?

—সি যদি অপব্যয় কৰে? গড্উইনৰ মাজত সন্দেহ। আকৌ কয়—মই হাড়ক মাটি তেজক পানী কৰি গোটোৱা সম্পত্তি যদি সি অপব্যয় কৰি উৰাই দিয়ে?

—তেনে হোৱা যেন গম পালে তাক একো নিদিওঁ। কিন্তু মোকনো ইমান ভৰসা কৰিছে কিয়? ময়োতো……

—মোৰ তোমাৰ ওপৰত বিশ্বাস আছে। গড্উইনে মানুহ চিনি পায়। তোমাৰ দেউতাৰা আছিল সিংহপুৰুষ। তুমি সেই সিংহৰ সন্তান। তোমাৰ দেউতাৰাক মই শ্ৰদ্ধা কৰিছিলোঁ। এতিয়া তোমাকো। তোমাক এই কাৰণে শ্ৰদ্ধা কৰোঁ যে তুমি পৰৰ কথা ভাবা। পৰৰ হকেই তোমাৰ জীৱনপন। মই তোমাৰ মনটোৰ খবৰ ৰাখোঁ। যি উদ্দেশ্যে তুমি কামত আগবাঢ়িছা সেই উদ্দেশ্য সফল হ'বৰ বাবে প্ৰচুৰ ধনৰ প্ৰয়োজন। মোৰ সম্পত্তি সেই উদ্দেশ্য সাধনৰ বাবে কামত আহক। মোৰ পাপৰ ধনৰ প্ৰায়শ্চিত্ত হওক।

—পাপ বুলি কৈছে কিয়?

—ঠিকেই কৈছোঁ। এয়া তোমাৰ দেউতাৰে কোৱা কথাকে কৈছোঁ। অতিৰিক্ত অৰ্থৰ নাম পাপ। মই কেথলিকৰ সন্তান; মোৰ তেজত পাপচেতনা আছে।

—যদি পাপৰ ধন, তেনেহলে দাতব্য প্ৰতিষ্ঠানত দান নকৰে কিয়?

গড্উইনে মুখটো লৰাই আপত্তি কৰিলে। ক'লে—ভিক্ষা দিবলৈ কৈছা? জীৱনত মই এদিনো ভিক্ষা পোৱা নাই। ভিক্ষাগ্ৰহণো কৰা নাই। ইয়াৰ নিচিনা মানুহৰ আৰু ডাঙৰ অপমান একোতে হ'ব নোৱাৰে।

অলপ পৰ বৈ গড্উইনে আকৌ অনৰ্গল কৈ গ'ল—মোৰ মাই পোৰ্টৰ গেইটত

মুড়ি বেচিছিল। আমাৰ কোনো মতে পেট প্ৰবৰ্তিছিল। এদিন মাৰ খুব অৰ হ'ল। শোৱাৰ পৰাই উঠিব নোৱাৰা হ'ল। মুড়ি-বিক্ৰী বন্ধ। আমাৰ দুদিন লঘোণ। ক্ষুধাৰ তাড়নাত মই এজনক পইচা খুজিছিলোঁ। মানে ভিখাৰী হৈ হাত পাতিছিলোঁ। অৰত পৰি থকা মাই তাকে দেখি মোৰ ওপৰত বাঘিনীৰ দৰে জপিয়াই পৰিছিল।—হতভগা! বেইমান! ভিক্ষা খুজিলে তোৰ জিভাখন ছিঙি পেলাম। ভোক সহিব নোৱাৰ যদি মৰি যা, মই তোক কবৰ দিওঁ।

বচ্! এয়ে শেষ ভিক্ষা। কঠিন ৰোগত ভুগি এদিন বহাগৰ টান ৰ'দ পৰি থকা এটা দুপৰীয়া মা সেই গেইটৰ কাষতে মৰিল। সকলে ক'লে—ভিক্ষা কৰ। মাৰৰ মৃত্যুৰ বাবে ধৰ্মীয় কামখিনি কৰ। কিন্তু মই ভিক্ষাও নুখুজিলোঁ, মাৰ সৎকাৰো নকৰিলোঁ। শটো আগত লৈ দুদিন দুৰাতি বহি আছিলোঁ। বহুত মানুহ গেটেদি অহা-যোৱা কৰিছিল আৰু শটো দেখি নাকত সোপা দিছিল। কিন্তু শটো ইমান দিন কিয় পৰি আছে বুলি কোনেও এখোজ আগুৱাই আহি মোক একো সোধা নাছিল। দুদিনৰ পাছত এটা মাছমৰীয়া-ঘৰৰ ল'ৰা মোৰ ওচৰত থিয় হ'লহি। তাৰ হাতত বৰশী আৰু কান্ধত জাল। তাৰ গাৰ পৰা টোপে টোপে ঘাম আৰু সাগৰৰ লুনীয়া পানী পৰিছে। সি ক'লে—দুদিন আগতে সাগৰলৈ যাওঁতে দেখিলোঁ, তোৰ মাৰ মৰিছে। এতিয়াও কিবা এটাৰ ব্যৱস্থা কৰা নাই কিয়? মই মনে মনে থাকিলোঁ। একো উত্তৰ নিদিলোঁ। সি বৰশী আৰু জালখন মাটিত থ'লে। ক'ৰবাৰ পৰা এডাল বাঁহ আনিলে। মাৰ শটো বাঁহডালত লিপিট খুৱাই বান্ধিলে। ক'লে, এইফালে মই ধৰোঁ, সিফালে তই ধৰিব পাৰিবি? কঢ়িয়াই নিম। মই ক'লোঁ—পাৰিম।

আমি দুয়ো শটো সৰু গীৰ্জাটোৰ ওচৰত ৰাখিলোঁহি। ল'ৰাটোৱে গীৰ্জাৰ ভিতৰত সোমাই বকিবলৈ ধৰিলে। সি ক'লে যে কবৰ দিয়াৰ ব্যৱস্থা কৰিব নোৱাৰিলে মীনপৰোৱা কেথেলিকৰ শটো ইয়াতেই পঁচি থাকিব। গীৰ্জাৰ মানুহে বাধ্য হৈয়ে মাকক কবৰ দিছিল। সেই মাছমৰীয়া ল'ৰাটোৱেই মোক তাৰ ঘৰত আশ্ৰয় দিছিল। কৈছিল, তই মাছমৰীয়া মানুহৰ ল'ৰা। মোৰ লগত মাছ মাৰিবলৈ শিক। সেই ল'ৰাটোৱেই আছিল তোমাৰ দেউতাৰা। মই মাছ মাৰিবলৈ শিকিছিলোঁ। কিন্তু তেওঁৰ কথা শুনা নাছিলোঁ। লোভে চয়তানৰ ৰূপ লৈ মোক সুকীয়া কৰি পেলাইছিল। মই ডাঙৰ মানুহ হ'বলৈ বিচাৰিছিলোঁ। এতিয়া মোৰ ভাব হৈছে, মোৰ যদি একো সা-সম্পত্তি নেথাকিলহেঁতেন আৰু মই এটা সাধাৰণ মাছমৰীয়া মানুহ হৈ থাকিলোহেঁতেন, তেনেহলে মই বোধকৰোঁ খুব শান্তিত মৰিব পাৰিলোহেঁতেন।

গড্উইনৰ ডিঙিৰ ঘৰঘৰণিটো আকৌ শুনা গ'ল। তেওঁ দুহাতেৰে বুকুত হেঁচা মাৰি ধৰি গাৰুত মুৰটো গুজিলে। বহুত পৰ মনে মনে থকাৰ পাছত

আকৌ তেওঁ মুৰটো তুলিলে। ক'লে, তেওঁৰ বায়েকেই মোৰ আৰু গৰাকী মা হ'ল। তেওঁলোকে যতন নোলোৱাহেঁতেন মই নিশ্চয় মৰিলোহেঁতেন। কিন্তু সেই ধাৰ মই এতিয়াও শুজিব পৰা নাই। মই এটা অপদাৰ্থ মানুহ। স্বাৰ্থপৰ। মই তেওঁৰ হত্যাকাৰীৰ প্ৰতিশোধ ল'ব পৰা নাই। একো কৰিব পৰা নাই।

গড্‌উইনে এনেকৈ কৈ হাঁহাকাৰ কৰি উঠিল। তেওঁ আকৌ গাৰুত মুৰটো গুজিলে। কিন্তু তৎমুহূৰ্তে মুৰটো দাঙি ক'লে—নহয়, নহয়। তুমি ইয়াত থাকিব নেলাগে, পলোৱা। মোৰ মৃত্যুৰ সম্বাদ পালে মোৰ উকীল ৰামচন্দ্ৰন আয়াৰক দেখা কৰিবা। তেখেতকতো চিনি পোৱাই……

—নোৱাৰোঁ। মই নপলাওঁ।—পিটাৰৰ কথাত অজানিতে প্ৰত্যাহ্বানৰ সুৰ। মোৰ দেউতাই সাগৰত হাঙৰ মাৰি হাঙৰবধী নাম পাইছিল। মই বৰ বৰ হাঙৰবোৰক খতম কৰিম। মই পলাই গৈ সিহঁতৰ ওচৰত হাৰ নেমানো। বহুদিন পলাই আছিলোঁ। এতিয়া মই সাজু।

—ইহঁতৰ লগত যুঁজিব পাৰিবা? ইহঁতৰ ক্ষমতা প্ৰচুৰ। চৰকাৰখনো ইহঁতৰ হাতৰ মুঠিত। ইহঁতেইতো এই অঞ্চলৰ কিংমেকাৰ।

—এইকথা মই মানি ল'ব নোখোঁজো। আচল ক্ষমতা ক'ত এইকথা আমাৰ দেশৰ লিখা-পঢ়া জনা মানুহবোৰে বিচাৰিয়েই পোৱা নাই।

গড্‌উইনে অকণমান হাঁহিলে। মৰা যেন মুখত মৰা হাঁহি। লগে লগে তেওঁ হাড়সৰ্বস্ব হাতখনেৰে পিটাৰক ঠেলা মাৰি ক'লে—যোৱা। তুমি মোৰ বিছনাৰ পৰা উঠি যোৱা। মোৰ ঘৰৰ পৰা ওলাই যোৱা।

গড্‌উইনৰ কৰ্কশ মাতত ধমকিৰ সুৰ।

—অনুগ্ৰহ কৰি মোক ইয়াতে থাকিবলৈ অনুমতি দিয়ক।

—হ'ব নোৱাৰে। তুমি যোৱাগৈ। এতিয়াই। তুৰন্তে।……

—তেন্তে ৰাতি আৰু দিনৰ বাবে দুজনী নাৰ্চৰ ব্যৱস্থা কৰি যাওঁ।

—কোনো দৰ্কাৰ নাই। এইটো ঘৰত মই কোনো দ্বিতীয় ব্যক্তিক সহ্য কৰিব নোৱাৰোঁ। মোক শান্তিত মৰিবলৈ দিয়া। মই অকলে থাকিবলৈ বিচাৰোঁ।

বেমাৰীক বেছি উত্তেজিত কৰা অনুচিত। পিটাৰ তেওঁৰ ওচৰৰ পৰা আঁতৰিল। সি দুহাতেৰে নিজৰ চকুহাল ঢাকি পেলালে। সি মেহগণিৰ চিড়িয়েদি মাতালৰ দৰে নামি আহিল। ক'ৰবাত হাতীৰ বিষয়ে পঢ়া কথা এটা তাৰ মনত পৰিল। দলৰ নেতা হোৱা হাতীটো বুঢ়া হ'লে সি জোৱান হাতীবোৰৰ লগত যুঁজিব নোৱাৰা হয়। তেতিয়া সি গভীৰ অৰণ্যৰ মাজলৈ গুচি যায়। সি একো নেখায়। শোৱাৰ পৰাও নুঠে। এনেকৈয়ে সি এদিন মৰে। গড্‌উইনৰ কথাটোও তেনেকুৱাই।

মাষ্টৰৰ মুখত লাজকুৰীয়া হাঁহি। ক'লে, আচল কথাটো হ'ল মোৰ এলাহ। এটা পেটৰ কাৰণে ইমান যা-যতন মোৰ ভাল নেলাগে। তাৰ সলনি এইখন বজাই ভাল লাগে। কিহে পিটাৰ, তোমাক একেবাৰে নেদেখা হ'লোঁ কিয়? ক'ত আছিলা?

—মই দুবছৰৰ আগতেই চহৰ এৰিলোঁ।

—অঁ, মনত পৰিছে। খবৰটো মোক ভেঙ্কি আয়াৰে দিছে। ক'ত আছা?

—পানীত ওপণ্ডি আছোঁ বুলিহে ক'ব পাৰি। স্থায়ী থকা ঠাই এখন নাই।

—তেনেহলে বেৰাজ নহ'ল কিয়?

—আৰু ক'ত হ'ব ডাঙৰীয়া? চহৰ এৰাৰ লগে লগেই বেৰাজ শেষ। তথাপি আপোনাৰ পৰা নিয়া শিবৰঞ্জনী গতটো মাজে মাজে......। বৰ কঠিন!

আপ্তিয়ে ক'লে, এতিয়া এইবোৰ বাদ। ভাত বান্ধকগৈ।

—তুমিয়েই বঢ়োৱাচোন, আপ্তি।

—তাকে কৰিলে মোৰ পাপ হ'ব। আপুনি বামুণ, মই পাণ্ড্য।

মাষ্টৰে খুব করুণভাৱে হাঁহিলে। ক'লে—পিটাৰ, জাতৰ বাচবিচাৰ আমাৰ মনৰ পৰা কেতিয়া নাইকিয়া হ'ব ক'ব পাৰা? আমি স্বাধীন হ'লোঁ, অথচ......

পিটাৰে একো উত্তৰ নিদিলে। ক'লে—গড্‌উইন ফাৰ্ণাণ্ডো ডাঙৰীয়াৰ অৱস্থা সংকটজনক। আপুনি অনুগ্ৰহ কৰি ভেঙ্কি আয়াৰ মহোদয়ৰ পৰা খা-খবৰ লৈ থাকিব। মই আকৌ আহিম।

পিটাৰে মাষ্টৰৰ ওচৰত আঠু ল'লে। মাষ্টৰে তাৰ মূৰত হাত দি আশীৰ্বাদ দিলে। পিটাৰে উঠি ঘৰৰ পৰা ওলাল।

আপ্তি স্কুলৰ চাকৰ, দাৰোৱান, পিয়ন, সকলো। মাষ্টৰৰ লোকেল গাৰ্জেন। এই ফালৰ পাণ্ড্য। পৰিচয় দিবৰ সময়ত সি বুকু ফুলাই কয়—মই বীৰপাণ্ড্য কাট্টাবোমানৰ বংশধৰ। ইংৰাজৰ লগত যুঁজ দি কাট্টাবোমান এই অঞ্চলৰ প্ৰথম শ্বহীদ হৈছিল।

বয়স যথেষ্ট যদিও আপ্তি বেচ হৃষ্টপুষ্ট। প্ৰথম জীৱনত ভেঙ্কি আয়াৰৰ শিষ্য আছিল।

ভেঙ্কি আয়াৰেই এই স্কুলটো প্ৰথম খুলিছিল। নাম ৰাখিছিল—ভাৰতী বিদ্যালয়। স্বদেশভক্ত কবি সুব্ৰহ্মণ্য ভাৰতীৰ নামত। মাষ্টৰ ভেঙ্কি আয়াৰৰ বন্ধু। ভাৰতীৰো স্নেহাস্পদ। সেই সময়ত মাষ্টৰৰ বীণা শুনিবৰ বাবে সুব্ৰহ্মণ্য যিকোনো সময়তে তেওঁৰ ওচৰ পাইছিলহি। বীণা শুনি নিজকে হেৰুৱাই পেলাইছিল, খুব প্ৰশংসা কৰিছিল। লগতে নিজে সুৰ দিয়া গানো শুনাইছিল। ভাৰতীৰ কণ্ঠতো যাদু। তেওঁ স্বদেশী গান গাইছিল। কৃষ্ণৰ লীলা বৰ্ণোৱা কান্নানপাট্টুও গাইছিল, আৰু কেবাবিধো গান। 'কান্নাদ তিন্নাদে ভিড়িয়াট্টু

পিল্লে' আজিও মাষ্টৰৰ কাণত বাজি আছে। ভাৰতীয়ে এই গান ভৈৰবীত গাইছিল। এই গানটো গুণগুণাই মাষ্টৰে চৰুত ভাত বহালে।

উপকৰণ সামান্য। মাথোন দৈ আৰু ভাত। শেষত এবাটি ঘোল। ঘোলখিনি আগুিয়েই বনাই থয়। ওচৰৰ বামুণ মানুহ-ঘৰৰ পৰা মাজে মাজে ৰচম-চম্ভাৰ আহে। উৎসৱত পিঠা। পিঠাগুড়ি, গুড়, তিল আৰু নাৰিকলৰ পিঠা। ইডলী, দোচা, উড়ুন্দুবড়া আৰু মূৰুক্কুও আহে। শ্ৰীজয়ন্তী আৰু গোকুলাষ্টমীত আয়েঙ্গাৰৰ ঘৰৰ পৰা পায়স আহে। পোঙ্গলৰ সময়ত অমৃত যেন চক্ৰপোঙ্গল। গাঁৱত মাষ্টৰৰ বহুত ছাত্ৰ-ছাত্ৰী। এই গাঁৱত তেওঁ বাইছ বছৰ কটাইছে। পোনতে পোৱা ছাত্ৰ-ছাত্ৰীবোৰ এতিয়াৰ ছাত্ৰ-ছাত্ৰীবোৰৰ বাপেক-মাক। সকলোৰে কাৰণে তেওঁ মাষ্টৰমহাশয়। এই অঞ্চলৰ মানুহে তেওঁৰ আচল নামটোকে কিজানি নেজানে।

# ৪

মাষ্টৰৰ আন এটা ব্যাধি হ'ল অনিদ্ৰা। বিছনাত শুবলৈ বুলি পৰিলেই টোপনি পলায়। তেতিয়া তেওঁৰ মনলৈ অনেক অসংলগ্ন ছবি আহে। সেইবোৰ যোৰা লগাই তেওঁ এটা গল্প তৈয়াৰ কৰিবলৈ বিচাৰে, কিন্তু নোৱাৰে। এইবোৰ ছবিৰে আধাকৈ সজা গল্পৰ তাচঘৰটো ভাগি পৰে।

পোনতে তেওঁ ল'ৰাটোক চাব। বঢ়িয়া ল'ৰা। কুমলীয়া ধানৰ পাতৰ দৰে সেউজীয়া। ৰামভক্ত বাবাই কয়—শ্যামলং শান্তমূৰ্তিং বন্দে লোকাভিৰামম্। গভীৰ স্বৰেৰে বাবাই ৰামৰ স্তোত্ৰ সুৰলাকৈ গায়।

বাবাই ৰামন বুলি মাতে। ভাল নাম কোদণ্ড ৰামন। এ. কোদণ্ড ৰামন। স্কুলত ভৰ্তি হোৱাৰ সময়ত নাম লিখোৱা হৈছিল। এ হ'ল বাবাৰ নামৰ আদ্যাক্ষৰ—অনন্ত কৃষ্ণান। গাঁও সদামঙ্গলম্। পোষ্ট অফিচ থিৰুভাইয়াৰ। জিলা তাঞ্জাবুৰ।

সদামঙ্গলম্ কাবেৰীৰ তীৰত। বেছি ডাঙৰ গাঁও নহয়। তাত পোষ্ট অফিচো নাই। ইয়াৰ মানুহৰ কাৰণে পোষ্ট অফিচ হ'ল থিৰুভাইয়াৰ। কাবেৰীৰ পাৰে পাৰে তিনি মাইল গ'লেই থিৰুভাইয়াৰ। থিৰুভাইয়াৰক ভাৰতৰ কোনে চিনি নেপায়? ই কান্নাড়ী সঙ্গীতৰ বাৰাণসী। সঙ্গীতৰ মহান প্ৰতিভা সন্ত ত্যাগৰাজৰ ঠাই।

কান্নাড়ী সঙ্গীতৰ উদ্যানৰ চাৰিজন বিৰাট বনস্পতি: ত্যাগৰাজ, মুত্তুস্বামী দীক্ষিত, শ্যামা শাস্ত্ৰী আৰু স্বাতি তিৰুনাড়ু। ইয়াৰ ভিতৰত ত্যাগৰাজৰ গানৰ সংখ্যা বহুত আৰু গুণো বৰ্ণনাতীত। ত্যাগৰাজৰ সকলো গানেই ভজন। শুনা যায় যে ত্যাগৰাজে দিনে দহটাকৈ গান লিখি সুৰ দিছিল। প্ৰত্যেকতে নতুন সুৰ, নতুন তাল।

কাবেৰীৰ পাৰৰ এই গাঁওবোৰত খুব সঙ্গীত-চৰ্চা হয়। অনন্ত কৃষ্ণানে বেহেলা বজায়। সমগ্ৰ দক্ষিণ ভাৰতত ওস্তাদ হিচাবে তেওঁৰ নাম আছে। তেওঁ কাব্যৰসিক নামেৰেও জনাজাত। প্ৰাচীন তামিল আলোৱাৰ আৰু থেৰৰসকলৰ কাব্য। শিলপ্পাধিকাৰম্, মনিমেখলৈ, থোল কাব্যম, কম্বন ৰামায়ণ। সংস্কৃত কাব্য। ব্যাস, বাল্মিকী আৰু কালিদাসৰ পৰা জয়দেব পৰ্যন্ত।

খোৱা-থকাৰ অভাৱ নাই। বাবা এজন সৰু-সুৰা জমিদাৰেই। তেওঁৰ কাবেৰীৰ

পাৰত ভালেখিনি মাটি আছে। তাত খুব ভাল ধান হয়। তাত ৰবিশস্য, মচলা আৰু তেতেলীও হয়। গোহালিত গায়ো বহুত।

অনন্ত কৃষ্ণানৰ সংসাৰখন বৰ ডাঙৰ নহয়। পত্নী, জীয়ৰী দময়ন্তী আৰু পুতেক ৰামন। ৰামা, ৰামন, ৰামনু—বাবাই যেতিয়াই তেতিয়াই মাতে। গলাৰ সুৰত চেনেহ। তেওঁৰ মনটো আনন্দত নাচি উঠে।

আৰু এটা মিঠা গলাৰ পৰা এনে মাত শুনা যায়। ত্যাগৰাজৰ সেই পদটো তেওঁ পন্থুবৰাড়িত গায়: "নিন্নু নাৰে নাম্বি নানুৰা আৰু ৰামা ৰামাইয়া।" শেষৰ শব্দ কেইটা হ'ল—হে ৰাম মোৰে স্বামী ৰাম।

মাষ্টৰে আজিকালি তেনেকৈ বীণা নবজায়। বুকুত কষ্ট হয়। উশাহ বন্ধ হ'ব খোজে। আজিকালি তেওঁ সঙ্গীত সভালৈ নেযায়। পিছে এই গানটো আন কোনো কোনোৱে গায়।

জমিদাৰ হ'লেও বাবা অলস নহয়। গোটেই দিনটো কঠোৰ পৰিশ্ৰম কৰে। পুৱা চাৰিটাতে উঠি ৰাতিপুৱাৰ নিত্যকৰ্মখিনি কৰি নিতৌ বেহেলাত ৰেৱাজ তোলে। তাৰ পাছত পূজা কৰে। পূজাৰ পাছত ফলাহাৰ কৰি খেতিৰ পথাৰলৈ যায়। দুপৰীয়া দুটামান বজাতহে ঘূৰি আহে। তাৰ পাছত দুপৰীয়াৰ আহাৰ খাই অধ্যয়নত মগ্ন হয়। বাবাৰ কিতাপ কিনাটো এটা চখ। তেওঁ ভালকৈ ইংৰাজী নেজানে। তেওঁৰ জ্ঞান আহৰণৰ মাধ্যম হ'ল তামিল আৰু সংস্কৃত। কাশী, পুনে, গোৰক্ষপুৰ আৰু নেপালৰ পৰা কিতাপ অনায়।

ৰ'দটো টান হোৱাৰ লগে লগেই বাবাই কিতাপ এৰি গা ধোৱে। গা মচি গাত অগৰু মিহলি কৰা বগা চন্দন সানে। গাত চন্দন শুকোৱা পৰ্যন্ত বৈ থাকে। শুকাই যোৱাৰ পাছত খুব পাতল ধুতিখন পিন্ধি লয়। গাত দামী ৰেছমৰ অঙ্গবস্ত্ৰ। তেওঁ এখন মাড়ুভাণ্ডীত (গৰুৰ গাড়ী) উঠেগৈ। গাড়ীৰ চৈখন ওখ ৰথৰ দৰে। চৈৰ গাত কাঠৰ অপূৰ্ব কাৰুকাৰ্য। বাবাই ৰামনাড়পুৰমৰ এজন পাকৈত মিস্ত্ৰীৰ হতুৱাই এই কাম কৰাইছিল। ইয়াৰ বাবে বহুত টকা খৰচ হৈছিল। গাড়ীখন আলিয়েদি গ'লে মানুহে ভেবা লাগি চাই থাকে। প্ৰশংসা কৰে।

এটা তজবজীয়া জোৱান বলদে গাড়ীখন টানে। বুঢ়া পাণ্ডা এটাই চলায়। সকলোৱে তাক কড়বা অৰ্থাৎ বুঢ়া বুলি মাতে। ঘৰৰ সৰু সৰু ল'ৰা-ছোৱালীবোৰ গাড়ীৰ পিছে পিছে দৌৰে। তেওঁৰ হাতত এটা ৰূপৰ পাণৰ বাকচ থাকে। তাৰ ভিতৰত পাণ খোৱাৰ বস্তু থাকে থাকে সজাই থোৱা। উত্তম স্বাদৰ পাণ। চুপাৰিখিনি জিঞাপাখিৰ দৰে পাতলকৈ কুটা। এফালে গোলাপী ৰঙৰ সুগন্ধি চূণ। লগতে এটা জৰ্দাৰ টেমাও থাকে। টেমাৰ সাঁফৰ খুলিলেই চাৰিওফালে গোন্ধে মলমলায়।

মাকে মুখ বিকটাই কয়—অভিসাৰ যাত্ৰা। যাত্ৰাৰ আগতে এবাৰ ৰামানুক মাতে।

ৰামনু ওচৰত নাই। বাবাৰ সাজ-পোছাক দেখিয়েই সি মাকৰ ওচৰলৈ যায়। মাকে গম নেপালে পাছত তাক বকিব।

সি সৰুতে বাবাৰ লগত কেবাবাৰো বাহিৰলৈ গৈছে। বাবা কোনফালে ক'লৈ যায় সি জানে। বাবাৰ গাড়ী কাবেৰীৰ পাৰেদি থিৰুভাইয়াৰ ফালে যাব। চহৰৰ বাহিৰত কাবেৰীৰ পাৰৰ এটা ডাঙৰ গেট থকা ঘৰত সোমাব। ঘৰৰ চৌহদটোত ডাঙৰ ডাঙৰ গুন্দু মল্লিকা ফুলি থাকে। আৰু ফুলি থাকে শাৰীয়ে শাৰীয়ে যুঁতি ফুল। গেটখনৰ লোহাৰ ৰডত ধৰি কনকাম্মাল ৰৈ থাকে। বাবাৰ ৰক্ষিতা দেবদাসী তাই।

ৰামনক দেখিলেই কনকে দুহাত আগবঢ়াই কোলাত তুলি লয়। তাৰ দুইখন গাল চুমাৰে ভৰাই পেলায়। বহুত পৰ নিজৰ গালৰ ওপৰত তাৰ গালখন চেপি ধৰে। ইতিমধ্যে গাড়ীৰ পৰা নামি বাবা চিধা ঘৰৰ ভিতৰত সোমায়। তাত বিছানা এখন ধুনীয়াকৈ পাৰি থোৱা আছে। তাতে বাবাই গাটো পেলায়। তেতিয়া কনকে ৰামনৰ হাতত ক্ষীৰৰ লাড়ু দিয়ে আৰু তাক বালনৰ তত্ত্বাবধানত থৈ আহেগৈ। বালনৰ তাত ৰামনক থৈ তাই বাবাৰ ওচৰত বহে। বাবাৰ গাত লাহে লাহে আলফুলকৈ হাত বুলায়।

কনকৰ বাবাৰ গা স্পৰ্শ কৰা ভঙ্গীটোও চাবলগীয়া। এনে ভাব হয় যেন তেওঁৰ স্পৰ্শই অন্তৰৰ পীৰিতিহে ব্যক্ত কৰিছে। বাবাই চকু মুদি তাইৰ প্ৰতিটো পৰশ উপভোগ কৰে।

অলপ ডাঙৰ হোৱাৰ পাছত ৰামন বাবাৰ লগত যোৱাটো বন্ধ হ'ল। মাকেই বন্ধ কৰি দিলে। কনকাম্মালৰ কথা ওলালেই মাকে ঘৃণাৰে মুখখন বিকটাই কয়, চালি হাৰামজাদী বেশ্যা! ভালেমান দিনৰ পাছতহে ৰামনে কথাষাৰৰ অৰ্থ বুজিব পাৰিছে। মাকে কিয় বাবাৰ ওচৰত সহজ হ'ব নোৱাৰে? মাকে বাবাৰ গাত হাত নোবোলায় কিয়? মাকে কিয় সকলো সময়তে বাবাৰ পৰা নিলগে নিলগে থাকে? ৰামনে ইয়াৰ কোনো উত্তৰ নেপায়।

বাবাই ক'লে তাৰ কনকৰ ওচৰলৈ যাবলৈ বৰ ইচ্ছা হয়, সিফালে আকৌ মাকে বকিব বুলি ভয়। ৰামনৰ উভয় সংকট। শেষত মাকৰেই জয় হয়। চকু ৰঙা কৰিয়েই মাক ৰণত জিকে।

কনক দেখাত বৰ ধুনীয়া নহয়। কিন্তু যতিয়া তাই সাজি কাচি নাচিবলৈ আহে তেতিয়া তাইক চিনিবই নোৱাৰি। তেতিয়া তাই পুৰাণৰ সাধুত থকা অপ্সৰা। ৰামনৰ তেতিয়া কনকৰ বুকত লীন যাবলৈ ইচ্ছা হয়। গালত চুমা খাবলৈকো। তেতিয়া কনকৰ মুখ আৰু চকুৰ ভাবভঙ্গীয়েই সুকীয়া।

চুৰ্মা-বোলোৱা চকুৰ দৃষ্টিয়েই সুকীয়া। পিতলৰ কলহৰ ডিঙিৰ দৰে সৰু কঁকাল। উদৰ উন্মুক্ত। তলত সেউজীয়া মেখেলা। গোটেই শৰীৰটোৱেই চমক লগোৱা বিধৰ। ৰামনৰ চাই চাই হেঁপাহ নপলায়।

এনে নাচৰ মেলত বাবাই নিজে বেহেলা বজাই সুৰৰ যাদু বিয়পায়। বাবাকো তেতিয়া অন্য এজন মানুহ যেন লাগে। পক্কবাদ্যমত তাল ৰাখি থিৰুভাইয়ুৰ বজাই দণ্ডপাণি পায়গৈ। বালসুব্ৰাহ্মনিয়ামৰ হাতৰ স্পৰ্শত ঘটবাদ্যমে কথা কয়।

তেতিয়া বাবা আৰু কনক এক। সিহঁতক সুকীয়াকৈ ভাবিবই নোৱাৰি। দৰ্শকসকল অবাক হয়। তেওঁলোকৰ মুখলৈ চালেই বুজা যায়। সকলোৱে নিষ্পলক দৃষ্টিৰে চাই থাকে—শ্বাসৰুদ্ধ বিস্ময়েৰে।

ডাঙৰ হৈ ৰামনে গম পাইছে যে কনকাম্মাল বৰলক্ষ্মীৰ গুৰুভগ্নী। কুম্ভকোনাম ঘৰানাৰ সকলোতকৈ নামী নৃত্যশিল্পী হ'ল বৰলক্ষ্মী। এওঁৰ গুৰুও অসাধাৰণ। ভাৰতনাট্যমৰ অন্যতম শ্ৰেষ্ঠ শিল্পী ওস্তাদ নটেজন আয়াৰ। বৰলক্ষ্মীৰ সকলো ঠাইলৈকে অবাধ গতি। তাঞ্জাবুৰৰ ৰাজসভাৰ পৰা মাদ্ৰাজৰ ৰসিকৰঞ্জনী সভালৈকে। আনকি বোম্বে আৰু বাৰাণসীলৈকো তেওঁ যায়।

কনকাম্মাল ক'লৈকো নেযায়। তাইৰ নৃত্যমঞ্চ হ'ল কেৱল তাইৰ ঘৰখনেই। ইয়াত প্ৰতি মাহতে এবাৰ নাচ পৰিবেশন কৰা হয়। পোঙ্গলৰ সময়ত খুব ডাঙৰকৈ। এবাৰ শ্ৰীজয়ন্তীত। তেতিয়া কনকৰ ঘৰত পয়োভৰ। তাইৰ ঘৰলৈ তেতিয়া দক্ষিণ ভাৰতৰ ডাঙৰ ডাঙৰ ওস্তাদবোৰ আহে। খুব নাচ গান চলে। এনে এটা উৎসৱতে তাঞ্জাবুৰৰ নৰসিংহমে ৰামনক বীণাত দীক্ষা দিলে। নৰসিংহম বাবাৰ বন্ধু। মহীশূৰ ৰাজসভাৰ বিখ্যাত বীণাবাদক। ৰামনৰ বয়স তেতিয়া বাৰ।

মাকে কিন্তু তেতিয়াও কাণত বিহ ঢালে। কয়—কনকা বেশ্যা। ডাইনীৰ জাত। তাই মন্ত্ৰ কৰি পুৰুষক ভুলায়। মায়াবিনী। তাই ঘৰ ভাঙে আৰু সকলো সা-সম্পত্তি গ্ৰাস কৰে।

ৰামনে কিন্তু কথাবোৰ বিশ্বাস নকৰে। কিন্তু মাকৰ লগত তৰ্কযুদ্ধত নেনামে। মাকৰ বৰ ৰাগ। মাকলৈ তাৰ ভয়। কিন্তু বাপেকৰ প্ৰতি শ্ৰদ্ধা। কোদণ্ড ৰামনৰ শিশুমন লাহে লাহে সলনি হয়।

স্কুলৰ পৰা কলেজ। তাঞ্জোৰ জিলাৰ ভিতৰত এণ্ট্ৰেন্স পৰীক্ষাত প্ৰথম। ত্ৰিচি চেণ্ট জোচেফ কলেজৰ নাম কৰা ছাত্ৰ। বিষয় ইংৰাজী ভাষা আৰু সাহিত্য। ইংৰাজী কথা ক'বলৈ সাধনা চলিছে। ইংৰাজীত ভাবিবলৈকো, আনকি সপোন দেখিবলৈকো। ফাদাৰ গোমচে ইংৰাজী পঢ়ুৱায়। জাফ্নাৰ তামিল খৃষ্টান মিচনেৰী। গাৰ ৰং ক'লা। দাড়ি গোঁফো ক'লা। টপা মুৰ। গম্ভীৰ কণ্ঠস্বৰ। বৰ ভাল পঢ়ায়। ছাত্ৰ গুণমুগ্ধ। বঢ়িয়া ইংৰাজী কয়।

ইংৰাজী সাহিত্যতো গভীৰ জ্ঞান। ইংৰাজৰ চৰিত্ৰ তেওঁৰ আদৰ্শ। উচ্চ মানবিশিষ্ট চৰিত্ৰইহে হেনো উচ্চস্তৰৰ ভাষা-সাহিত্যৰ সৃষ্টি কৰিব পাৰে।

তাৰ তুলনাত ভাৰতীয় লোক নেষ্টি, ভাল্‌গাৰ! প্ৰিমিটিভ। আচাৰ-ব্যৱহাৰতো প্ৰিমিটিভ। ধৰ্মতো প্ৰিমিটিভ। হিন্দুৰ ধৰ্ম এবৰিজিনেল, অসভ্য। নহ'লে ঢোল কোবাই ভূতৰ পূজা কৰেনে? দেবমন্দিৰত কি যে কুকুৰৰ দৰে খোৱা-কামোৰা! ভাল্‌গাৰিটিৰ চূড়ান্ত। হিন্দুৱে বান্দৰবো পূজা কৰে। হনুমান পূজা।

সমাজৰ ৰীতিনীতিও ধৰ্মৰ দৰেই। চৰিত্ৰ বোলা বস্তু এটা নাই। দুপইচা খৰচ কৰি ৰক্ষিতাক ৰাখিব পাৰি। এজনী-দুজনী নহয়; বহুতক। পুৰুষৰ মন হৰণ কৰিবলৈকে বেশ্যাবোৰে নাচ-গান কৰে। আৰু নাচৰ যে কি ভঙ্গী! এনে ভঙ্গীয়ে সুপ্ত প্ৰবৃত্তিবোৰ জাগ্ৰত কৰে। দেবদাসীৰ নাচ-গানতকৈ পৃথিৱীত আৰু অশ্লীল বস্তু একো থাকিব নোৱাৰে। দেবতাৰ মন্দিৰ দেবদাসীৰ কাম-গন্ধই কলুষিত কৰিছে। তাত দেবদাসীৰ উপস্থিতিয়েই মহাপাপ।

বতাহ আনফালে বলে। মন-বতাহৰ পথীয়ে হিন্দুৰ পূজাপাঠ আৰু নাচগানৰ ফালে উৰা মাৰে। দেবদাসীৰ প্ৰথাৰ ওপৰত ক্ৰোধ আৰু ঘৃণা। বিতৃষ্ণাও। কনকৰ ওপৰতো। বাবাৰ ওপৰতো।

সি ছুটীত হোষ্টেল এৰি ঘৰলৈ যাবলৈ ভাল নেপায়। দেউতাকৰ মুখামুখি হৈ বহি থাকিবলৈকো বেয়া পায়। তেওঁ সকলো লক্ষ্য কৰে আৰু বুজি পায়। কিন্তু একো নকয়।

ৰামানুজমে কয়—হিন্দুৰ ওপৰত কিয় ইমান ৰাগ?

—ৰাগতো হ'বই। কুম্‌মেট ৰামানুজক ৰামনে কয়।—হিন্দুৰ আচাৰ-ব্যৱহাৰ আৰু ধৰ্মত ভাল বুলিবলৈ একো বস্তু নাই। ফাদাৰ গোমেচে আচল কথাই কৈছে।

—বাজে কথা। কেৱল মানুহৰ মন ভঙাৰ মতলব।

—ফাদাৰ গোমেচৰ কথা আখৰে আখৰে সত্য। তেওঁৰ প্ৰত্যেকটো মন্তব্যৰে যুক্তি আছে।

—কিহৰ যুক্তিফুক্তি ভাল আছে? কোন দেশত বেশ্যা নাই? এই দীঘল চোলা পিন্ধা ফাদাৰবোৰৰ আন ধৰ্মৰ বিৰুদ্ধাচৰণ কৰাটোহে কাম। সিহঁতৰ অভিপ্ৰায় ভাল নহয়।

ৰমনে খঙত চিঞৰি চিঞৰি কয়—ৰামানুজম, চুপ থাকা। তোমাৰ নিজৰে দেখোন চৰিত্ৰ বোলা বস্তুটো নাই।

ৰামানুজমে বুকু ফিন্দাই কয়—মই কুম্ভকোনামৰ ল'ৰা। দাড়ি খুটিওৱাৰ কালৰে পৰা মই দাসীৰ ঘৰলৈ যাওঁ। থেকৰ দাসীবোৰৰ সকলোৱেই মোক চিনি পায়।

ৰামানুজমে খেক-খেককৈ হাঁহে। ৰামনৰ চকুত সেই হাঁহি দৃষ্টিকটু। তাক

এটা খোচা মাৰিবৰ ইচ্ছা হয়। "তোমাৰ মুখ চোৱাও পাপ" বুলি ৰামন আন এটা কোঠালৈ গুচি যায়।

কোঠা সলনি কৰিলেও মনটো সলনি কৰিব নোৱাৰি। মন যেন ঘড়ীৰ পেণ্ডুলামহে। সদায় পুৱা মনটো ঠিক ঠাইত হাজিৰ হয়হি। সি বহে। সন্ধ্যা আহ্নিক গায়ত্ৰী গায়। গোড়া আয়েঙ্গাৰৰ সন্তানে বিষ্ণু-উপাসনা কৰে। শঙ্খ-পদ্ম-গদা-পদ্মধাৰী বিষ্ণুৰ ধ্যান।

সি সংস্কৃত কাব্য আকৌ পঢ়ে। দেউতাক সংস্কৃতৰ পণ্ডিত। তেওঁৰ পৰা সংস্কৃত শিকে। কালিদাসৰ কাব্য পঢ়ি মনটো মতলীয়া মৌমাখিৰ দৰে কৰে। যুৱতী উমাৰ ৰূপে তাৰ অবচেতন মনক উন্মনা কৰে। যুৱতী উমাৰ পাতল চাদৰৰ তলৰ তেজৰঙা স্তনযুগলে পুৱাৰ সূৰ্যৰ দৰে তাৰ সৌন্দৰ্য-পিপাসু মনক জাৰি-জোকাৰি পেলায়। মেঘদূতৰ ৰমণ-পটিয়সী নাৰীয়ে তাৰ মন মতলীয়া কৰে। সি সিহঁতৰ বিদ্যুতসম কটাক্ষ ৰমণীয় আস্বাদ উপভোগ কৰে। নীতিৰ ফালৰ পৰা শ্লীল নে অশ্লীল সেইবোৰ কথা সি নেভাৱে। শ্লীলতা অশ্লীলতাৰ প্ৰশ্ন তাৰ কেতিয়াও মনলৈ নাহে। তেতিয়া তাক বাবে প্ৰয়োজন হয় ৰামানুজমৰ হাতৰ পঞ্চবাদ্যম্। নহ'লে তাৰ বীণাৰ সুৰ নেবাজে।

ফাদাৰ গোমেচৰ মাত শুনি সি সচকিত হৈ উঠে। তেতিয়া আকৌ সি গীৰ্জালৈ গৈ খৃষ্টান হ'বলৈ বিচাৰে। ভাবে, ভগৱান যীশুৰ শৰণ লৈ জীৱনটো নিৰ্মল কৰিম।

ঘড়ীৰ পেণ্ডুলাম অন্য প্ৰান্তত।

মনৰ দ্বন্দ্ব চলিয়েই থাকে। সদামঙ্গলমৰ হেম্লেট কোদণ্ড ৰামন অস্থিৰ হৈ নিজৰ কোঠাৰ ভিতৰত ঘূৰি পকি থাকে। টু বি অৰ নট টু বি--

দেউতাকৰ মুখখন মনত পৰে। মাকৰ মুখখনো। তাৰ চকু দুটা বেছিকৈ জিলিকি উঠে। সেইজনী ডাইনীৰ হাতৰ পৰা দেউতাক ৰক্ষা পোৱাৰ কথা ভাবে। নাচ-গান বৰ সৰ্বনশীয়া নিচা!

মাৰ্গাড়ি[1] মাহৰ শেষ ৰাতি। উত্তৰৰ পৰা চেঁচা বতাহ বলিছে। কাহিলী কাহিলী পোহৰত তিৰুচি আৰু শ্ৰীৰঙ্গমৰ ৰাস্তাত অজস্ৰ মানুহ। খোজকাঢ়ি অহা মানুহ। মাড়ুভাণ্ডিত্তো[2] মানুহ। গোটেই ৰাতি ৰেলেৰেও মানুহ আহিছে। ৰেল ষ্টেচনতো বহুত মানুহ।

কাবেৰী এতিয়া বেচ বহল। পূবে তিৰুচিৰাপল্লী—তিৰুচি। পশ্চিমে শ্ৰীৰঙ্গম। সমগ্ৰ ভাৰতৰ বৈষ্ণৱসকলৰ পৰম পৱিত্ৰ তীৰ্থস্থান। বিষ্ণু ৰঙ্গনাথৰ ঠাই। তিৰুপতিৰ বিষ্ণু ত্ৰিভুবনৰ ত্ৰাণকৰ্তা। মহাৰাজ অতিশয় গম্ভীৰ। ৰঙ্গনাথন ৰসময়, হাস্যময় আৰু লাস্যময়। আজি বৈকুণ্ঠ একাদশী। ধৰ্মপ্ৰাণ হিন্দুসকলৰ বৰ পুণ্যৰ দিন। শ্ৰীৰঙ্গনাথনৰ দৰ্শনৰ বাবেই হেজাৰ হেজাৰ লোক।

কাবেৰীৰ দুয়ো পাৰৰ ঘাটে ঘাটে পুণ্যকামীসকল গোট খাইছে। স্নান কৰি ৰঙ্গনাথনক দৰ্শন কৰিলে স্বশৰীৰে স্বৰ্গবাস। ফাদাৰ জোচেফে যিমানেই হিন্দুৰ নিন্দা কৰক লাগে, আজিৰ দিনটোৰ বাবে তেওঁ অচল। গোড়া আয়েঙ্গাৰ বামুণৰ সন্তান কোদণ্ড ৰামন আজি শোৱাৰ পৰা উঠিয়েই ৰাজপথত।

দুই-এবাৰ কিছুমান কথা ভাবি সি বিভ্ৰান্ত হৈছিল। কিন্তু আজিৰ দিনটোত কাবেৰীত স্নান কৰাটো তাৰ সৰু কালৰে পৰা অভ্যাস। নষ্টালজিয়া বৰ আকোৰগোঁজ বস্তু। এদিন সি কাবেৰীত খুব সাঁতুৰিছিল। সাঁতুৰি ইপাৰ-সিপাৰ হৈ সি অপাৰ আনন্দ লাভ কৰিছিল। এই পাৰে তিৰুচি, সিপাৰে শ্ৰীৰঙ্গম। মাজত সৰু এখন দলং। ৰামনে চেঁচা বতাহ গাত লৈ দলঙৰ মাজত থিয় হ'ল। মানুহ অহা-যোৱা বাটটো এৰি নিৰ্জনত থিয় দি সি ভালেই পালে।

তলত কাবেৰীৰ ক'লা পানী। পানীয়ে দলঙৰ গাত ঠেকা খাই বাঁহীৰ সুৰ জুৰিছে। আকাশত শুকতৰা। দীপ্তিমান মঙ্গলপ্ৰদীপ। তাৰ দলঙৰ ওপৰৰ পৰা জাপ মাৰি পানীত পৰিবৰ ইচ্ছা গ'ল। ঘাটতে স্নান কৰাটো অসম্ভৱ কথা।

ৰামন শ্ৰীৰঙ্গমৰ ফালে আহিল। দলংখন পাৰ হোৱাৰ পাছত ওখ বান্ধৰ ওপৰত পকী ৰাস্তা। তাৰ পঁচিশ-ত্ৰিশ ফুট তলত কাবেৰীৰ পাৰ। তাত আকৌ নাৰিকলৰ বাগিচা। ঠাইখন অতি নিৰ্জন। অন্ততঃ এইফালে কোনো

---

1 মাৰ্গাড়ি—মাৰ্গশীৰ্ষ, আঘোন মাহ। 2 মাড়ুভাণ্ডিত্তো—ঘোঁৰাৰ গাড়ীত।

তীৰ্থযাত্ৰী নাহে। ৰামন নিশ্চিন্ত হ'ল। নাৰিকল খেতিডৰাৰ বাঁওফালেদি সি আহি থাকিল।

চৌদিশে নীৰবতা। ৰাস্তাত মানুহৰ হুলস্থুল চলি আছে বুলি বিশ্বাসেই নহয়। নাৰিকলৰ পাতৰ পৰা শব্দ হৈছে। বতাহে নাৰিকলৰ পাত লৰাইছে। কাবেৰীৰ পৰা শীতল বতাহ বলিছে। এই বতাহে এটা গানৰ সুৰ কঢ়িয়াই আনিছে: মাৰ্গাড়ি ত্তিঙ্গেল......। আণ্ডালৰ থিৰুপ্পাণ্ডৱ প্ৰথম গানটোৰ প্ৰথম কলি। ৰামন কাণ পাতি ৰ'ল। মন নিমিষতে সদামঙ্গলমত। গাঁৱৰ জীয়ৰী ছোৱালীহঁতে এই পুৱাতেই থিৰুপ্পাণ্ডৱ পদ গাই গাই স্নান কৰিবলৈ কাবেৰীলৈ গৈছে। নিস্তব্ধ গাঁওবোৰৰ নিদ্ৰাভঙ্গ হৈছে। মানুহৰ কথাবতৰাবোৰ ভোমোৰাৰ গুণ-গুণনিৰ দৰে শুনা গৈছে। জীয়ৰীহঁতে স্নান শেষ কৰি গাঁৱৰ মাজেদি পূজা কৰিবৰ বাবে বিষ্ণুমন্দিৰলৈ গৈছে। সিহঁতৰ গান তাৰ কাণত পৰিছে— মাৰ্গাড়ি ত্তিঙ্গেল মাদিনীৰৈন্দা নান্নালাল......

ৰামন শ্ৰীৰঙ্গমৰ পাৰলৈ ঘূৰি আহিল। এজনা ছোৱালীয়ে ভজন গাইছে। গোটেই দলটোৱে নহয়, মাত্ৰ এজনী ছোৱালীয়ে। বৰ মিঠা মাত, বৰ মিঠা সুৰ। এই গানে কাবেৰীৰ কুলু কুলু সুৰক চেৰ পেলাইছে।

ৰামনে শঙ্কাকণীয়া হৈ শুনি গ'ল। তাইৰ গলা পৰিষ্কাৰ। এয়া সুৰ নহয় যেন সুমুখিবাৰ বসহে। সকৰ্কৈ গাইছে যদিও সুৰৰ উঠা-নমাবোৰ অত্যন্ত স্পষ্ট। ভূপালম ৰাগৰ ভাবো শান্ত আৰু গম্ভীৰ। শান্ত নিৰ্জন কাবেৰীৰ পাৰৰ পুৱাৰ পৰিবেশৰ লগত ইয়াৰ বৰ মিল। ৰাগটো ক্ৰমে অনায়াসে ওপৰলৈ উঠি আহিছে। ক'তো অকণো জড়তা নাই। অকণো বাধা নাই। কাবেৰীৰ সোঁতৰহে যেন কুলুধ্বনি! ৰামন কাণ পাতিয়েই ৰ'ল। গানটো বাৰু ক'ৰ পৰা ভাঁহি আহিছে?

ছোৱালীজনীয়ে ঘনাই ঘনাই গানৰ চৰণকেইটা গাইছে। নিৰ্জনতাত তাই সুৰৰ পাত্ৰ উদঙাই দিছে। পুৱাৰ পখীয়ে যেন আপোন আনন্দত গান গাই আকাশ পৰিপূৰ্ণ কৰি তুলিছে। ৰামনৰ সঙ্গীত-ৰসিক মনটোও সুৰে বুৰাই পেলাইছে।

ৰাতিয়ে বিদায় লৈছে। পূবৰ আকাশত পুৱাৰ ক্ষীণ পোহৰ। আন্ধাৰ আৰু পোহৰৰ খেলা চলিছে। ভূপালম এই ব্ৰহ্মমুহূৰ্তৰ আত্মা। এই আত্মাৰ লগত ৰামন এতিয়া একীভূত।

তিৰুচিৰ ঘৰবাৰী চেৰাই আহি এতিয়া সূৰ্যৰ ৰশ্মি কাবেৰীৰ পানীত পৰিছেহি। এতিয়া সকলো স্পষ্ট। সিপাৰৰ মন্দিৰৰ পৰা নাদেশ্বৰমে[1] জোৰেৰে বাজিল। শুভ-পন্থৱৰাড়ী ৰাগত। ৰামনৰ মিঠা সপোনটো শিলত ঠেকা খাই

1 নাদেশ্বৰম—চানাই।

চুৰমাৰ হ'ল। ছোৱালীজনীয়ে এতিয়া ভজনৰ শেষ চৰণটো টানিলে। পাড়িন্দে লো ৰেম্বা বায়······

কাবেৰীৰ পানীত দুজনী ছোৱালী। সিহঁতৰ ডিঙিলৈকে পানী। পাৰৰ পৰা বেছি দূৰত নহয়। ৰামনে সিহঁতৰ পিঠি ফালটো দেখা পাইছে। দুখন পিঠিয়েই অনাবৃত। তাৰে এজনীৰ ৰং পকা শিলিখাৰ দৰে।

—মাহী, গৰম পানীখিনি বৰ সুন্দৰ। নহয়নে বাৰু?

ছোৱালীজনীয়ে বাৰু কথা কৈছেনে গান গাইছে? এই ছোৱালীজনীয়েই নিশ্চয় ইমান পৰে গান গাই আছিল। বয়স কম। তাই আকৌ কৈছে—গাত কোনোবাই গৰম হাত এখনেৰে ছুই দিয়াৰ দৰে। নদীত সাঁতুৰিবলৈ বা গা-ধুবলৈ আহিলেই মোৰ মুখৰ পৰা গান ওলায়।

ইজনী তিৰোতা বয়সীয়া। মূৰৰ চুলি অলপ-অচৰপ পকা। ক'লা আৰু শকত। তাই ধমকিৰ সুৰত ক'লে—সোনকালে উঠ। বাইদেৱে কিজানি এতিয়া আমালৈকে চাই আছে। ৰ'দটো টান হোৱাৰ আগতে তেওঁক মন্দিৰলৈ নিব লাগিব।

সিহঁত পানীৰ পৰা নামিল। ৰামন নাৰিকেল গছ এজোপাৰ আঁৰত লুকাল। সি অজানিতেই ইয়ালৈ আহিছিল। আহিয়েই গানৰ মোহত পৰিল। সি সিহঁতক দেখিলে। অথচ লুকাই চুৰকৈ তিৰোতা মানুহৰ গা-ধোৱা চোৱাটো অশ্লীল কাম। কিন্তু তাই যদি······

দুটা সোণৰ বটিৰ ওপৰত ৰ'দ পৰিল। ইয়াৰ ওপৰত তিতা কাপোৰ লিপিট খালে। কিন্তু সৌন্দৰ্য নকমিল। বুকুৰ পৰা কঁকাললৈকে কোনো আভৰণ নাই। প্ৰতি অঙ্গত যৌৱনৰ দুৰন্ত জোৱাৰ। সেই জোৱাৰ তিতা কাপোৰে কিমান ঢাকি ৰাখিব? গৌৰবৰ্ণ কপালৰ তলত এযুৰি শান্ত নয়ন। যেন গভীৰ নিৰ্মল পানীৰ পুখুৰীহে! চেলাউৰিৰ তলত চকুৰ ওপৰ ভাগ স্ফীত। সৰু সুগঠিত নাকটোত দুটা হীৰাৰ মুকুতি[1]। ওঁঠ দুটা ৰসাল সুমথিৰাৰ ফুটৰ দৰে।

ছোৱালীজনীৰ মূৰৰ চুলি আহি কঁকাল পাইছেহি। ৰবি বৰ্মাই অঁকা ছবিৰ দৰে। শান্তনু আৰু গঙ্গাৰ গঙ্গাজনী। মই যদি এনেকৈ আঁকিব পাৰিলোহেঁতেন! ছবিখনহে মাথোন মনত থাকি গ'ল। সোণালী ৰ'দত সোণৰ কণিকা সিঁচি তাই ৰামনৰ কাষেদিয়েই পাৰ হৈ গ'ল। তাইৰ গাৰ পৰা হীৰা-মুকুতা সৰিবলৈ ধৰিলে।

কিমান বয়স হ'ব পাৰে? ষোল্লৰ পৰা ওঠৰ। ইয়াৰ বেছি হ'বই নোৱাৰে। গলত তালি[2] নাই। তাই কাৰো স্ত্ৰী নহয়। তাৰ মনৰ ভিতৰ এতিয়া তল-ওপৰ। সি অস্বস্তিবোধ কৰিছে। এই ক'ৰ ছোৱালী?

---

1 হীৰাৰ মুকুতি—নাকফুলি 2 তালি—মঙ্গল সূত্ৰ, বিয়া হোৱাৰ চিন।

ক'লা কুকুৰটোৱে এতিয়া গা জোকাৰি ধমক দিয়া আৰম্ভ কৰিছে। ছিঃ, লাজ নেলাগে? লুকাই চুৰকৈ যুৱতী ৰমণীৰ নিৰাভৰণ বুকু আৰু পিঠি চালি। এয়া কেথলিকৰ নীতিবিৰুদ্ধ কথা। বৰ পাপ।

তাইৰ বাৰু জাত কি? ব্ৰাহ্মণ? আয়াৰনে আয়েঙ্গাৰ? হ'ব নোৱাৰে। নিশ্চয় দাসী। পুৰা নাক, পুৰা ওঁঠ, ভাঁহি থকা চকু। মই দাসী ৰমণীক লুকাই চুৰকৈ চালোঁনে কি? তেনেহলে মোৰ পাপ হ'ল।

সি নদীত জাপ দিলে। পানীত গাটো মোহাৰিলে। ক'লে, সকলো পাপ উটি যাওক। সৰ্বপাতক সংহতি, সৰ্বদুঃখবিনাশিনী। বাৰুকৈ আজি ৰামানুজম আশে পাশে নাছিল।

শ্ৰীৰঙ্গম মন্দিৰত ভৰি দিবৰে উপায় নাই। মন্দিৰৰ বাহিৰতো অসংখ্য লোক। চৌদিশ লোকে-লোকাৰণ্য। ৰামনে বহু চেষ্টা কৰি ভিৰৰ মাজেদি মন্দিৰৰ ভিতৰ সোমালগৈ।

মূল মন্দিৰৰ ভিতৰত মানুহৰ হেঁচা-টেপা বৰ বেছি। জাকে জাকে বৈষ্ণব। তেওঁলোকৰ কপালৰ পৰা নাকলৈকে সেন্দুৰৰ ৰেখা। কাৰো কাৰো কপালত ৰেখাৰ সলনি ইংৰাজীৰ 'ইউ' আখৰ। তেওঁলোক সকলো নামধাৰী বৈষ্ণব। ইয়াত আয়েঙ্গাৰৰ দুটা সম্প্ৰদায়ৰ লোক আছে।

পঞ্চবাদ্যম আৰু কৰতালৰ ধ্বনিৰে মন্দিৰ মুখৰিত হৈ পৰিছে। নাম-কীৰ্তন চলিছে। ৰঙ্গনাথজী গৰুড়বাহনত। লগত ব্ৰহ্মা আৰু শ্ৰীজী। চতুৰ্দোলাত বিগ্ৰহ। নামধাৰী বৈষ্ণববৃন্দই কান্ধত লৈ গৈ আছে। মন্দিৰ পৰিক্ৰমা আৰম্ভ হৈছে, মাজত সৰু খালৰ দৰে ৰাস্তা। দুয়োফালে ডাঙৰ ডাঙৰ স্তম্ভ। এই ৰাস্তাইদি জনসমুদ্ৰৰ জোৱাৰ বৈছে। গৰ্ভগৃহৰ পৰা এই ৰাস্তা ওলাই আহি গোটেই মন্দিৰটো আগুৰি আছে। ৰাস্তাৰ দুই কাষেও জন-অৰণ্য। ৰামনে কোনোপধ্যে এটা স্তম্ভৰ ওপৰত উঠি নিজক বচালে।

তাৰ চকুৰ আগেদি শোভাযাত্ৰাটো গৈছে। লগতে জনসমুদ্ৰৰ জোৱাৰৰ সোঁত বৈছে। সেই জোৱাৰত বিবিধ বয়সৰ লোক উটি আহিছে। বুঢ়া, ডেকা, ল'ৰা। উটি আহিছে—পুৰুষ-নাৰী। সকলোৰে বিগ্ৰহৰ ফালে চকু। মাত্ৰ ৰামনেহে তন্ন-তন্নকৈ মানুহবোৰ লক্ষ্য কৰিছে। য'ত মাইকী মানুহ বেছি, তালৈ তাৰ লক্ষ্যও বেছি। সি পাহৰি গৈছে যে সি চেন্ট জোচেফৰ ছাত্ৰ। ফাদাৰ গোমেচৰ অনুগত শিষ্য।

জনসমুদ্ৰ উত্তাল। চব ওলট-পালট হৈছে। হঠাতে ৰামনৰ এঠাইত চকু পৰিল। এটি বগা মাৰ্বলৰ প্ৰতিমা! মানুহৰ ঠেলাহেঁচাত এফালে ছিটিকৈ পৰিছে। দুটা হাত ওপৰলৈ তুলি আশ্ৰয় বিচাৰিছে। লাটুমৰ দৰে পাক খাইছে। মাটিত পৰি-যাওঁ-পৰি-যাওঁ হৈছে। এই ঠেলা-হেঁচাত মাটিত পৰি গ'লে

প্ৰতিমা চেপেতা লাগিব। সকলোৰে চকু ওপৰলৈ—বিগ্ৰহৰ ফালে। তললৈ এতিয়া কোনেও নেচায়। এই প্ৰতিমাৰ শৰীৰ ভৰিৰ গচকত গুড়ি হ'ব।

ৰমন জনস্ৰোতত জপিয়াই পৰিল। ভীৰ ঠেলি আগুৱাই গ'ল। শেষত মহিলাক ধৰিলে।

ব্ৰেকাৰ পাৰ হ'বলৈ বেছি সময় নেলাগিল। ই ৰামনৰ পিঠিৰ ওপৰেদি পাৰ হ'ল। নিজ মেৰুদণ্ডৰ জোৰ দেখি ৰামন আচৰিত হ'ল। সি দাঁত কৰচি থিয় দি থাকিল। ভীৰ কমিলত মহিলাক হাতত ধৰি বাহিৰলৈ আনিলে। মহিলাৰ শৰীৰটো থৰ-থৰ কৰি কঁপিছে। ঠাইখন মন্দিৰৰ পিছফালে। ইয়াত ভীৰ কম।

—তুমি কোন, বোপাই?

—মই ৰামন। কোদণ্ড ৰামন—

—নহয়। তুমি ৰঙ্গনাথন। মই সমুদ্ৰত ডুব গৈছিলোঁ। মোৰ উশাহ-নিশাহ বন্ধ হৈ গৈছিল। লাহে লাহে মোৰ জ্ঞান হেৰাই গৈছিল, তথাপি মই দেখিছিলোঁ। মই কি দেখিছিলোঁ জানা? ৰঙ্গনাথনে চতুৰ্দোলৰ পৰা নামি আহি মোক হাতত ধৰি তুলিছিল।

—এই ভীৰৰ মাজত আপুনি ৰাস্তাত এনেকৈ থিয় দি থকা উচিত হোৱা নাছিল।

—মই বুজিব পৰা নাছিলোঁ......

ৰামনে এইবাৰ মহিলাৰ মুখলৈ চালে। নিমজ চেহেৰা। মূৰত বগা চুলি। নাকত প্ৰকাণ্ড হীৰাৰ মুকুতি। ডিম্বাকাৰ মুখখনত নাকটো বঢ়িয়াকৈ মিলি গৈছে। দুটা ডাঙৰ ডাঙৰ ভাঁহি থকা চকু। পিছে চকুৰ মণি দুটা বেলেগ ধৰণৰ। মহিলাই বেঙুনীয়া ৰঙৰ মহীশূৰ শাড়ী পিন্ধিছে। পিন্ধনত সম্ভ্ৰান্ত ঘৰৰ মহিলা বুলি ভাব হয়। এই বয়সতো তেওঁ বেচ আকৰ্ষণীয়া।

—লোকাৰণ্যৰ ঢৌ আগুৱাই আহিছিল, আপুনি দেখা পোৱা নাছিল......

মহিলাই চমুকৈ ক'লে—মই চকুৰে নেদেখোঁ। বহু বছৰৰ আগতেই মোৰ দৃষ্টিশক্তি নাইকিয়া হ'ল......

আচৰিত হৈ ৰামনে মহিলাৰ ফালে চালে।

—তেনেহলে আপুনি কিয় মন্দিৰলৈ আহিছিল? মানুহ আহে বিগ্ৰহ-দৰ্শন কৰিবলৈ......আৰু আপুনি......

—মানুহে দেৱতাক কেৱল চকুৰেহে দেখেনে? এই মন্দিৰৰ আশে পাশে কত গৰু ঘূৰা-পকা কৰি ফুৰে। ইয়াত হয়তো পাগলো আছে। ইহঁতৰ সকলোৱেই কি দেৱতাক দেখা পায়?

ৰামনে লাজ পালে। সি ক'লে—বলক, মই আপোনাক থৈ আহোঁগৈ। আপুনি থাকে ক'ত?

—মোৰ লগত মানুহ আছে। ইয়াত অলপ পৰ বৈ থাকিলে তেওঁলোক আহি পাবহি।

দূৰৰ পৰা এগৰাকী বয়সীয়া মহিলাক লৰালৰিকৈ অহা দেখা গ'ল। ওচৰ পায়েই তেওঁ কান্দিবলৈ ধৰিলে আৰু ক'লে—আই ঐ দেহি, বাইদেউ। ভীৰৰ মাজত মোৰ হাতৰ পৰা এৰাই ক'লৈ যে গ'লা তৰ্কিবই নোৱাৰিলোঁ। ভাবিলো—সৰ্বনাশ হ'ল। দুখ পালা নেকি?

তেওঁ মহিলাৰ গাত হাত ফুৰাবলৈ ধৰিলে।

ৰামন আচৰিত হ'ল। এই গৰাকী মহিলাকে অলপ আগতে সি কাবেৰীত দেখিছিল। কিন্তু এওঁৰ লগৰীয়া সেই গঙ্গাদেৱী ক'ত?

## 11

উনৈশ শ সাতত্রিশ চনৰ ডিচেম্বৰ। খ্ৰীচমাচ্ ইভ। ৰাতি এটা। তত্ত্বকুড়ি এৰি এন্টনী পলাইছে। মালগাড়ীত।

অধ্যাপক সৰকাৰে এম. এ. পৰীক্ষাৰ ভিতৰুৱা খবৰ পঠিয়াইছিল: তই এইবাৰ ইক'নমিক্সত ফাৰ্ষ্ট ক্লাছ পাইছ। খুব সম্ভৱ তোৰ পজিচনো ফাৰ্ষ্ট। তই ইয়াত থকাহেঁতেন তোক সাবটি লৈ বহুত পৰ বুকুত সুমুৱাই ৰাখিলোহেঁতেন। মোৰ আজি কি আনন্দ! তই সুপিতৃৰ সুপুত্ৰ, আচল গুৰুৰ আচল শিষ্য।

চিঠিখন দীঘলীয়া: এন্টনী, তই তাত কি কৰিছ? নিশ্চয় ইমান দিনে তই তুত্ত্বকুড়িত পাটনাদৰ ভেকুলী হৈ আছ। দেউতাৰে তোক কাৰবাৰত নামালে নেকি? বোধকৰোঁ তই কাৰবাৰত নমা নাই। এইবোৰ কাম তোৰ বাবে নহয়। কেৱল টকা ঘটিয়েই জীৱনটো কটাবিনে? মনত শান্তি নেপাবি। তই নিজেই অধঃপাতে যাবি। ব্যৱসায়ত নামি সত-অসত উপায়েৰে টকা গোটাবি। ব্যৱসায়ত অসত উপায়ৰেই প্ৰয়োগ অধিক। এইখন দেশত সত পথ কণ্টকাকীৰ্ণ। অসত পথহে সেন্দুৰীয়া। আজিকালি পইচা থাকিলেই মানুহ ভদ্ৰলোক, ভাল মানুহ। কিন্তু আচলতে সি এটা নীচ স্বাৰ্থপৰ মানুহহে। তই এনে অৱস্থাৰ পৰা নিজকে ৰক্ষা কৰ। মই লাস্কিলৈ লিখিছোঁ। তেওঁৰ ওচৰত লণ্ডনত ইক'নমিক্স পঢ়গৈ। তেওঁ তোৰ আচল গুৰু হ'ব। তেওঁ তোক মানুহ কৰি তুলিব। তেতিয়াহে তই পৃথিৱীখন সঠিকভাৱে বিচাৰ কৰিব পাৰিবি। আন একো চিন্তা নকৰিবি। এই চিন্তা কৰিব লাস্কিয়ে। আৰুময়ো।

এন্টনীয়ে মনে মনে হাঁহিলে। অধ্যাপক সৰকাৰে তাক এন্টনী বুলিহে মাতে। এন্টনী ফিৰিঙ্গী। তেওঁ ছফুট ওখ ডেকাটোক সাবটি বুকুত সুমুৱাই লয়। এৰা, এন্টনী, তই এটা মতলবী মানুহ। কিন্তু তই আচল পুৰুষ। তোৰ গাৰ জোৰ দেখি বহুত চাহাবে ভয় খায়। ইয়াকে কৈ তেওঁ এন্টনীৰ বিশাল বুকুত ভুকু মাৰে। পিঠিতো। তেওঁৰ এইটোৱেই মৰম কৰাৰ নিয়ম। ল'ৰাবোৰক কয়— চাচোন, ক'লা জুপিটাৰৰ কি সুন্দৰ চেহেৰা। আচল পুৰুষ।

এতিয়া অধ্যাপক চৰকাৰে টকা-পইচাৰ কথাও ভাবিছে।—তোৰ দেউতাৰক ইমান টকা কেলৈ? খৰচ নকৰিলে ছাঁইত ঘিঁউ দিয়াহে হ'ব। তই তাগিদা দে। আকোৰগোঁজ হৈ টকা আদায় কৰ। তথাপিও তেওঁ টকা নিদিয়ে যদি

মোক জনাবি। বিশ্ববিদ্যালয়ত চেষ্টা কৰিম। মুঠতে টকাৰ কথা নেভাবি। ইয়াৰ দায়িত্ব মোৰ আৰু লাস্কিৰ।

এণ্টনীৰ আৰু পুৰণি কথা মনত পৰিছে। কোনোবাই ভালকৈ সাজপোছাক পিন্ধি আহিলে অধ্যাপক খঙত টিঙিৰি তুলা হয়। কয়—ধুন মাৰি ভদ্ৰলোক হৈছে! মাছমৰীয়াৰ ল'ৰা এণ্টনীলৈ নেচাৱ কিয়? তাক পাঞ্জাত হেৰুৱাব পাৰিবি? কেৱল ভাল পোছাক পিন্ধি তইঁত নন্দদুলাল হৈ থাকিলি। দেশখন তেজপিয়াবোৰে শেষ কৰি দিলে। সিইঁতৰ লগত যুঁজিব পাৰিবি?

অধ্যাপক সৰকাৰ নথকাহেঁতেন বহুদিন আগতেই সি শিক্ষা সাং কৰিব লাগিলহেঁতেন। বি. এ. পৰীক্ষাতো সি ফাৰ্ষ্ট ক্লাছ পাইছিল। সেইটো কি ডাঙৰ কথা! এতিয়া কাৰবাৰত লাগি যা! এয়া দেউতাকৰ কথা। সেয়েহে অধ্যাপক সৰকাৰ নিজেই তুত্তুকুড়িত উপস্থিত হ'লহি। দেউতাকৰ লগত তৰ্কযুদ্ধত নামিল। দেউতাকৰ মুখত একেখিনি কথা: বহুত পঢ়া হ'ল। লিখা-পঢ়া শিকি কি লাভ হ'ব? এতিয়া মোৰ লগত কাৰবাৰত লাগ।

অধ্যাপক সৰকাৰৰ লগত তাৰ দেউতাকৰ তুমুল তৰ্ক-বিতৰ্ক। শেষত সৰকাৰৰ জয় হয়। দেউতাক মনে মনে থাকে। তেওঁৰ মনটো মৰা। সেয়া দুবছৰৰ আগৰ কথা।

—দেউতা, মই ফাৰ্ষ্ট ক্লাছ পাইছোঁ।

দেউতাকে এবাটি পঁইতা ভাতৰ নিসনি দুধোক মানত শেষ কৰি ওচৰৰ টেবুলখনত ৰাখিলে। এয়ে গড্উইনৰ প্ৰাত্যহিক ব্ৰেকফাষ্ট। এবাটি পঁইতা ভাতৰ পানী! মুখত কোনো ভাৱৰ অভিব্যক্তি দেখা নগ'ল।

—ঠিক আছে। আৰু কি?

—লণ্ডনত প্ৰফেচাৰ লাস্কিৰ অধীনত মই ৰিচাৰ্চ কৰিম।

গড্উইনে তাৰ ফালে এবাৰো নেচাই পোছাক সলাই সলাই ক'লে—ঢেৰ হৈছে। মই ৰাম আয়েঙ্গাৰক কৈ থৈছোঁ। কাইলৈৰ পৰা অফিচত বহিবি......

গড্উইন গহীন। তেওঁৰ মন বিষন্ন। তেওঁ চোলাটো পিন্ধি বাহিৰলৈ ওলাই আহিল! হঠাতে কিবা এটা মনত পৰাত তেওঁ ঘূৰি আহি দুৱাৰ-মুখ পালেহি। তেওঁ ক'লেহি—মই তোৰ বিয়া ঠিক কৰিছোঁ। তোৰ জোচেফ মামাৰ বৰ জীয়াৰী মাৰ্চিক। অহা মাৰ্চত এইখন ঘৰলৈ তাই বোৱাৰী হৈ আহিব। এতিয়াৰ পৰা তাইৰ ওচৰত তোৰ ব্যৱহাৰ সলনি কৰ।

এণ্টনীও কম জেদী নহয়। গড্উইনে আকৌ ঘৰৰ ভিতৰত। টেবুলৰ ড্ৰয়াৰ খুলি কিবা এটা বিচাৰিছে। এণ্টনীৰ ফালে চোৱাই নাই। এণ্টনীৰ মনত ধুমুহা। তুত্তুকুড়িত তাৰ এই কেইমাহ থাকিয়েই অসহ্য লাগিছে। খোৱা আৰু শোৱা। পুৱা-গধূলি সাগৰৰ পাৰত হাৱা খোৱা। বাকীখিনি সময় কিতাপ

পঢ়া। মনৰ লগত মিলা বন্ধু নাই। কথা ক'বলৈ মানুহ এটাও নাই। এই ঠাইৰ জীৱনত কোনো বৈচিত্র্য নাই। অধ্যাপক সৰকাৰৰ কথা আখৰে আখৰে সত্য।

এটা ড্ৰয়াৰৰ পৰা ইটো ড্ৰয়াৰ চলাথ কৰি গড্‌উইনে কিবা এটা বিচাৰি পোৱা নাই। তেওঁ কিজানি এন্টনীৰ পৰা উত্তৰ এটা পাবলৈহে অপেক্ষা কৰিছে।

এই ভুত্তুকুড়িত ব্যৱসায় কৰা, নাৱেৰে মাল চালান দিয়া, লোণৰ ভাঁটাৰ হিচাব ৰখা, ধাৰ আৰু সুতৰ হিচাব ৰখা—এইবোৰ তাৰ কাৰণে বিৰক্তিকৰ কাম। এইবোৰ কামৰ বহুত কথা তাৰ মগজুতে নোসোমায়। তদুপৰি থাকিব লাগিব এই মীনপাৰোৱা সমাজখনত। ইয়াত যে কেনেবোৰ কথা শুনি থাকিব লাগে! কয়লাৰ ঠিকাদাৰৰ দুষ্কীর্তি, মাদুৰা মিলৰ চাহাবৰ অদ্ভুত খেয়ালবোৰ, গীৰ্জাৰ চাহাবৰ কোন কোন প্ৰিয়ভাজন, সাতজনী ছোৱালীৰ পাছত এটা ল'ৰা জন্ম হোৱাৰ বাবে কাৰ ঘৰত ন দিন একে লাটে পূজা হৈছে, কাৰ তিৰোতাৰ লগত কাৰ কেলেঙ্কাৰী, কোনে কেইজনী তিৰোতা পুহি ৰাখিছে, কাৰ লগত কাৰ কাজিয়া হৈছে—এইবোৰেই ইয়াৰ মানুহৰ আলোচনাৰ বিষয়বস্তু।

জগত সলনি হৈছে। ধৰ্মনীতিও সলনি হৈছে। সমাজনীতি আৰু অৰ্থনীতিও বদলি হৈছে। ভাৰতৰ পূব-পশ্চিমত জুই জ্বলিছে। ইহঁতে এইবোৰ খবৰকে পোৱা নাই। তেনেহলে এন্টনীয়ে কাৰ লগত কথা পাতিব? ইয়াত থকা মানে গাহৰিৰ দৰে গৰালৰ ভিতৰত সোমাই থকাহে হ'ব।

জোচেফ ফাৰ্ণাণ্ডোৰ জীয়েক মাৰ্চি। এন্টনীয়ে আৰু এখন নাটক দেখিছে। এই নাটকৰ নায়ক সি নিজেই। গড্‌উইনৰ প্ৰকাণ্ড অট্টালিকাৰ ভিতৰত এটা কোঠা। তাত সি নিজক দেখি নিমগ্ন হৈ পৰিছে। গোৰা এটা অসাধাৰণ চৰিত্ৰ। তাৰ সুচৰিতাৰ প্ৰতি সাংঘাতিক আকৰ্ষণ। ৰবীন্দ্ৰনাথ মহান ঔপন্যাসিক। টলষ্টয় বা হুগ'ৰ সমগোত্ৰীয়। তাৰ চকুৰ আগত কিতাপ মেলা আছে। মন কলিকতাত। সুচৰিতা, চাৰুপমা। মডাৰ্ণ হিষ্ট্ৰীৰ ছাত্ৰী। হঠাৎ আলাপ। অধ্যাপক সৰকাৰৰ ঘৰত। শ্যামলী ছোৱালীজনী দীৰ্ঘাঙ্গী। আৰ্টিষ্ট বন্ধু সুবিমলে কয়—তাই সাক্ষাত পাৰ্বতী। উজ্জ্বল চকু। সহজ সৰল ব্যৱহাৰ। বসন্তৰ বতাহৰ দৰে সহজ। ওচৰত থাকিলে অন্তৰ আনন্দৰে উপচি পৰে।

পিছফালৰ পৰা কোনোবাই হাতেৰে তাৰ চকু ঢাকি পেলালে। এন্টনী এতিয়া ভুত্তুকুড়িত। হাত দুখন কোমল। নিশ্চয় মাইকী মানুহৰ। এন্টনীক এনেকৈ ধৰিবলৈ ইয়াত কাৰ সাহস আছে? তদুপৰি ইয়াত কোনো মাইকী মানুহ নাই। সি হাত দুখনৰ ওপৰত হাত বুলালে। খাৰু আছে, বাওঁ হাতত লেডিজ ৰিষ্টওৱাচ। তাৰ নাকত এতিয়া দামী চেন্টৰ সুবাস।

জোচেফ মামাৰ ছোৱালী মাৰ্চিয়ে হাঁহি হাঁহি তাৰ গাৰ ওপৰত উফাল

খাই পৰি ক'লে—ধৰিব নোৱাৰিলা নহয়! তাই তাৰ পৰা হাত দুখন আঁতৰাই নিছে। এতিয়া তাৰ মনৰ পৰা সুচৰিতা উধাও হৈছে।

—মাৰ্চি, কেতিয়া আহিলা?

—শূন্য ঘৰটোত বহি বহি কি পঢ়িছা? আমাৰ ঘৰলৈ নোযোৱা কিয়?

এন্টনীয়ে মাৰ্চিৰ প্ৰশ্নটোৰ উত্তৰ নিদি সুধিলে—খুব ধুনীয়াকৈ সাজি পাৰি ওলাই আহিছা কিয়?

মাৰ্চিৰ মুখত পাওদাৰ, দুগালত ৰ'জ। চেলাউৰি পেঞ্চিলেৰে আঁকা। ৰঙা লিপ্‌ষ্টিকৰ কল্যাণত ওঁঠ দুখন মনোলোভা।

মাৰ্চি ইমানতে সন্তুষ্ট হোৱা নাই। আৰু ৰূপৰ চমক দেখুৱাইছে। তাই কাঞ্জিভৰমৰ দামী শাড়ী পিন্ধিছে। জৰ্দা ৰঙৰ জৰ্জেট পীচৰ ব্লাউজ। বিয়লি চাৰিটাৰ প্ৰখৰ ৰ'দত মাৰ্চি বটিয়াকৈ জিলিকিছে।

কেই বছৰমানৰ আগতে মাৰ্চিয়ে ফ্ৰক পিন্ধিছিল। এন্টনীয়ে তাইক খুব ভালকৈ জানে। সি মাৰ্চিক আজি প্ৰথম শাড়ী পিন্ধা দেখিলে।

ষোল্ল-সোতৰবছৰীয়া মাৰ্চিক চব্বিশ-সাতাইশ বছৰীয়া যেন লাগিছে। তাই আগৰে পৰাই হৃষ্ট-পুষ্ট। জোচেফ মামা আৰু ক্ৰিষ্টিন মামীয়ে তাইক খুব ঘিঁউ-মাখন খুৱাইছে। এয়া তাৰেই ফল। এই বয়সতে তাইৰ থুতৰিৰ তলত মঙহ হৈছে। স্তন দুখনি বুকু ওপচাই পেলাইছে। তাইৰ গাৰ ৰং বগা। দেখাত বৰ বেয়া নহয়। কিন্তু এই মুহূৰ্তত এন্টনীৰ ভাব হৈছে—সি পলাই গ'লেহে এইৰ পৰা ৰক্ষা পোৱা যাব।

—মইনো কিমান সাজি-কাচি আহিছোঁ! আচলতে যিমান ফেচন কৰিব লাগে সিমান কৰা নাই। ভালকৈ সাজি কাচি আগত দেখা দিলে তোমাৰ মতিভ্ৰম হ'ব।

মাৰ্চিয়ে উপচি পৰা বুকুখনেৰে তাৰ গাত এটা কোমল হেঁচা দি উল্লসিত হৈ পৰিছে।

দৰ্জিপাৰাৰ চাঁপাৰ কথা এন্টনীৰ মনত পৰিছে। শীল পৰিয়ালৰ দোলগোবিন্দই তাক চাঁপাৰ ওচৰলৈ লৈ গৈছিল। মাৰ্চিৰো ব্যৱহাৰ আৰু কথা কোৱাৰ ধৰণ চাঁপাৰ নিচিনাই। সি বৰ বেয়া পাইছিল। তাইৰ মুখখনো মাৰ্চিৰ দৰে গোলাকাৰ।

মাৰ্চি বেপৰোৱা। তাই দুহাতেৰে এন্টনীৰ ডিঙিটো সাবটি ল'লে। তাৰ মুখখন তাইৰ বুকুৰ ফালে টানি নিলে। এন্টনী ৰুদ্ধশ্বাস। সি মাথোন ক'লে—মাৰ্চি, এয়া কি কৰিছা? এন্টনীয়ে ছোৱালীৰ ওচৰত কঠোৰ হ'ব নোৱাৰে। সি কেৱল আপত্তিহে জনালে।

—দুষ্ট ল'ৰা। এতিয়া কোৱা, তুমি আমাৰ ঘৰলৈ নোযোৱা কিয়? মই কৈফিয়ৎ বিচাৰিছোঁ।

তাই তাইৰ বুকৰ ওপৰত তাৰ মুখখন হেঁচি ধৰিলে।

এন্টনী হতবাক! সি লাহে লাহে মুখখন আঁতৰাই আনিলে। ক'লে—মোৰ কৈফিয়ৎ তলব কৰিবলৈ তোমাৰ কি এক্তিয়াৰ আছে?

—কিয় এক্তিয়াৰ নাই? আজিৰ পৰা মই তোমাৰ মালিকনী। তুমি মোৰ।

—তাৰ মানে?

—তুমি ইমান অঁজলানে। ইমান পঢ়াশুনা কৰিও?

মাৰ্চিয়ে তাইৰ ঔটেঙাবৰণীয়া গালখন এন্টনীৰ গালৰ ওপৰত লগাই দিলে। এটা মাংসপিণ্ড মাথোন। এন্টনীৰ খং! সি মুখখন ঘূৰাই নিলে। মাৰ্চি কিন্তু সহজে এৰি দিয়া বিধৰ ছোৱালী নহয়। তাই নিজৰ অধিকাৰ প্ৰতিপন্ন কৰিবলৈ বিচাৰিলে।

—এতিয়াৰে পৰা তুমি মোৰ। মোৰ দেউতা আৰু তোমাৰ দেউতাৰাই কালি ৰাতি আমাৰ দুয়োৰে বিয়াৰ বন্দবস্ত পকা কৰিছে। বুজিছা?

এন্টনীয়ে তাইৰ পৰা অব্যাহতি পাব বিচাৰিছে। কিন্তু তাই তাক চেয়াৰত বহা অবস্থাতে হেঁচা মাৰি ধৰি আছে।

—কলিকতাৰ ছোৱালীবোৰৰ কথা ভাবি মোৰ ৰাতি টোপনি নাহিছিল। এতিয়াহে মই নিশ্চিন্ত।

এন্টনীয়ে তাইক থেলি দিলে। ক'লে—আঁতৰ হোৱা। কোনোবাই দেখা পাব। তাই পৰি যাবই খুজিছিল। কোনোমতেহে নপৰাকৈ ৰ'ল। সি খুব জোৰেৰে থেলা মাৰি দিলে। তাই খঙত নাগিনীৰ দৰে ফোঁচ-ফোঁচবালৈ ধৰিলে। তাই গাত দুখো পালে।

তাই দুৱাৰৰ ওচৰলৈ আহিল। তাই ক'লে—মই আহিলোঁ। আজি মোক থেলি পঠিয়াইছা। পাছত ভৰিত ধৰি ইয়ালৈ আনিব লাগিব। বুইছা? নহ'লে মই নাহোঁ।

চাৰু আৰু মাৰ্চি। ইহঁত দুয়োজনীৰে মাজত বহুত পাৰ্থক্য। চাৰু বহুত দূৰত থাকে। কলিকতাত সব এৰি মাৰ্চিক জীৱনসঙ্গিনী কৰাৰ অৰ্থ ই হ'ল অপমৃত্যু।

—মই কেতিয়াও বিয়া নকৰাওঁ। মোৰ জীৱনত আন লক্ষ্য আছে। এন্টনীয়ে সৰুকৈ কৈছে। কিন্তু কথাত দৃঢ়সংকল্প।

ঠাচ! এন্টনীৰ গালত এটা কাণতলীয়া চৰ। গড্‌উইনৰ অনেক দিন ধৰি জমা কৰি ৰখা ক্ষোভ। এন্টনী মাটিত পৰি গ'ল। সি অজ্ঞান।

ট্ৰেনৰ কম্পাৰ্টমেন্টৰ ভিতৰত ইমান দিনৰ মূৰত এন্টনীৰ সোঁ গালখন হঠাতে চেৰ-চেৰাই যোৱা যেন লাগিল। সি তাত অজানিতে ফুৱোৱাত লাগিল।

দৈত্য যেন শৰীৰৰ মাৰিয়াদাচনে এন্টনীক তুলি নি কোঠা এটাত ভৰাই তলা মাৰি ৰাখিছিল।

মঞ্জুৱে সঠিক কথাই কৈছিল। মঞ্জু মানে অসমঞ্জ বসু। অতিপাত খীণ বগা মানুহটোৰ সৰু সৰু চকু দুটা শাণত দিয়া ছুৰিৰ দৰে। পিন্ধনত এটা টুইলৰ চাৰ্ট। চাৰ্টৰ সদায় হাত কোচোৱা। ধুতিখনো মলিন। প্ৰেচিডেন্সিৰ গাড়ীত উঠি অহা জমিদাৰৰ ল'ৰাবোৰৰ লগত সি খাপ নেখাইছিল। সি সদায় চিৰিয়াচ। বেছি কথা-বতৰা নেপাতিছিল। মুখত হাঁহিৰ লেশমানো নাছিল। অকণো হাঁহি-তামচা নকৰিছিল। সি আছিল কেৰাণী বাপেকৰ ষ্টেপ্ত কৰা ল'ৰা। স্কলাৰশ্বিপৰ টকাৰে পঢ়িছিল। সি কেৱল এন্টনীৰ লগতহে কথা-বতৰা পাতিছিল।

—বুইছ, এন্টনী, আজিৰ এই কুৰি শতিকাতো ক্ৰীতদাস প্ৰথা চলি আছে। মধ্যযুগৰ বৰ্বৰ ক্ৰীতদাস প্ৰথা। আমাৰ এই কলিকতাতেই। এই পুণ্যভুমি ভাৰতবৰ্ষত......

মঞ্জুৱে ভাৰতবৰ্ষত সদায় এই বিশেষণটো যোগ দিয়ে। পুণ্যভূমি ভাৰতবৰ্ষ।

এন্টনীয়ে তৰ্ক কৰে। কয়—বাজে কথা নক'বি।

মঞ্জুৰ খং উঠে। সি কয়—এতিয়া বুজি পোৱা নাই। পাছে পৰে বুজিবি। চব বাপেকে ল'ৰাছোৱালীক ক্ৰীতদাস বুলি গণ্য কৰে। সন্তান-সন্ততিক লৈ বাপেকে যি খুচী তাকে কৰাৰ অধিকাৰ পাইছে। হত্যা কৰিলে পেনাল ক'ডৰ মতে শাস্তি হ'ব কাৰণেহে হত্যা নকৰে।

বাপেক। গোষ্ঠীপতি পিতৃ। আদিম গুহা-মানবৰ অৱস্থাৰ পৰা তেওঁ পৰিয়ালৰ একচ্ছত্ৰী ৰজা। তেওঁৰ মুখৰ ওপৰত কোনেও কথা ক'ব নোৱাৰে। ক'লে শাস্তি দি তাৰ শোধ ল'ব। তেওঁ যি সিদ্ধান্ত ল'ব সেয়ে হ'ব সন্তানৰ ভবিষ্যত। তেওঁ সিহঁতৰ ভাগ্যবিধাতা।

সেই ভাগ্যবিধাতাৰে কাঢ়া পাহাৰা থকা সত্বেও এন্টনী পলাইছিল।

চব্বিছ ডিচেম্বৰ, 1937। খৃষ্টমাচ ইভ। ৰাতি বাৰটা। ঘৰৰ সকলো গীৰ্জালৈ গৈছে। মিড্‌নাইট মাচ। কেৱল প্ৰমিথিউচ এন্টনীহে ঘৰত বন্দী। আৰু গেটত দাৰোৱানটো।

এন্টনী স্থিৰ সিদ্ধান্তলৈ আহিছে। আজিৰ ৰাতিয়েই শেষ ৰাতি। পুৱা যেতিয়া সকলোৰে নিচা ভাগিব, তেতিয়া সিহঁতে দেখা পাব যে এন্টনীৰ কাঠ যেন শৰীৰটো ৰচিত ওলমি আছে।

খুট্ খুট্। কোঠাৰ চাবিটো লাহেকৈ খোলাৰ শব্দ। ঘৰত পিটাৰ।—এন্টনী, এতিয়াই পলাই যা। ক'তো নৰবি। পিছ ফালৰ দুৱাৰখন খুলি ৰাখিছোঁ।—পিটাৰে ফুচ্-ফুচাই আদেশ দিলে। সি উত্তেজিত। আকৌ আগৰদৰে ক'লে—ৰেলৰ লাইনেদি ইয়াৰ্ডলৈ যা। কয়লা ওৱাগণৰ গাৰ্ড চিৰিল ফাৰ্ণাণ্ডো। মোৰ লগত পঢ়া। তাক কৈ থৈছোঁ। তই এই দেশ এৰি পলাই যা।

—চাবি ক'ত পালি? চাবি দেউতাৰ ড্ৰয়াৰতহে থাকে!

—চুৰ কৰিছোঁ। যা, যা, বেগেতে যা......

এন্টনীয়ে পিটাৰক এবাৰ বুকুত সাবটি ল'লে।

—যদি বাচি থাকোঁ তেনেহলে দেখা হ'ব বুলি কৈ এন্টনী নিমিষতে আঁতৰিল।

দেউতাকৰ অসুখৰ খবৰটোও পিটাৰেই দিলে। মঞ্জু আৰু পিটাৰ। ইহঁতৰ মাজত ক'ৰবাত এটা ডাঙৰ মিল আছে।

ট্ৰেনখন তুণ্ডুকুড়ি পালেহি। এন্টনীয়ে তৎক্ষণাৎ নামিল। প্লেটফৰ্মত থিয় দি চাৰিওফালে এবাৰ ভালকৈ চাই ল'লে। তাক কোনোবাই দেখা পাইছেনে কি জানি ল'লে।

বাট চিনাত অসুবিধা নহ'ল। এন্টনী যেন কালিহে ইয়ালৈ আহিছিল। নতুনৰ ভিতৰত কেৱল চাইকেল ৰিক্সা। আগতে কুদ্‌ৰৈভাগিয়েই একমাত্র যানবাহন আছিল। এন্টনীৰ এইবোৰৰ দৰ্কাৰ নাই। খোজকাঢ়ি গ'লেই ছয়-সাত মিনিটৰ ভিতৰত ঘৰ পোৱা যাব।

লণ্ডনৰ পৰা তুত্তুকুড়ি। লণ্ডন পৰিষ্কাৰ, জকমকীয়া। বাট-পথ আৰু ঘৰবাৰীও সুন্দৰ। পাৰ্কবিলাক ছবিৰ দৰে। গাহৰি আৰু গাধৰ পাল চোৰাইহে এন্টনীয়ে তুত্তুকুড়িৰ ৰাস্তাইদি গৈ আছে। নৰ্দমাৰ পৰা দুৰ্গন্ধ ওলাইছে। ইয়াত য'তে ত'তে জাবৰৰ দ'ম।

ঘৰ পায়েই তাৰ সকলো চিন্তা দূৰ হ'ল। ঘৰৰ পৰিবেশ গহীন। গেইটত দাৰোৱানটো নাই। এন্টনী দুটা মহল পাৰ হ'ল। অফিচবোৰো নাই। ইয়াত ৰাম আয়েঙ্গাৰৰ প্ৰতাপ আছিল। মানুহৰ ভিৰ আছিল। ঘৰৰ ভিতৰৰ মানুহ খুব ব্যস্ত আছিল। কেৰাণীয়ে ব্যস্ত হৈ ঘূৰি ফুৰিছিল। এতিয়া কিন্তু সকলো নিস্তব্ধ।

মহলটো পাৰ হোৱাৰ পাছত চিড়িৰ ওচৰত কোনোবা বৈ আছে। মানুহটো বুঢ়া। ই মাৰিয়াদাচনে কি? দৈত্যটোৰ গাৰ ছাল শিথিল হৈছে। লেঙেৰিয়াই লেঙেৰিয়াই খোজ কাঢ়িছে। সি অলপ কুঁজাও হৈছে।

মাৰিয়াদাচনে তাৰ ফালে চাই সুধিলে—কোন? সি আজিকালি চকুৰে কম দেখে। ছানি পৰিছে। ছানি পূৰঠ হোৱা নাই কাৰণে কটা হোৱা নাই।

এন্টনী যেন এটা প্ৰস্তৰ মূৰ্তিহে! হঠাৎ এই প্ৰস্তৰ মূৰ্তিৰ আঠুত ধৰি মাৰিয়াদাচন বিহ্বল হৈ পৰিল। সি উচুপি উচুপি ক'লে—আইয়ো, আইয়ো আপ্পা। ছিন্না আইয়া, তুমি ইমান দিন ক'ত আছিলা?

মাৰিয়াদাচনৰ কান্দোন শুনি ভাতৰ চৰু-ঘৰৰ পৰা ৰান্ধনী আঞ্জেলা ওলাই আহিল। —আইয়ো, আইয়ো—ছিন্না আইয়া, আন্দোন—! এন্টনীৰ হিয়া সেমেকিল। এনেকুৱা আদৰ কৰা শব্দ সি বহু বছৰ শুনা নাছিল।

আঞ্জেলাও বুঢ়ী হৈছে। কিন্তু মাৰিয়াদাচনৰ দৰে তাইক বাৰ্দ্ধক্যই বেছি পীড়া দিব পৰা নাই। অলপ সময়ৰ ভিতৰতে আৰু চাকৰ-চাকৰাণী হাজিৰ হ'লহি। এইবোৰ আটাইবোৰ নতুন মুখ। আঞ্জেলাই শাড়ীৰ আঁচলেৰে মুখ মচিলে।

—বলা, ওপৰলৈ বলা। কৰ্তাৰ এতিয়া অন্তিম অৱস্থা। তোমাৰ কাৰণে বুকুৰ ধপ্‌ধপনিটোহে আছে। দয়াময় ভগৱানে শেষত তেও তোমাক পঠালে।

মাৰিয়াদাচনে এন্টনীৰ হাতত ধৰিলে। তাৰ হাতটো খুব কঁপিছে। মাৰিয়াদাচনে খুব ফোঁপাইছে। চিড়িয়েদি উঠোতে তাৰ বৰ কষ্ট হয়। আঠুত বাত। তাৰ লগত লাহে লাহে এন্টনী ওপৰলৈ উঠিল। ওচৰতে গড্‌উইনৰ ঘৰ। দুয়ো পৰ্দা আঁতৰাই ভিতৰত সোমাল। আগতে মাৰিয়াদাচন, পিছত এন্টনী। এন্টনীৰ চকুৰ আগত মাথোন অন্ধকাৰ। সি একো দেখা নাই। সিহঁত ভালেমান পৰ দুৱাৰৰ ওচৰত থিয় দি আছে।

—আইয়াই বোধকৰোঁ শুইছে।

লাহে লাহে ঘৰৰ সকলো বস্তু পৰিষ্কাৰকৈ দেখা গৈছে। সেউজীয়া পোহৰটোৰ লগত চকু অভ্যস্ত হৈছে। এন্টনীয়ে দেখিছে যে বেৰৰ কাষৰ পালেঙত এটা শৰ জঁকা পৰি আছে।

—আইয়া বোধকৰোঁ শুইছে। মাৰিয়াদাচনে ফুচফুচালে।

তলৰ কান্দোনৰ শব্দ এন্টনীৰ কাণত পৰিছে। সি প্ৰতিটো শব্দ শুনিছে। কিন্তু গড্‌উইনৰ সাৰ-সুৰেই নাই। চকু মুদি মনে মনে পৰি আছে। তেওঁ কোনোপধ্যে তাক চাব নোখোজে। তেওঁৰ কাণ দুখন কিন্তু শহাকণীয়া হৈ আছে।

এয়ে কি মোৰ দেউতা, যাৰ এটা চৰত এদিন মই অজ্ঞান হৈছিলোঁ? জঁকা। তাকো মিউজিয়ামত পৰিপাটীকৈ সজাই ৰখা জঁকা নহয়, বিশৃঙ্খল হৈ পৰি থকা এটা ভগাছিগা জঁকা। সেই প্ৰকাণ্ড ওখ-ডাঙৰ মানুহটোৰ এতিয়া কি অৱস্থা!

এন্টনীয়ে সকলো ধুৰলী-কুঁৰলী দেখিছে। বুকুৰ ভিতৰখন বিষাইছে। জীৱনত সি প্ৰথম ব্যথাৰ স্বাদ পাইছে। সি মৰ্মাহত হৈছে। তাৰ ডিঙিটো শুকাই গৈছে।

—দেউতা!

এন্টনীয়ে মাত দিলে। কিন্তু মুখৰ পৰা ভালকৈ মাতবাৰ নোলালে। সি আকৌ মাতিলে।

গড্‌উইনে চালে। এন্টনী আগুৱাই গ'ল। পিছত মাৰিয়াদাচন।—আইয়া, ছিন্না আইয়া আহিছে। আপুনি এবাৰ চকুমেলি চাওক।

এন্টনীয়ে আৰু ৰ'ব নোৱাৰিলে। দুহাতেৰে কংকালসদৃশ গড্‌উইনক সাবট মাৰি ধৰিবলৈ গ'ল। লগে লগে এটা দুৰ্গন্ধ চাৰিওফালে বিয়পি পৰিল।

গড্‌উইনে আকৌ চকু মুদিলে। এন্টনীয়ে বাপেকৰ হাতটো নিজৰ হাতত তুলি ল'লে। এখন যেন লোহাৰ হাতহে! নিশ্চল। বোধহয় এই হাতত অনুভূতিও নাই। অৰ্থহীন হাতটো জড়পদাৰ্থৰ দৰে ওলমি আছে। বুজা গৈছে যে এইটো হাতত আৰু বল নাই। এই হাতটোৱেই এদিন এন্টনীক মাৰিছিল……

—দেউতা, মই আহিছোঁ। ইয়াকে কৈ সি—মোক ক্ষমা কৰক বুলি ক'ব নোৱাৰিলে। কথাটো ভিঙিতে বৈ গ'ল। এন্টনীয়ে এটা দীঘল হুমুনিয়াহ কাঢ়িলে। সি বহুদিন ভাবিছিল যে সি দেউতাকৰ ওপৰত প্ৰতিশোধ ল'ব। কিন্তু এই নিশকতীয়া মানুহটো যে কিমান অসহায়! এন্টনীৰ অন্তৰ সেমেকিল। সি বিছনাতে গড্উইনৰ কাষত বহিল।

যেনেকুৱাই হওক লাগে, এই মানুহটোৱেই তাক জন্ম দিছে। সৰু কালত খুৱাইছে পিন্ধাইছে। বেমাৰত চিকিৎসা কৰাইছে। লিখা-পঢ়াৰ বাবে মুঠিয়ে মুঠিয়ে টকা খৰচ কৰিছে। ইয়াৰ বিনিময়ত সি বাপেকক কি দিছে?

—সকলো মাক-বাপেকেই স্বাৰ্থপৰ। ল'ৰা-ছোৱালীৰ কাৰণে যি কৰে সেয়া সকলো নিজৰ স্বাৰ্থৰ কাৰণেই কৰে।—মঞ্জুৱে এনেকৈ কৈছিল। এতিয়া এন্টনীয়ে তাৰ কথাত প্ৰতিবাদ জনাইছে।

স্বাৰ্থপৰ অকৃতজ্ঞ এন্টনী। তুমি কেৱল তোমাকেহে চিনি পোৱা। সকলো কথা নিজৰ স্বাৰ্থৰ ফালৰ পৰাহে বিচাৰ কৰা।

সি আকৌ মাত দিলে—দেউতা!

গড্উইনে চকু মেলিলে। তাৰ ফালে চালে। এই দৃষ্টি আগৰ দৰে শাণত দিয়া বিধৰ নহয়। বৰ বেছি করুণ। মাৰিয়াদাচনে ব্যাকুল হৈ ক'লে—আইয়া, ছিন্না আইয়াৰ চ'ব দোষ ক্ষমা কৰক।

এন্টনীৰ মনত দুটা কথা খেলালে। কি দোষ, কিহৰ দোষ? সি মূৰ তললৈ কৰি ৰ'ল। তাৰ দৃষ্টি গড্উইনৰ ওপৰত। সেই দৃষ্টি বেদনাৰে কোমল, অসম্ভৱ কোমল। গভীৰ প্ৰতীক্ষা। তাৰ দেউতাকৰ মুখৰ পৰা যেন এষাৰ কথা ওলাওক। কিন্তু গড্উইনে একো নক'লে।

মুহূৰ্তবোৰ পাৰ হৈ গ'ল। প্ৰত্যাশাৰ পাছত গভীৰ হতাশা। গড্উইনে লাহে লাহে বেৰৰফালে মুখ ঘুৰালে। এন্টনীয়ে তাৰ দীঘল হুমুনিয়াটো লুকুৱাব নোৱাৰিলে। এইবাৰ সি নিজৰ সত্তালৈ উভতি আহিল। ইমান পৰে সি অস্বাভাৱিক ভাৱাবেগত উটি-ভাঁহি আছিল। মৰণমুখী মানুহৰ ওচৰত এনেকুৱাই হয়। সেই মানুহটো বাপেকেই হওক বা আন মানুহেই হওক।

—ব'লা। দেউতা অলপ শান্তিত থাওক। আমি বাহিৰলৈ যাওঁ, পাছত আহিম। এন্টনীৰ কথা কেইটা সহজ আৰু স্বাভাৱিক।

আবেলি পালিয়ামকোট্টাৰ পৰা ৰেভাৰেণ্ড ফাদাৰ অমলনাদন ভিক্টোৰিয়া আহিল। গড্উইনৰ গাড়ীৰেই তেওঁক অনা হ'ল। ফাদাৰৰ বয়স আশী বছৰতকৈ বেছি। চেহেৰা দেখি ইমান বয়স হৈছে বুলি ধৰিব নোৱাৰি। চুলি আৰু দাড়ি পকা। দেখিলে ঋষি যেন লাগে। চকু-মুখত সৌম্য ভাৱ। এতিয়া গড্উইনে ফাদাৰক স্বীকাৰোক্তি শুনাব, কনফেচন কৰিব। ওচৰৰ আৰু কোনো

উইল কৰাৰ কাম আৰম্ভ হৈছে। গড্উইনৰ ঘৰৰ দুৱাৰখন ভিতৰফালৰ পৰা বন্ধ। ভিতৰত আছে ফাদাৰ ভিক্টোৰিয়া, উকীল ৰামচন্দ্রন আয়াৰ আৰু তিৰুনেলভেলীৰ বৃদ্ধ ডাক্তৰ চেমুৱেল যোথা। আবেলিৰ আগতেই গড্উইনৰ পেকার্ড গাড়ীখনেৰে এওঁলোকক অনা হৈছে।

গড্উইনৰ আৰু সময় নাই। সেইবাবে আন সকলো সময়মতে আহিছে। মাৰিয়াদাচনৰ মনত ৰং। নিশ্চয় পুত্ৰৰ কথা মনত পৰাৰ কাৰণে গড্উইনে ইমান দিন সম্পত্তি উইল কৰাৰ কথা ভবা নাছিল। এতিয়া এন্টনী উপস্থিত হৈছেহি। সেয়েহে এতিয়া তেওঁ সা-সম্পত্তি প্রকৃত উত্তৰাধিকাৰীকে দিব।

এন্টনী নিমাত। সি কাৰো লগত কথা পতা নাই। কোনোবাই কিবা সুধিলে হয় বা নহয় বুলিহে কয়। তাৰ দুচকুৱে মাথোন বিচাৰিছে পিটাৰক। পিটাৰে এনে এটা সময়ত তাৰ দেউতাকক দেখা কৰিবলৈ নাহিল। তাৰ ভিতৰত বহি থাকি অসহ্য লাগিল। বাহিৰলৈ ওলাই আহিল।

এতিয়া মাদাৰ চুপিৰিয়ৰেহে গড্উইনক শুশ্রূষা কৰিছে। তেওঁৰ লগত এজনী কম বয়সীয়া চিষ্টাৰ। গড্উইনৰ ইচ্ছা—আন কোনো যেন তেওঁৰ কোঠাটোত নেথাকে।

বাহিৰৰ ঘৰটোত দুজন মানুহ সোমাল। ইমান বছৰৰ মূৰতো সিহঁতক দেখিয়েই এন্টনীয়ে চিনি পালে। তাৰ যোমায়েক দুজন। জোচেফ আৰু এলবার্ট ফার্ণাণ্ডো। জোচেফৰ চকুত চছমা। চছমাৰ তলত তেওঁৰ চকুযোৰ অস্বাভাৱিকভাৱে ডাঙৰ যেন দেখি। এলবার্টৰ মুখখন ধূর্ত শিয়ালৰ দৰে। মুখখন দীঘলীয়া, কাণ দুখন থিয়, চকুহাল চঞ্চল, মানুহটো ছটফটীয়া, বৰ কথকী। কথাত আখৈ ফুটে। জোচেফে এন্টনীক সুধিলে—তুমি কোন?

এলবার্টহে ক'লে—সেয়া আমাৰ এন্টনী। চিনিব নোৱাৰিলা? এইবাৰ এন্টনীৰ ফালে চাই ক'লে—যোৱা বছৰ দাদাৰ চকুত গ্লোকোমা হৈছিল। এৰা, তুমিনো এইবোৰ কথা কেনেকৈ জানিবা? কেতিয়া আহিলা এন্টনী? এৰা, আহি ভালেই কৰিলা। ঠিক সময়ত আহিছা। নহ'লে এই বিষয়-সম্পত্তি……

এন্টনীয়ে অস্বস্তি বোধ কৰিছে। জোচেফ মামাই তাৰ হাতত ধৰিলে আৰু

ক'লে—শুনিলোঁ মাপিল্লেই[1] উইল কৰিছে। আমাৰ পৰামৰ্শ হ'ল—তোমাৰ স্বাৰ্থত যাতে অকণো বিঘিনি নঘটে। তোমাৰ মাৰা জীয়াই থকাহেঁতেন কোনো কথাই নাছিল।

এলবাৰ্টে মাত নগালে—শুনিছোঁ বোলে মাপিল্লেই তোমাক ত্যজ্যপুত্ৰ কৰিছে!

জোচেফ মামাই এলবাৰ্টক ৰ'বলৈ কৈ নিজে ক'লে—নিজৰ সন্তান যিমানেই বেয়া নহওক লাগে, তাৰেই সকলো প্ৰাপ্য।

এলবাৰ্ট অস্থিৰ। সি ককায়েকক হাতত ধৰি ভিতৰলৈ লৈ গ'ল।

এজন এজনকৈ মানুহ গোট খালেহি। এঘণ্টাৰ ভিভৰতে ঘৰটোত বহুত মানুহ গোট খালে। সকলোৱে উইলৰ খবৰ পাই আহিছে। কিন্তু গড্উইনে ক্ষমা বিচৰাৰ সময়ত এই মানুহবোৰ ক'ত আছিল? এতিয়া সকলোকে গড্উইনৰ প্ৰয়োজন হৈ পৰিছে।

গড্উইন মৃত্যুশয্যাত। মুখত কথা নুফুটে। কিন্তু ইয়াত এতিয়া কোনে কাৰ কথা শুনে? সকলো মুখৰ।

—মই সৰু এটা চেপেলৰ পৰা আহিছোঁ। আমাৰ অলপ টকাৰ প্ৰয়োজন।

—আমি সদাব্ৰত সমিতিৰ মানুহ। আমাক যদি অলপ......

—আমি চেল্ভেচন আৰ্মি। আমাৰ প্ৰতিষ্ঠানটো দানৰ ওপৰত চলে। গড্উইন মহাশয়ে যদি এটা স্থায়ী ব্যৱস্থা কৰি......

এন্টনী পোনতে অবাক। পাছত অত্যন্ত বিৰক্ত। এই মানুহবোৰক চম্ভালিবলৈ টান হৈ পৰিছে। দুজন কৰ্মচাৰীয়েও সিহঁতক কোনো পধ্যে চম্ভালিব পৰা নাই।

—মোক তেখেতৰ লগত এবাৰ দেখা কৰিবলৈ দিয়ক। মোৰ ছোৱালীৰ বিয়া। তাইৰ বাবে......

ইয়াকে কৈ এটাই জোৰেৰে ভিতৰ সোমাব খুজিছিল। দাৰোৱানটোৱে তাক চোলাত টানি ৰখাই দিলে।

—গড্উইন মহাশয়ক মোৰ বৰ দৰ্কাৰ। ছাপান্ন হেজাৰ টকা দিব নোৱাৰা কাৰণে মোৰ মাটি-ভেটি নিলামত গৈছে। এইবুলি কৈ আন এটাই কান্দিয়েই পেলালে।

এন্টনীয়ে ইহঁতৰ কাকো চিনি নেপায়। চুচান কাৰ্দোজাক চিনি পালে। তাৰ মুৰত হাড় ওলোৱা। চকু উদাসীন। ঈশ্বৰৰ মহিমাৰ কথা ভাবি তাৰ চকু উদাসীন হোৱা নাই। সুৰাৰ কল্যাণতহে কিজানি। তাৰ মুখমণ্ডলত হাঁহিৰ প্ৰলেপ। ভণ্ডামি লুকুৱাই ৰখাৰ আবৰণ।

তাৰ চেহেৰাটোৰ বিশেষ পৰিবৰ্তন হোৱা নাই। সি মাৰিয়াদাচনক দেখি

1 মাপিল্লে—জেঁৱাই।

আগৰ দৰেই হাঁহিলে। সি মাৰিয়াদাচনক কিবা এটা ক'লে। কিন্তু মাৰিয়াদাচনে তাৰ কথাত গুৰুত্ব নিদিলে। সি আনফালেহে মুখ ঘূৰালে। এন্টনীয়ে চুচানৰ বাওঁ চেলাউৰিৰ ওপৰত কটা দাগটো লক্ষ্য কৰিলে। সেয়া বহুদিনৰ আগৰ দাগ। অৰুণাচলৰ সুন্দৰী পত্নীক কুব্যৱহাৰ কৰাৰ পৰিণামেই হ'ল সেই দাগটো। এন্টনীৰ কথাটো ভালকৈ মনত আছে।

চুচানে সকলোৰে লগত ফুচফুচীয়া কথা পাতিছে। কি কৈছে কি অভিপ্ৰায়ত কৈছে, সেয়া সিহে জানে। শেষত সি মাৰিয়াদাচনক খাতিৰ কৰি ক'লে—আইয়াক খবৰ দিয়াচোন। চুচান আহিছে বুলি ক'বা। এবাৰ যদি দেখা কৰে…

মাৰিয়াদাচনে যেন পলাব পাৰিলেহে বাচে। সি একো নকৈ ভিতৰ সোমাল। পাঁচ মিনিটৰ পাছত আকৌ ওলাই আহিল।

চুচানে ব্যগ্ৰ হৈ সুধিলে—আইয়াই কি ক'লে?

মাৰিয়াদাচনে বিতৃষ্ণাৰে চুচানলৈ চাই ক'লে—এতিয়া সময় নহ'ব বুলি ক'লে। মোৰ কফিনৰ পিছে পিছে যাবলৈ তেওঁক সাজু হ'বলৈ কোৱাগৈ বুলিহে মোক ক'লে।

চুচানে "মা মেৰী, হে ফাদাৰ" বুলি মনে মনে থাকিল। কিন্তু অলপ পৰৰ পাছতে সি চিঞৰি চিঞৰি ক'লে—কি নিদাৰুণ! কি মৰ্মান্তিক। ডাক্তৰে বিশেষ একো কৰিব নোৱাৰিলে কাৰণেই সকলোৱে তেওঁৰ আশা-ভাৰসা এৰিলে। অতি অমানুষিক কাণ্ড! দেশত কি এতিয়াও সিদ্ধ কবিৰাজ নাই? আজিৰ দিনতো সিদ্ধ কবিৰাজে মৰা মানুহ জীয়াইছে আৰু কোনোবাই যদি তেওঁক কবিৰাজক নেদেখুৱায় তেনেহলে ময়ে তাৰ ব্যৱস্থা কৰিম। মোৰ আৰু গড্‌উইনৰ ৰক্ত একে। আমাৰ সমাজো একে।……

এন্টনীয়ে শুনি গ'ল। সি ওচৰৰ এজনৰ মন্তব্য শুনিলে: ইয়াৰ মতলব বুজিছোঁ। এতিয়া ঘৰিয়ালৰ চকুত পানী! ইমানেই যদি দৰদ, ইমানদিন তেনেহলে ক'ত আছিল?

এন্টনীয়ে এনেদৰে ফুচফুচাই কথা কোৱা মানুহটোলৈ চালে। এজন সাধাৰণ মানুহ। এনেয়ে ইয়ালৈ আহিছে। একো বিচাৰি অহা নাই। মানুহজনৰ কথা কেইটা হয়তো চুচানৰ কাণতো পৰিছে। কিন্তু সি শুনিও নুশুনা ভাও জুৰিছে। এইবোৰ সাধাৰণ মানুহৰ কথা। এইবোৰ কথা শুনিলে উদ্দেশ্য সিদ্ধ নহয়।

জোচেফ আৰু এলবাৰ্ট ওলাই আহিল। চুচানে উৎসুক হৈ সিহঁতক সুধিলে—ভিতৰত কি চলিছে?

এল্‌বাৰ্টে ক'লে—দুৱাৰ বন্ধ। কোনো সোমাব নোৱাৰে।

এল্‌বাৰ্টে এনেকৈ কৈ চুচানৰ ওচৰেদি গুচি গ'ল। তেওঁ এন্টনীক মাত

দিলে। চুচানে আচৰিত হৈ ক'লে—এন্টনী? এন্টনী আকৌ ক'ৰ পৰা ওলালহি?

জোচেফ মামাই তাচ্ছিল্যৰে ক'লে—এয়া দেখোন আমাৰ এন্টনী। এন্টনী, তোমালোকৰ এতিয়া মহা বিপদ। এবাৰ মোৰ ঘৰলৈকে আহাচোন। তোমাৰ মামীয়েৰা আছে যেতিয়া অকণো কষ্ট নহ'ব।

'মা মেৰী, দয়াময় ফাদাৰ' বুলি চুচান ওলাই আহিল। এল্‌বাৰ্টে চুচানক উদ্দেশ্য কৰি ক'লে—চালা হায়না!

—ই আহিছিল কিয়? জোচেফ মামাৰ মুখখন চিৰতা চোবোৱা মুখৰ নিচিনা।—জীয়াই থকা কালত মা-পিল্লেক ই সাংঘাতিক জ্বলালে। অপমানৰ চূড়ান্ত। কান্মাৰকাৰ মহাজন সমিতিৰ প্ৰেচিডেন্ট হিচাবে......

যিটো মানুহৰ লগত চুচানে বহুত পৰ ফুচফুচীয়া কথা পাতি আছিল, সি মাত লগালে—কান্মাৰকাৰ মহাজন সমিতি? সেইটো এটা ফন্দীহে। সি তাৰ সকলো টকা আত্মসাৎ কৰিলে। সি মহা হাৰামী। তাক মোৰ চিনিবলৈ বাকী নাই।

এল্‌বাৰ্টেও চুচান সম্পৰ্কে অশ্লীল কথা কোৱাত লাগি গ'ল। এন্টনীয়ে নাক কোঁচাবলগীয়া হ'ল। সি ভাবিলে, মানুহক মানুহে ইমান বেয়াকৈয়ো ক'ব পাৰে।

—মই এন্টনীক সাক্ষী কৰিয়েই কৈছোঁ। মা-পিল্লেৰ পৰা চুচানে এক লাখ সত্তৰ হেজাৰ টকা নিছিল। তাৰ সুতেমূলে মই আদায় কৰিছে এৰিম।

—মনে মনে থাকচোন। ক'ত কাৰ......

সমগ্ৰ পৰিবেশটোৱেই অদ্ভুত। এন্টনীয়ে ভাবিছে, কি যে মানুহবোৰ! চুচান, এল্‌বাৰ্ট জোচেফ, এই সমিতিবোৰৰ প্ৰেসিডেন্ট চেক্ৰেটেৰীবোৰ। ইহঁত চব চয়তান, চব ভণ্ড। এটা মানুহে পৃথিৱীৰ পৰা বিদায় ল'ব। তেওঁৰ কথা কাৰো মুখত ওলোৱা নাই। আচৰিত কথা! ইহঁতে ভাবিছে, ইহঁত অজৰ-অমৰ; ইহঁত সদায় জীয়াই থাকিব। সেইবাবেই ইহঁতক বহুত টকা লাগে। গড্‌উইনৰ বহুত টকা আছে কাৰণে ইহঁতক এইবোৰ টকা কিয় নিদিব? খ্ৰীষ্টিয়ানিটিৰ পৰম পুণ্যকৰ্ম চেৰিটি। এটা কথাই এন্টনীৰ মনটো আৰু খেলি-মেলি লগাই পেলালে। এই দেশৰ মানুহ চোৰ নাইবা ভিখাৰী। ইহঁতৰ পৰা সাবধান! চান্তাক্ৰুজ এয়াৰপ'ৰ্টত সেই বিদেশী দুজনে কোৱা কথা কেইটাই তাক বৰ আঘাত কৰিবলৈ ধৰিলে।

ইতিমধ্যে গড্‌উইন থকা ঘৰৰ দুৱাৰখন খোল খালে। গণ্যমান্য অতিথিসকলে বিদায় ল'লে। এডভোকেট ৰামচন্দ্ৰনে এন্টনীৰ গাত ধৰি ক'লে—মই খবৰ দিলে তুমি মোক খবৰ কৰিবা দেই।

চেমুৱেল মোথাই এন্টনীক মৰমতে আকোঁৱালি ল'লে। ক'লে—অঁজলা

ল'ৰা! বাপেৰৰ ওচৰত অভিমান কিয়? সময় পালে আমাৰ ঘৰৰ ফালে এপাক মাৰিবি আকৌ।

বৃদ্ধ ফাদাৰ অমলনাদন ভিক্টোৰিয়াই এন্টনীক ভৰিৰ পৰা মূৰলৈকে তন্ন-তন্নকৈ চাই এমোকোৰা হাঁহি মুখত লৈ ক'লে—পিতৃৰ সুযোগ্য পুত্ৰ। এ গ্লোৰিয়াচ চান! তোমাৰ পৰা বিদেশৰ গল্প শুনিম দেই……

এন্টনীয়ে সকলোকে এজন-এজনকৈ বিদায় দিলে।

সেই ৰাতি এন্টনীৰ পিতৃ গড্‌উইন ফাৰ্ণাণ্ডোৱে কোনেও গম নোপোৱাকৈ নিঃশব্দে শেষ নিশ্বাস ত্যাগ কৰিলে।

# 14

বহু অনুনয়-বিনয়। তথাপি কল্যাণীৰ ওফোন্দ ভগা নাই। মাষ্টৰে চেষ্টা কৰিও নিজকে মিলাই দিব পৰা নাই। মাষ্টৰ ঘামিছে।

কিবা খেয়াল হোৱাত তেওঁ অনেক দিনৰ পাছত কল্যাণীক ধৰিছে। পোণতে টুং টাং আলাপ। তাৰ পাছত বীণাত আঘাত। কিন্তু মনোমত হোৱা নাই। কল্যাণী বৰ অভিমানী। কিন্তু মাষ্টৰে চেষ্টা এৰা নাই। সন্ধ্যা পাৰ হৈছে। এইটোৱেই কল্যাণীৰ কাৰণে আচল সময়। কল্যাণী মুখৰা হ'বই লাগিব।

তেওঁ লাহেকৈ বীণাৰ তাৰ স্পৰ্শ কৰাৰ লগে-লগেই তাৰডাল আৰ্তনাদ কৰি উঠিল। তাৰ পাছত তেওঁ দ্রুতভাৱে বজাবলৈ ধৰিলে। সুৰৰ কোনো ভুল হোৱা নাই। তথাপি কল্যাণীয়ে ৰূপ লোৱা নাই।

সেই তাহানিৰ সন্ধিয়াটোতো এনেকুৱাই হৈছিল। ছোৱালীজনীয়ে কল্যাণী ৰাগত বজাইছিল। শ্ৰোতা আছিল কেৱল ৰামন। পক্কবাদ্যম সঙ্গত কৰিছিল ৰামানুজমে। ৰামানুজমে নিজেই তেওঁক লৈ আহিছিল—চহৰলৈ অহা ভাল বীণাবাদিকাৰ ওচৰলৈ। সেই ঠাইলৈ আহিব লাগিব বুলি ৰামনে কল্পনাই কৰিব পৰা নাছিল। ঘৰটো বামুণ মানুহৰ। তাত ৰামন আৰু ৰামানুজম গালিচাৰ ওপৰত বহিছিল। নজনা ফুলৰ গোন্ধ তেওঁলোকৰ নাকত লাগিছিল।

এজনী ডৰ গাভৰু ছোৱালী ভিতৰৰ দুৱাৰেদি সোমাইছে। তাই বীণাখনৰ ওচৰত বহিছে। সুগঢ়িত নাক, পৰিপূৰ্ণ ৰসাল ওঁঠ, মৰম লগা মুখ, থুঁতৰিত এটা তিল।

—নমস্কাৰম তাম্বি……

ৰামনৰ দৃষ্টি গাভৰুৰ ওপৰত। চকুযুৰি যেন তুটি চৰাইহে। চাৱনি ভুৱন-ভুলোৱা। বামুণ নহয়; দাসীহে। দেবদাসী। এই গাভৰুৱেই বীণাবাদিকা। তেনেহলে ৰামানুজমে জানি-শুনিয়েই তেওঁক দেবদাসীৰ ঘৰলৈ আনিছে। তেওঁৰ পেটে পেটে বৰ খং উঠিছে। কিন্তু ৰামন অভদ্ৰ হ'ব নোৱাৰে। অৱশ্যে তাই নমস্কাৰ দিওঁতে তেওঁৰ হাত দুখন ওপৰলৈ উঠা নাছিল। গাভৰুৰ কথাত মধু।

—আপুনি এগৰাকী গুণী ব্যক্তি। আপোনাৰ পিতৃ যে কিমান ডাঙৰ……।

গাভৰুৰ মুখত আপ্যায়নৰ হাঁহি।—নমস্কাৰম তাম্বি……

এইবাৰ ৰামনে প্ৰতিনমস্কাৰ জনালে।

গাভৰুৱে বীণাখন হাতত তুলি লৈ ক'লে—আপোনাৰ আগত বজাইছোঁ; ভুল হ'লে মাৰ্জনা কৰিব।

গাভৰুৱে নম্ৰভাৱে বীণা বজাবলৈ আৰম্ভ কৰিলে। চকুৰ চাৱনি আগৰদৰেই মনোলোভা। হাঁহিও উজ্জ্বল।

ৰামনে গাভৰুক হেলনীয়াকৈ চাইছে। পক্কবাদ্যম ঠিক কৰাত ৰামানুজম ব্যস্ত। হাতুৰীৰ থুক থুক। হাতৰ প্ৰহাৰ। বাৰে বাৰে। শেষত ইয়াৰ সুৰ বীণাৰ লগত মিলি গৈছে। গাভৰুৱে বীণাৰ তন্ত্ৰীত হাত দি ৰামনলৈ চাইছে।

বীণাত ঝংকাৰ। আলাপ। আন্দোলন। নাই, মেজাজ অহা নাই। ভিতৰত সোমাব ক'ত? কেৱল ধ্বনি। কাণত বাজে, মনত নেবাজে। ৰামানুজমৰ খুব উৎসাহ। তালে তালে সঙ্গত কৰিছে।

—কল্যাণীক হত্যা কৰিবি?

ধমক দিয়া কথা কেইটা শুনাৰ লগে লগে বাজনা বন্ধ। সকলোৰে দুৱাৰৰ ফালে চকু। শুভ্ৰ মাৰ্বলৰ দেৱী-প্ৰতিমা। গাৰ বং বগা। বগা চুলি; তেওঁ দুৱাৰদলিত থিয় দি আছে।

গাভৰুৱে বীণাখন থৈছে। ৰামানুজমেও পক্কবাদ্যম নমাইছে। ৰামানুজমৰ বুকু গা শিঁয়ৰি উঠিছে। ৰুক্মিণী আম্মাল। প্ৰতিমাৰ চৰণত ৰামানুজমে সাষ্টাঙ্গে প্ৰণিপাত জনাইছে।

ৰুক্মিণী আম্মাল! বীণাৰুক্মিণী! এই নামটোৱেই যথেষ্ট। ৰামন থিয় হৈছে। কিন্তু তেওঁ প্ৰণাম কৰিবলৈ কুণ্ঠাবোধ কৰিছে। গতিকে তেওঁ বহিছে।

সেই কালৰ অদ্বিতীয়া বীণা-বাদিনী। ৰামনৰ গুৰু তাঞ্জাবুৰ নৰসিংহমে এওঁক সাক্ষাৎ সৰস্বতী বুলি কয়। ৰামনে যেন বগা মাৰ্বলৰ সৰস্বতীকহে দেখিছে; যেন কোনোবা নিপুণ শিল্পীৰহে কাৰুকাৰ্য। তেওঁ মন্ত্ৰমুগ্ধ হৈ চাই আছে। কিন্তু সেই চকুত দৃষ্টি নাই। সেই সময়ত ৰামনৰ চকুত ভাঁহি উঠিছে কাবেৰীৰ পাৰটো। প্ৰভাতৰ সূৰ্যৰ পোহৰ গাত সানি উৰ্বশী নদীৰপৰা উঠি আহিছে। তেওঁৰ কাণত এতিয়া বাজিছে থিৰুপ্পাভৰ পদ।

—বোপা, তুমি কোন?

—মই কোদণ্ড ৰামন। থিৰুভাইয়াৰৰ সদামঙ্গলমৰ অনন্ত কৃষ্ণনৰ পুত্ৰ।

—মই তোমাক চিনি পাওঁ। তুমি মোৰ ৰঙ্গনাথন।

ৰুক্মিণী আম্মালে হাঁহিলে। গাভৰু আৰু ৰামানুজম অবাক।

ৰামনে ভাবিছে। গুৰুৰ মুখত শুনা এই অসাধাৰণ শিল্পী গৰাকীৰ কথাই ভাবিছে। ৰুক্মিণী আম্মাল তিৰুপতিলৈ গৈছে। অতি সাধাৰণভাৱে গৈছে। এজনী ছোৱালীয়ে আলিৰ দাঁতিত বহি পাৰেমানে কান্দিছে। তাই সন্তানক

হেৰুৱাই শোক-সন্তাপ পাতলাবলৈ আহিছে তিৰুপতিৰ বালাজীক দৰ্শন কৰি দুখ পাতলাবলৈ। লগত একো সম্বল নাই। দেব-দৰ্শন অতিশয় দুৰ্লভ। ছোৱালী-জনীয়ে কান্দিছে। তিৰুপতি ৰাজাধিৰাজ। তেওঁক দৰ্শন কৰিবলৈ হ'লে বহুত পইচা দিব লাগে। ৰুক্মিণী আম্মালে সকলো শুনিছে। কৈছে—তুমি ইয়াতেই থাকা। মনে মনে তিৰুপতিক মাতা। তিৰুপতি ইয়ালৈ আহিবই লাগিব।

ৰুক্মিণী আম্মালে আলিৰ দাঁতিত ছোৱালীজনীৰ ওচৰত ৰহি গান জুৰিলে। আণ্ডালৰ ভজন গাই তিনি দিন তিনি ৰাতি কটাই দিলে। শেষত গভীৰ ৰাতি হাতত বীণা তুলি ল'লে। তেওঁ নীলাম্বৰী ৰাগত আলাপ কৰাৰ লগে লগেই বালকৰ বেশ ধৰি তিৰুপতি সমুখত হাজিৰ হ'লহি। নীলাম্বৰী ৰাগ দুপৰ নিশাৰ আত্মা। যশোদা জননীয়ে সেই ৰাগ গায়েই শিশু কৃষ্ণক শুৱাইছিল। ছোৱালীজনীয়ে তাইৰ মৃত শিশুটোক দেখি কান্দি বিয়াকুল। তাই বুজা নাই যে শিশুটি স্বয়ং তিৰুপতি। কিন্তু ৰুক্মিণী আম্মালে হ'লে পুৰা চিনি পাইছে। —হে গোপ বালক, মই তোমাক চিনি পাইছোঁ; মোৰ নয়ন সাৰ্থক হৈছে। মই পৃথিৱীৰ একোৱেই এতিয়া চাব নোখোজোঁ।......

সেইদিনাৰ পৰাই ৰুক্মিণী আম্মালৰ দুয়ো চকুত দৃষ্টি নাই। সেইদিনাৰ পৰা তেওঁ কাৰো আগত বীণা বজোৱা নাই। সেয়া প্ৰায় পোন্ধৰ বছৰৰ আগৰ কথা। এতিয়া উপকথাৰ নিচিনা।

—বোপা, তুমি সেইদিনা মোক বচাইছিলা......

গাভৰুৱে ৰুক্মিণী আম্মালক হাতত ধৰি গালিচাৰ ওপৰত বহুৱাইছে।

—তোমাক, বোপা, এতিয়া মই কি দিম?

সকলো জানি শুনিও ৰামনে ক'লে—আপোনাৰ হাতৰ বাদ্যধ্বনি শুনিম। মোৰ বহুদিনৰ হাবিয়াস।

ৰুক্মিণী আম্মালে ঈষৎ হাঁহিৰে ক'লে—ৰঙ্গনাথ, তুমি মোক পৰীক্ষাত অকৃতকাৰ্য কৰালা।

তেওঁ অসম্ভৱ গহীন হৈ পৰিল। ভালেমান পৰ মনে মনে থাকিল। কাৰো মুখত কথা নাই। শেষত ৰুক্মিণী আম্মালে কথা ক'লে।

—ঠিক আছে; তোমাৰ অনুৰোধ ৰক্ষা কৰিবই লাগিব। মোৰ বীণাখন লৈ আহাচোন।

গাভৰুৱে ভিতৰৰ পৰা বীণাখন আনিলে। ৰামনে এনেকুৱা বীণা কেৱল এজনৰ লগতহে দেখিছে। তাৰ গুৰু আৰু মহীশূৰ ৰাজসভাৰ বীণাবাদক ভাঞ্জাবুৰ নৰসিংহমৰ লগত। প্ৰকাণ্ড বীণা। অজস্ৰ তাৰ। সৰস্বতী বীণা। এনে এখন বীণাত এতিয়া ৰুক্মিণী আম্মালে পৰম যতনেৰে সুৰ বান্ধিলে। ৰামানুজমে ভয়ে ভয়ে সুধিলে—মই আপোনাৰ লগত সঙ্গত কৰিব পাৰিমনে?

ৰুক্মিণী আম্মালে লাহেকৈ হাঁহি ক'লে—পাৰিবা।

ৰুক্মিণী আম্মালে কল্যাণী বজাইছে। ৰামনৰ মুদ খোৱা চকুৰ আগত বিবিধ ছবিৰ শোভাযাত্ৰা। আকাশত কোমল অন্ধকাৰ। কল্যাণীৰ আমেজ। লাহে লাহে অজস্ৰ নক্ষত্ৰৰ জ্যোতি। সমগ্ৰ আকাশত চুনী-পান্না-হীৰাৰ পয়োভৰ। সুৰৰ ঝংকাৰত মীড়গমক। সন্ধিয়াৰ প্ৰথম প্ৰহৰ। বিশ্বপ্ৰকৃতি নিস্তব্ধ। বতাহৰ মৰ্মৰ ধ্বনি পৰ্যন্ত শুনা নেযায়। ভীষণ শান্ত; গম্ভীৰ। গভীৰতম স্তৰৰ পৰা এতিয়া এটা উদাত্ত গান। মহাবিশ্বৰ বন্দনাৰ গান।

ওপৰত আকাশ। তলত সমুদ্ৰ। সমুদ্ৰত উত্তাল তৰঙ্গ। ঢৌ উঠিছে আৰু নামিছে। বীণাৰ সুৰ-নিৰ্দেশত। এয়াতো বীণা নহয়; বিশ্ববীণাহে। ইয়াত বিশ্বৰ সুৰ বন্ধা আছে। আকাশ, বতাহ আৰু সমুদ্ৰত শান্তিবাৰি!

ৰামন নিমগ্ন। চেতনাহীন। তেওঁ সুৰসাগৰত সাঁতুৰিছে। কেৱল কাণৰ ওচৰত মিঠা গুঞ্জন। ভোমোৰাৰ গুঞ্জনৰ দৰে। এই গুঞ্জন তাৰৰ মধ্যমাৰ। এই গুঞ্জন শেষই হ'ব নোখোজে। বাজনা শেষ হৈছে। তথাপি যেন এই গুঞ্জন শেষ হোৱা নাই। ঘৰৰ বতাহত এতিয়া কল্যাণী। ফুলবোৰ নাই। তথাপি কোঠাত তাৰ সুবাসৰ আবেশ।

ঘৰৰ ভিতৰৰ ঘড়িত নটা বাজিল। ৰামানুজমে উদ্বিগ্ন হৈ ক'লে—মই এতিয়াই যাব লাগিব।

গাভৰু ব্যস্ত হৈ উঠিল। ক'লে—এপিয়লা কফি খাই যাওক।

দুয়ো ভিতৰত অদৃশ্য।

ৰামন ৰুক্মিণী আম্মালৰ চৰণতলত সাষ্টাঙ্গ।

—বোপা, তুমি আহি থাকিবাচোন। ৰুক্মিণী আম্মালৰ অনুৰোধ। হাত দুখন ৰামনৰ মূৰত। আকৌ কৈছে—তোমাৰ লগত মোৰ বহু কথা আছে। তুমি মোৰ আত্মাৰ আত্মীয়।

গাভৰু ৰামানুজমৰ লগত আকৌ উপস্থিত হ'লহি। হাতত কফিৰ পিয়লা। ৰামনে ৰামানুজমক দুৱাৰৰ ওচৰলৈকে আগুৱাই দিলে। তেওঁ বহাৰ পাছত ৰুক্মিণী আম্মালৰ অনুৰোধ শুনিলে—তুমি ডাঙৰ ওস্তাদৰ ল'ৰা। অনন্ত কৃষ্ণন বেহেলাৰ যাদুকৰ। তুমি গানৰ চৰ্চা নকৰা কিয়?

ৰামনৰ লাজুক সমিধান—অলপ অলপ। তাঞ্জাবুৰ নৰসিংহমৰ ওচৰত বীণাত দীক্ষা লৈছোঁ। সকুতে......

—তোমাৰ বাজনা শুনাবা?

ৰামনৰ বুকুৰ ভিতৰত ধপ্‌ধপনি! ৰুক্মিণী আম্মালৰ আগত বীণা বজোৱাৰ স্পৰ্ধা! অসম্ভৱ।—নোৱাৰোঁ, নোৱাৰোঁ। আপোনাক শুনাব পৰা ধৰণৰ নহয়।

ৰুক্মিণী আম্মালে আশ্বাস দি ক'লে—সঙ্গীত-সাধকে এনেকৈ ক'ব নেপায় নহয়! এনে কৰিলে আত্মবিশ্বাস কমে।

ৰামনৰ শিল্পীমনটো সচেতন হ'ল। বিনয়ৰ প্ৰয়োজন নাই বুলি ভাবিলে। যি জানো, যিমানখিনি শিকিছোঁ, সকলোখিনিয়েই উজাৰ কৰি শুনাম। এয়ে শুনাবৰ উপযুক্ত ঠাই। ইয়াত সঠিক বিচাৰ পোৱা যাব। সাধনা কিমান সফল হৈছে গম পাম।

—মোক ক্ষমা কৰিব। যি জানো তাকে বজাম।

ৰামনে গাভৰু গৰাকীৰ বীণাখন টানি আনিলে। নিজৰ মতে বীণাখন ঠিকঠাক কৰি ল'লে।

—তুমি মোক অলপ তোড়ি শুনোৱা।

ৰুক্মিণী আম্মালৰ অভিপ্ৰায় বুজা কঠিন। সন্ধ্যাৰ কল্যাণীৰ পাছত তোড়ি। সেয়া বাৰু......

—তুমি মাত্ৰ আলাপনম বজোৱা। ৰাগম, তালম, পল্লবী। ৰামানুজম নাই। পক্কবাদ্যমত তাল ৰখা মানুহ নাই।

—মই তাল ধৰোঁ। গাভৰুৱে ক'লে।

—দৰ্কাৰ নাই।

তোড়ি। উষা লাহে লাহে সলনি হৈ পুৱা হৈছে। তোড়িক ধ্যান কৰি পাবলৈ ৰামনে চেষ্টা কৰিলে আৰু পালেও। তেওঁৰ শিল্পীমনটো আগতেই জাগ্ৰত হৈছিল। শিল্পীমনে নিজেই সুৰ ধৰিলে। ৰামনে অনায়াসে বজাই গ'ল। ৰুক্মিণী আম্মাল নিস্তব্ধ। গাভৰু গৰাকীও। তানমৰ পাছত পল্লবীলৈ আহি ৰামনে বাজনা থমালে। তেওঁ এনেকৈ গুৰুৰ ওচৰতো বজোৱা নাছিল।

ৰুক্মিণী আম্মালৰ কণ্ঠত অনুৰোধ।—বোপা, মোৰ এটা অনুৰোধ......

—কি অনুৰোধ? সাধ্য অনুসৰি সেই অনুৰোধ......

—মই তোমাক কিবা এটা দিব খোঁজো। নিবা?

ৰামন অবাক। ৰুক্মিণী আম্মালে তেওঁক কি দিব খুজিছে? হীৰা, মুক্তা সোণ......

—মোৰ অলপ সম্পদ আছে। বয়স হৈছে। ভাৰতৰ পৰা বিদায় মাগিবলৈ আৰু বেছিদিন নাই। তোমাক কিছুদিন তালিম দিবলৈ বৰ ইচ্ছা হৈছে।

ৰামনে অসম্ভৱ কথা শুনিছে। তেওঁক কোনোবাই মাদ্ৰাজৰ গবৰ্ণৰ পাতিম বুলি কোৱাহেঁতেনো ইমান আচৰিত নহ'লহেঁতেন। তেওঁৰ আৰব্য উপন্যাসৰ কাহিনী শুনা যেনহে লাগিছে। তথাপি সন্মতি দিবলৈ তেওঁৰ সংকোচ হৈছে। গুৰু নৰসিংহমৰ অনুমতি প্ৰয়োজন।

—মোৰ পৰম সৌভাগ্য। ইয়াকে মই সপোনতো ভবা নাছিলোঁ। পিছে এটা কথা। মোৰ গুৰুৰ অনুমতিৰ প্ৰয়োজন!

—নিশ্চয়, নিশ্চয়। মোৰ কথা তেওঁক ক'বা। তেওঁ নিশ্চয় ৰাজি হ'ব।

—তাম্বি, কফি চেঁচা হ'ল। নতুনকৈ কফি বনাই আনাচোন।

—হয়, অলপ ভাল কফি খাব লাগে।

এনেকৈ কৈ ৰুক্মিণী আম্মাল ভিতৰলৈ গ'ল। এতিয়া তেওঁৰ পূজাৰ সময়। কফি আৰু মুৰুক্কু আনি গাভৰু ওচৰতে বহিল। চঞ্চল চকু দুটা নচুৱাই তাই ক'লে—আপুনি সঁচাকৈয়ে গুণী মানুহ। নহ'লে মাহীদেৱে আপোনাক এনেকৈ অনুৰোধ নকৰিলেহেঁতেন।

—তেখেত আপোনাৰ মাক নহয়?

—নহয়। তেখেত মোৰ মাহী। ইয়াত মন্দিৰত পূজা দিবলৈ আহি মোৰ ঘৰত উঠিছিলহি। কাইলৈ কুম্ভকোনমলৈ যাবগৈ।

—তেখেতৰ নিজৰ সন্তান-সন্ততি নাই নেকি?

—তেখেতৰ এজনী ছোৱালী। তেখেতেই তাইক বীণা শিকাইছে। বৰ ভাল বজায়। মাকৰ নাম ৰাখিব। তাইৰ নাম শুনা নাই? ৰত্নাম্মালৰ?

কফি খোৱা শেষ হ'ল। ৰামন থিয় হ'ল। তেওঁ হাত যোৰ কৰি ক'লে—নমস্কাৰম। আজিলৈ যাওঁ দেই।

—কি আচৰিত কথা কৈছে? আপুনি আজি মোৰ ৰাতিৰ অতিথি।

গাভৰুৰ ধুনীয়া চকুযুৰিয়ে নাচিছে। ওঁঠৰ দাঁতিত মিচিকনি ইঙ্গিত স্পষ্ট।

—নহয়; মই যাব লাগিব। ৰামনে ক'লে।

—কিয় এনেকৈ কৈছে? ৰামানুজম তাম্বিয়ে তাৰ ব্যৱস্থা কৰি গৈছে। আপুনি আজি মোক আপোনাক সেৱা কৰাৰ সুযোগ দিয়ক। মই আপোনাৰ চৰণৰ দাসী......।

ৰামানুজমৰ ওপৰত তেওঁৰ বিৰক্তি। 'এইবাৰলৈ মোক ক্ষমা কৰক। মই আহিলোঁ' বুলি কৈ ৰামন আলিত উঠিলহি। গাভৰু গৰাকী থিয় দি থাকিল। তাই অবাক!

পাছদিনা তেওঁৰ ৰামানুজমৰ লগত দেখা হ'ল। ক'লে—কালি তুমি মোক মই ক'ব নোৱাৰাকৈয়ে দেবদাসীৰ ঘৰলৈ লৈ গৈছিলা। তুমি বৰ বেয়া মানুহ। মই তোমাৰ মুখ নেচাওঁ।

ৰামানুজমে অকণমান হাঁহি সুধিলে—দেবদাসী বুলি জানিও ৰুক্মিণী আম্মালৰ চৰণৰ ধূলি ল'লা কিয়?

—সেইবোৰ মই নেজানো। আজিৰ পৰা মই তোমাৰ লগত ক'লৈকো নেযাওঁ।

—গৈছিলা বাবেই ৰুক্মিণী আম্মালৰ বাজনা শুনিলা। কি সুন্দৰ বাজনা। মোৰ পোনতে ভয়। তাৰ পাছত দেখিলোঁ তেখেতে নিজেই বাট দেখুৱাই মোক লৈ গৈছে। ভয় ভাগিল। বটিয়াকৈ বজালোঁ। মোৰ জীৱন সঁচাকৈয়ে ধন্য। গভীৰ ৰাতি তেখেত পূজা কৰিবলৈ বহে। পূজা হ'ল বীণাৰ আলাপৰ। সিয়ো এক অদ্ভুত বাজনা। সেইবাবেই তোমাৰ থকাৰ ব্যৱস্থা কৰি আহিলোঁ।

—বেয়া কথা। তুমি সেই ছোৱালীৰ লগত মোক ফান্দত পেলাব খুজিছা।

ৰামানুজমে ডাণ্ডৰকৈ হাঁহিলে। ক'লে—ৰাতিটো থকাহেঁতেন বেয়া নাছিল কিন্তু।

কুকুৰটোৰ বৰ কেংকেঙণি। ফাদাৰ গোমেচৰ ক'লা কুকুৰটো। তাকে শুনি ৰামন অস্থিৰ।—সুনীতি বুলি অন্ততঃ এটা কথা আছে। সভ্যতাৰ চিন হ'ল সুনীতি। সুনীতি আৰু শালীনতা। তুমি নিজকে নীতিবান বুলি ভাবা। আৰু ভাবা এজন ৰুচিবান সভ্য মানুহ বুলি। অথচ তুমি দাসীৰ ঘৰলৈ গ'লা। মাদ্ৰাজ আইন কলেজৰ ডিবেটত প্ৰমিচ্ কুইচিটিৰ বিপক্ষে তুমিয়েই বেছি গালি-গালাজ কৰিছিলা। আক্ৰমণ চলাইছিলা। দাসীৰ ছোৱালীৰ লগত পুট্টুকাট্টুদাল[1] হোৱা ল'ৰাবোৰক তুমি কুষ্ঠৰোগীৰ লগত তুলনা কৰিছিলা। ছিঃ, ছিঃ, আচলতে তুমি এটা ভণ্ড।

—মইতো জানি শুনি যোৱা নাছিলোঁ। ৰামানুজমে মোক……

—ৰামানুজমক তুমি ভালকৈ চিনি পোৱা। সি চৰিত্ৰহীন। তুমি তাৰ লগত গৈছিলা কিয়?

—ৰামানুজমে গান-বাজনা জানে। ৰুক্মিণী আম্মালৰ লগত বজোৱা মানুহটো এলাপেচা বিধৰ মানুহ নহয়। তাক……

—যেয়ে হওক, ৰুক্মিণী আম্মালো দাসী। দেবদাসী। তেওঁৰ সম্প্ৰদায়ৰ ছোৱালীবোৰে কুম্ভকোনামৰ কাইকাট্টিমাৰং থেরু[2]-ত দেহ বিক্ৰী কৰে। তেবৰাড়িয়া। সহজে ক'বলৈ গ'লে বেশ্যা। ডাইনীৰ জাত। মায়াৰে ভুলায়।

মাকে কৈছিল—নাচ-গান সৰ্বনশীয়া নিচা। ইয়াৰ পৰা তোৰ বাপেৰক বচা।

ৰামনৰ চকুৰ আগত মাকৰ দুটা বিষভৰা চকু ভাঁহি উঠিল।

কিন্তু ৰুক্মিণী আম্মাল প্ৰকৃত শিল্পী। স্বয়ং দেবী সাৰদা। গুৰু নৰসিংহমে কয়। ৰুক্মিণী আম্মালৰ ওচৰলৈ মই যাবই লাগিব। মই কথা দিছোঁ। গুৰুৰো অনুমতি লৈছোঁ। গুৰুৱে আশীৰ্বাদ দি কৈছে—তুমি ভাগ্যবান।

ফাদাৰ গোমেচৰ ক'লা কুকুৰটোৰ ভুক-ভুকনি কমোৱা সহজ নহয়। নাচ আৰু গান। কথা একেই। দুয়োটাই দেবদাসীৰ একচেটিয়া বস্তু। বংশ-পৰম্পৰাত নাচ-গানৰ বীজ আছে। দেবদাসীহঁতৰ নাচ দেখিছা? কনকাম্মালৰ নাচ। মন্দিৰৰ গাত নৃত্যৰতা নাৰীৰ মূৰ্তি। মোহিনী মূৰ্তি। সিহঁতৰ লগত

1 পুট্টুকাট্টুদাল—একৰকম বিয়া।
2 থেরু—কুম্ভকোনামৰ হাড়কাটা বা সোণাগাছি অৰ্থাৎ বেশ্যালয়ৰ ঠাই।

পুৰুষ। নানা অংগ-ভঙ্গীত। তাৰ ভিতৰতে কিছুমান……ছিঃ, ছিঃ—অশ্লীল, অশ্লীল! জঘন্য অশ্লীল।

বিলাতী মহিলা মিছ টেনাট মাদ্রাজলৈ আহিছে। তেওঁৰ বক্তৃতা। মিছ টেনাট ছচিয়েল ৰিফৰ্মাৰ। তেওঁৰ মতে ভাৰতীয় সমাজ অধঃপাতে গৈছে। এনে এখন সমাজক পতনমুক্ত কৰিবৰ বাবে ইংৰাজী শিক্ষা আৰু নীতিশিক্ষাৰ নিতান্ত প্ৰয়োজন হৈ পৰিছে। লগে লগে নাচ-গান অন্তৰ্ধান হোৱাৰো প্ৰয়োজন। মৰেল ডিগ্ৰেডেছনৰ মূল কাৰণ হ'ল নাচ-গান।

ৰামন এই বক্তৃতাত মুগ্ধ।

নহয়, এইবোৰ বৰ গোলমলীয়া কথা। এইবোৰৰ ভিতৰত নোসোমোৱাই ভাল। নাচ-গান-বাজনাক নেওচা দিয়াই ভাল। পৰম পৱিত্ৰ জীৱন। শুদ্ধ জীৱন। কাল্‌চাৰ্ড লাইফ্‌ অব এ খ্ৰীষ্টিয়ান জেণ্টেলমেন……

পেণ্ডুলামৰ দোলনটো ঘূৰি যায়। তেতিয়া অন্য কথা। সৰু কালৰ পৰা বীণা বজাইছোঁ। নিয়মিতভাৱে ইয়াৰ সাধনা কৰিছোঁ। মনত অনায়াসে ৰাগ-ৰাগিণীবোৰে অহা-যোৱা কৰি আছে। সেইবোৰৰ সংস্পৰ্শত মনত অনাবিল আনন্দ। এই আনন্দ আন ক'ত পোৱা যাব? সঙ্গীততকৈ ডাঙৰ আনন্দ আন ক'তো থাকিব নোৱাৰে।

অকস্মাৎ কাবেৰীৰ পাৰটো তাৰ চকুৰ আগত ভাঁহি উঠিল। মাৰ্গাড়ী মাহৰ পুৱা। আণ্ডালৰ থিৰুপ্পাওয়ৰ পদ। ফাদাৰ গোমেচৰ কুকুৰটোৱে ভুকা নাই। মিছ টেনাটৰ বক্তৃতাও উৰি গ'ল।

মাদ্ৰাজৰ পৰা চিধা কুম্ভকোনাম। ৰামন চলন্ত ট্ৰেনত। এবাৰ ঘৰলৈ যাবৰ ইচ্ছা। কিন্তু নগ'ল। মাকে তাৰ সংকল্প দুৰ্বল কৰিব পাৰে। বাপেকে শুনিলে ভালেই পাব। বুকুত সুমুৱাই লৈ আদৰ কৰিব। কনকাম্মাল……। বহুদিন ধৰি কণকম্মাক দেখা নাই। মোক ব'ৰ ভাল পাইছিল। কণকমাই বাৰু এতিয়াও আগৰ দৰে নাচে নে?

এই ফালেতো ঘোৰ নাচবিৰোধী আন্দোলন। ইংৰাজৰ ধেমাধৰাবোৰে চিঞৰিছে—এন্টিডেন্স মুভমেন্টত যোগ দিয়ক। মিছ টেনাটে সমগ্ৰ দক্ষিণভাৰতত বক্তৃতা দি ফুৰিছে। দেৱদাসীৰ নাচ সমাজৰ ভালুগাৰিটি। ভাৰতৰ হিন্দুসকল, অন্ধকাৰৰ পৰা পোহৰলৈ আহা। ইংৰাজী শিকা। অশ্লীল নাচ-গান ত্যাগ কৰা। ইংলিছ জেণ্টেলমেনৰ আচাৰ-আচৰণবিধি আয়ত্ত কৰা। খ্ৰীষ্টত শৰণ ল'লে আৰু ভাল কথা হ'ব। স্বৰ্গীয় পিতাই তোমাৰ মনত শক্তি দিব। কুচিন্তা দূৰ কৰিব। বৃটিছ এটা ভদ্ৰ জাতি। তোমালোক ভদ্ৰ হ'লে তেওঁলোকৰ পৰা সমাদৰ পাবা আৰু ভাল ভাল চাকৰিও পাবা। ইয়াকে কৰি সমাজত প্ৰতিপত্তি লাভ কৰি শান্তশিষ্টৰ জীৱন যাপন কৰা। সুখ-স্বচ্ছন্দে খাই-বৈ বংশবৃদ্ধি কৰি যোৱা।

এয়া ফাদাৰ গোমেচে কৈ থকা কথাবোৰৰ নিচিনাই। ৰামানুজমৰ মতে ইংৰাজ চৰকাৰে মিছ টেনাটক হেনো ভাড়া কৰি আনিছে। এইখন দেশৰ ভাল বস্তুবোৰ নাইকিয়া নকৰে মানে বৃটেনৰ শান্তি নাই।

দিনটো গোকুলাষ্টমী। ট্ৰেনত খুব ভিৰ। ৰামনৰ গোটেই ৰাতি টোপনি নাই। তাৰ মূৰটো গধুৰ গধুৰ লাগিছে।

কুম্ভকোনামত নামিয়েই চিধা রুক্মিণী আম্মালৰ ঘৰ।

পুৱা কাউৰীৰ ৰাও। ইতিমধ্যে ৰাস্তাত মানুহ দেখা গৈছেই। ৰামানুজমৰ ঘৰ কিজানি ওচৰতে। সি দেখিলে বৰ লাজৰ কথা হ'ব।

—অ' আপুনি! তম্বি—

দুৱাৰত সামান্য টোকৰ এটা দিওঁতেই দুৱাৰ খোল খালে। ওচৰত সেইজনী গাভৰু! সেই কাবেৰীৰ পাৰৰ অপৰূপা। সেই দৃশ্য মনৰ পৰা মোচ খাব নোৱাৰে। খোলা বুকু আৰু পিঠি। তিতা কাপৰে ঢকা উৰ্বশী। এইমাত্ৰ যেন নদীৰ পৰা উঠিছে।

তাইৰ চকু জল-টলমল। ৰসাল ওঁঠ। সুন্দৰ মুখাবয়ব। এইখন মুখ তাৰ বৰ চিনাকি। যোৱা বছৰ এইখন মুখ সি হেজাৰ বাৰ দেখিছে। তাইৰ লগত দুই-এষাৰ কথাও পাতিছে।

—তুমি দেবদাসী হ'লা কিয়?

—আৰু কি হ'ব লাগে?

—বামুণ।

—মই যদি শৈব আয়াৰৰ ছোৱালী হ'লোহেঁতেন......

—তুমি আয়াঙ্গাৰ নহ'লা কিয়?

—তাতেইতো শেষ নহয়। তিঙ্গেলৈ বড়গলৈ। তোমালোকৰ আৰু ক'ত কি আছে তাৰ......

—ঠিক আছে। তুমি এনেকৈয়ে থাকা। দেবদাসী হৈয়ে থাকা।

—মই পুৰুষৰ সেৱাৰ কাৰণেই জন্মলাভ কৰিছোঁ।

—তেনেহলে এইটো বয়সতে পুট্টুকাট্টুদাল হোৱা নাই কিয়?

—তেনে এজন পুৰুষ আজিলৈকে পোৱা নাই।

বত্নাম্মাল। রুক্মিণী-আম্মালৰ কন্যা। ৰামনে তাইৰ চকুলৈ চিধা চাব পৰা নাই। তাৰ লাজ লাগিছে। কথা কওঁতেও লাজ লাজ ভাৱ।—রুক্মিণী আম্মালক কোৱা হওক যে সদামঙ্গলৰ অনন্ত কৃষ্ণান মহাশয়ৰ পুত্ৰ কোদণ্ডৰামন ...

—অ', আপুনিয়েই। তাম্বি, ভিতৰলৈ আহক, বহক। আপুনি নিশ্চয় পুৱাৰ ট্ৰেনত আহিল। মাদ্ৰাজৰ পৰা নিশ্চয়।

—এৰা, রুক্মিণী আম্মাল......

—মা মন্দিৰলৈ গৈছে। আজি গোকুলাষ্টমী। অলপ পলম হ'ব। আপুনি বহক। অলপ জিৰণি লওক। ৰাতি নিশ্চয় আপোনাৰ টোপনি অহা নাছিল। চকুৰে মুখে পানী চটিয়াওক……

তাই যেন বহুত বছৰৰ চিনাকি। আৰু যেন তাইৰ নিতান্ত আপোনজনৰ লগত বহুত দিনৰ মূৰত দেখা হৈছে।

ঘৰত দ্বিতীয় প্ৰাণীৰ সঁহাৰি নাই। কিন্তু একো অসুবিধা হোৱা নাই। ছোৱালীজনীৰ ব্যৱহাৰত অকণো সংকোচ ভাব নাই। তাই লাজুকী হোৱাৰ প্ৰশ্নই নুঠে। দাসীবোৰ এনেকুৱাই হয়নে কি? ৰামনে মনে মনে ভাবিছে। তাৰ কণকাম্মালৈ মনত পৰিছে।

তাই তাৰ ওচৰত পানীৰ পাত্ৰ এটা থ'লেহি। ওচৰত এখন গামোচাও। আপুনি মুখ-হাত ধোৱক। মই এপিয়লা কফি আনো। ট্ৰেনত টোপনি যোৱা নাছিল বাবে কফি খাই চকিতে শোয়ক। মই চ'ব যা-জোগাৰ কৰি দিওঁ।

ছোৱালীজনীয়ে হাঁহিলে। হাঁহিটো বৰ মিঠা। বৰ সহজ। মন চুই যোৱা হাঁহি। ৰামন যেন ঘৰৰ ল'ৰাহে। নহ'লে পৰ পুৰুষৰ আগত এনেকৈ জানো সহজ হাঁহি ওঁঠত লৈ কথা পাতিব পাৰে?

বাধ্য ল'ৰাৰ দৰে ৰামনে হাত-মুখ ধুইছে। ছোৱালীজনী ভিতৰত। কফিৰ গুটি ভজাৰ সুগন্ধ পোৱা গৈছে। ঘৰ্-ঘৰ্, ঘৰ্-ঘৰ্ কফিৰ গুটি গুড়ি কৰাৰ শব্দ। ছোৱালীজনীয়ে টাটকা কফি বনাইছে। এনে কফি ৰামনৰ এটা বিলাস। তাৰ মন কফিৰ সুগন্ধৰে ভৰা। তাৰ ৰাতিৰ ক্লান্তি অৰ্দ্ধেক নাইকিয়া হৈছে।

ডাঙৰ পাত্ৰত ধোঁৱাই থকা কফি। লগত কেইখনমান মুৰুক্কুৰ চাকতি। ৰত্নাই দুই হাতেদি কঢ়িয়াই আনি তাৰ ওচৰত থৈ ক'লে—কফি খাওক। ৰাতিৰ ক্লান্তি দূৰ হ'ব।

নাৰীয়ে আপোনজনক কিজানি এনেকৈয়ে আদৰ কৰি খুৱায়। কিন্তু এনে শুশ্ৰূষা মই জীৱনত পোৱা নাই। যাকে কয়, দেৱদাসীবোৰ মায়াবিনী। কিন্তু মাই জানো এদিনো মোক এনেকৈ আদৰ কৰি খুৱাব পাৰিছে? মোৰ হ'লে মনত নপৰে। তাহানি নিচেই সৰু থাকোতেহে কনকম্মাৰ পৰা মৰম পাইছিলোঁ। তেনেহলে ডেকা মানুহকো এনেদৰে আদৰ কৰে! ৰামন অবাক।

মনত এটা মিঠা অনুভূতি। ভাল লগাৰ অনুভূতি। এই অনুভূতি গভীৰ। দেউতাৰ জৰ্দাৰ টেমাৰ সুগন্ধ, ফুলৰ সুগন্ধ, আৰু বহুত।

ৰত্নাই চকিৰ ওপৰত বগা চাদৰ এখন পাৰি দিছে।—আপুনি ইয়াতে জিৰণি লওক, তাম্বি। মই গা ধুই আহোঁ।

ওচৰতেই স্নানাগাৰ। তাইৰ গা ধোওঁতে প্ৰায় এঘন্টামান সময় লাগিল। তাই আহি দেখিলে যে ৰামনে চাদৰৰ ওপৰত বঢ়িয়াকৈ শুই আছে। তাৰ

গভীৰ টোপনি। তাই এটা সৰু গাৰু আনি সাবধানে তাৰ মূৰৰ তলত ৰাখিলে। ৰামনৰ টোপনি নেভাগিল।

দুপৰীয়াহে তাৰ টোপনি ভাগিল। সি দেখিলে যে ৰুক্মিণী আম্মাল গুচৰতে বহি আছে।

—বোপা, আজিৰ দিনটো শুভ। আজিয়েই তুমি শিকা আৰম্ভ কৰা। এই সন্ধিয়া……

—তাৰ আগতে আপোনাক গুৰুবৰণ কৰিম। আপোনাক বাৰু কি দিম?

—মোক তুমি জীৱন দিছা—আৰু……

—এনেকৈ নক'ব। গুৰুবৰণ কৰিবলৈ হ'লে গুৰুদক্ষিণা দিবই লাগিব।

—বাৰু, ঠিকেই কৈছে। কিন্তু মোৰ এটা কথা ৰাখিবা?

এতিয়া ৰামনৰ চকু পাষাণ প্ৰতিমাৰ চকুৰ ওপৰত। মনৰ ভাব তেওঁৰ চকুত ধৰা পৰা নাই।

অলপ পৰ কাৰো মুখত কথা নাই।

—তুমি ৰত্নাৰ দায়িত্ব ল'বা?

ৰামনৰ ভৰিৰ তলৰ মাটি কঁপিছে। মূৰ ঘূৰাইছে। দাসী ৰক্ষিতা……

—তায়ে মোৰ একমাত্ৰ সন্তান। এইৰ বাপেকক তামিলনাদৰ সকলোৱেই জানে। ৰুক্মিণী আম্মালে যিটো নাম উচ্চাৰণ কৰিলে সেইটো নাম তাৰ অতি পৰিচিত। ভদ্ৰলোক মাদ্ৰাজ প্ৰেছিডেন্সিৰ ডিষ্ট্ৰিক্ট এণ্ড ছেচন্স জাজ। মাদুৰাৰ আয়াৰ। অভিজাত বংশৰ লোক। কলাৰসিক। সঙ্গীতবিদ্বান বুলি যথেষ্ট খ্যাতি আছে। কেইমাহমান আগতে তেওঁৰ এটা দুৰ্ঘটনাত মৃত্যু হোৱাত চাৰিওফালে হৈ-চৈ লাগিছিল।

—মই ৰত্নাক নিজ হাতে বীণা শিখাইছোঁ। তাইৰ বাপেকে তাইক লিখা-পঢ়া শিকালে। তামিল, ইংৰাজী—মস্কিল এইখিনিতেই। সেয়েহে তাইৰ বাবে উপযুক্ত পাত্ৰ পোৱা নাই। পুটু্কাটু্দাল হোৱা নাই। অৱশ্যে বাপেক জীয়াই থকাহেঁতেন একো চিন্তাৰ কথা নাছিল। এতিয়া তাইকে লৈ মোৰ যতমানে দুশ্চিন্তা। আমাৰ সম্প্ৰদায়ত ছোৱালীৰ কোনোবাই দায়িত্ব নল'লে বিপদ বহুত। অনেক বেয়া মানুহৰ উৎপাত। তুমি এইৰ দায়িত্ব ল'বা?

ৰামন নিমাত। ৰুক্মিণী আম্মালে বহু যত্ন কৰি বীণাখন বান্ধিছিল। অলপ জোৰ পৰাত যেন এটা শব্দ হ'ল। তাৰ ছিগিল। ৰুক্মিণী আম্মালৰ মনত এতিয়া তাৰ ছিগাৰ যন্ত্ৰণা।

ৰামনৰ মুখত কথা নাই। কিন্তু তাৰ মনৰ ভিতৰত দ্বন্দ্ব। তাৰ অলপ সন্দেহ হৈছে। এয়া ৰামানুজমৰ ফন্দি নেকি? নাইবা ৰুক্মিণী আম্মালৰ? মাৰ কথাই ঠিক। ইহঁত সঁচাকৈয়ে মায়াবিনী। ডাইনীৰ জাত।

অৱশেষত ৰামনে লাহে লাহে ক'লে—দেউতাৰ সন্মতিৰ প্ৰয়োজন।

এতিয়া ছিগা তাৰ যোৰা লগোৱাৰ চেষ্টা। ৰুক্মিণী আম্মালে হাঁহিলে। দুখৰ হাঁহি।

—নিশ্চয়। তেখেতক মোৰ প্ৰণাম জনাই মোৰ কথা......

—তেনেহলে আজি শিকা নহ'ব। মই ঘৰলৈ যাওঁ......

—ঠিক আছে।

ৰামন যাবলৈ উদ্যত হ'ল। তাকে দেখি ৰত্নাই উদ্বিগ্ন হৈ ক'লে—উঠিলেই নে? আপুনি দুপৰীয়াৰ আহাৰ খোৱাই নাই দেখোন। তাম্বি, মোক মাত্ৰ পাঁচ মিনিট সময় দিয়ক। মই এতিয়াই খোৱাৰ ব্যৱস্থা কৰোঁ।

ৰত্নাৰ অনুৰোধত আকুলতা।

—নেলাগে। ইমান ল'ৰালৰিকৈ খোৱাৰ ব্যৱস্থা কৰিব নেলাগে।

দাসীৰ ঘৰত খাবলৈ ৰামনৰ আপত্তি আছে নেকি? মাক-জীয়েক দুয়ো নিমাত। তেওঁলোকে ৰামানুজমৰ মুখত এনে এটা কথাই শুনিছিল। ৰামন ইতিমধ্যে ভালেখিনি আগুৱাই আহিল। পিছে পিছে ৰত্না। ৰুক্মিণী আম্মাল শিলৰ প্ৰতিমা।

—আকৌ আহিব, তাম্বি। অতিথি নোখোৱাকৈ গ'লে মানুহঘৰৰ অমঙ্গল হয়। অপৰাধ মাৰ্জনা কৰিব। সেয়াত ত্ৰুটি যদি থাকে ......। মই আপোনালৈ বাট চাই থাকিম।

ৰামনে উভতি নেচালে। দুৱাৰদলিত থিয় দি আছে শান্তনুৰ গঙ্গা। চুলি আউল-বাউল। তেনেকৈয়ো তাই অপৰূপা। তাইৰ দুচকুৰ পৰা পানী বাগৰি আহি গাল দুখন তিয়াই দিছে।

ৰামনে কাকো নোচোৱাকৈ আলিত খোজ দিলেগৈ।

ৰুক্মিণী আম্মালক ৰামনে আৰু দেখা নাই। কল্যাণীৰ তালিমো লোৱা নহ'ল। সেই দিনাৰ পৰা মাষ্টৰৰ বীণাত কল্যাণী তেনেকৈ আশা কৰা মতে বজা নাই।

নেনামিৰি। খুব দ ঠাই। ইয়াত আমাক নেনামিবলৈ দেউতাই মানা কৰি থৈছে। আমি কোনো ইয়ালৈ সাঁতোৰ শিকিবলৈ নাহোঁ।

পিটাৰে এন্টনীক গাত ধৰি টানিছে।

—মই পানীত মাক বিচাৰিম।

—তই এটা পাগল। পানীৰ তলত থাকে—হাঙৰ, সাপ আদি। আচলতে সেইবোৰ ভূত-প্ৰেত নাইবা জিন-পৰী। এইবোৰ বেয়া আত্মা। তোৰ মাৰ হ'ল এঞ্জেল, দেবদূতৰ আত্মা। তেওঁ নিশ্চয় স্বৰ্গলৈ গৈছে। আকাশত......

এন্টনীয়ে কান্দি বিয়াকুল হৈ সুধিলে—তেনেহলে মাক আৰু দেখা নেপাম?

ঘৰত সি নেকান্দেই। এতিয়া লুকাই ৰখা কান্দোনটো ওলাই পৰিছে। পিটাৰে মনে মনে থিয় দি থাকি এন্টনীৰ কান্দোন শুনিছে। বহুত পৰ কান্দি সি নিঃশব্দে ৰৈছে। পিটাৰে কৈছে—বুইছ, এন্টনী, মোৰোতো মা নাই। সকলোৰে মাক থাকে বুলি ধৰি লৈছ কিয়? এয়া......

দিনটো চমু চাপি আহিছে। সাগৰত ৰঙা বেলিটো অস্ত যাব খুজিছে।

এন্টনী ঘৰ এৰি বাট। মানুহটোৱে ভেষ্ট আৰু চাৰ্ট পিন্ধিছে। ভৰিত চেণ্ডেল। খাঁটি তামিল ভদ্ৰলোক। বাওঁফালে তুত্তুকুড়িৰ বন্দৰ। বাটটো তাৰ দাঁতিয়েদি গৈছে। উত্তৰ-দক্ষিণেদি। দক্ষিণতে লোণৰ অফিচটো। চহৰ এৰাৰ পাছতেই এই অফিচ পোৱা যায়। এইফালে শূন্য ঠাই নাই। অনেক ঘৰ আছে। লোণৰ অফিচটো নতুন। ইয়াত মানুহৰ ভিৰ। সকলোৱে সাগৰলৈ চাই আছে।

সমুদ্ৰৰ উচ্ছল বুকুৰ ৰং গাঢ় নীলা। তাৰ ওপৰত প্ৰখৰ ৰ'দ পৰিছে। পাৰৰ ওচৰৰ জলৰাশি ঘোলা। বতাহত পানী চঞ্চল। ইফালে-সিফালে অজস্ৰ ঢৌ আৰু বগা বগা ফেন। তাৰ ওপৰত ভালেমান নাও। নাওবোৰ দূৰৈতো আছে, পাৰৰ ওচৰতো আছে। সোঁফালেও আছে, বাওঁফালেও আছে। নাওবোৰ পালতৰা। নাওবোৰক পাখি মেলা চী-গাল যেন লাগিছে।

এন্টনীয়ে লক্ষ্য কৰিছে যে নাওবোৰ তীব্ৰবেগে পাৰৰফালে আহিছে। ওচৰৰ নাওবোৰ বেছি ডাঙৰ। তাৰ তুলনাত দূৰৈৰ নাওবোৰ সৰু সৰু। তাত ৰ'দ পৰিছে আৰু পানীৰ টোপালবোৰ ৰ'দত জিলিকিছে।

নাওবোৰ 'ৰেচ'ৰ ঘোড়াৰ দৰে চলিছে আৰু আগতে কোনখন নাও পাৰ পায়হি তাৰে প্ৰতিযোগিতা চলিছে। তাকে চাই এন্টনীয়ে ফুৰ্তি পাইছে। হঠাৎ এখন নাও আনবোৰক চেৰ পেলাই পাৰ পাইছেহি। নাৱৰ ওপৰত এটা মানুহ থিয় দি আছে। জৰি টানি পালৰ কায়দা দেখুৱাইছে। সাগৰৰ পানীত চাৰ্কাচ। পালখন ফুলি উঠিছে। পালত প্ৰচণ্ড বতাহ পৰিছে। কিন্তু বতাহে পালখনক একো কৰিব পৰা নাই। বৰ পাকৈত লোক। এন্টনীৰ চাই চাই

বৰ ভাল লাগিছে; মাজে মাজে সি উত্তেজিত হৈ পৰিছে। সি সকলো পাহৰি গৈছে।

—আইয়া মানাকম[1]! মাতটো শুনিহে এণ্টনী বাস্তৱৰ পৃথিৱীখনলৈ ঘূৰি আহিল।

ঘূৰি চাই এটা মানুহ দেখিলে। চেহেৰাটো অদ্ভুত। মুখখন ধোঁৱাৰ দৰে। সোঁফালৰ গালখন ফুলি থকা ধৰণৰ। সি ঘনাই ঘনাই সশব্দে পাণৰ পিক পেলাইছে। তাৰ ওপৰ পাৰি দাঁতবোৰ দীঘল দীঘল। পাণে দাঁতবোৰৰ ৰং উৰহৰ দৰে কৰিছে। সি ভেষ্টটো খুলিছে। এতিয়া তাৰ খালি গাটো দেখা গৈছে। বাওঁ কান্ধত তাৰ মৱলা চাৰ্টটো। সোঁ কান্ধত এটা টোপোলা। সি আকৌ এবাৰ পিক পেলাই লৈছে।

—আইয়া মানাকম, আপুনি ইয়াত?

এণ্টনীয়ে তাক চিনি নেপায়। সি ক'লে—আপোনাক মই ঠিক ধৰিব পৰা নাই।

—মোক আপুনি এনেকৈ আপুনি বুলি ক'ব নেলাগে। মই আপোনালোকৰ ভৃত্য। জোৱাকিম মাচাদো। ইয়াৰ মাছৰ বজাৰত নীলাম ডাকোঁ। মানুহটোৱে চেলেউত দীঘল হোপা এটা মাৰি মুখৰ পৰা বহুত ধোঁৱা বাহিৰ কৰিলে। সি আকৌ ক'লে—আপোনাক হ'লে মই ভালকৈ চিনি পাইছোঁ। সিদিনা গড্উইন দেউতাৰ কবৰৰ সময়ত আপোনাক.....। আপুনি ইমান বিদ্বান লোক! বিলাতত থাকে। কেৱল তুত্তুকুড়িতে নহয়, গোটেই দেশতে আপুনি জনাজাত।

এণ্টনীয়ে পুৰাকৈ শুনা নাই। বাহিৰৰ কাণ্ড-কাৰখানাহে দেখি সি মুগ্ধ হৈছে। তাৰ চকুত নাৱৰ চাৰ্কাচ। চাৰ্কাচৰ ৰিং-মাষ্টাৰৰ চেহেৰাটোৱে এতিয়া পৰিষ্কাৰভাৱে তাৰ চকুত দেখা দিছে।

—আইয়া, মই সদায় ভাবোঁ আপোনাক প্ৰণাম জনাই আহিবলৈ। ওচৰৰ মানুহটোৰ এনেকৈ বকবকনি চলি আছে।—কিন্তু আইয়া, উত্তৰ-দক্ষিণৰ দুখন ডাঙৰ ডাঙৰ বজাৰ চম্ভালোতেই আপোনাৰ তালৈ যাবলৈ সময় উলিয়াব নোৱাৰোঁ। কিন্তু এবাৰ আপোনাৰ তালৈ যামেই।

নাওখন এতিয়া পাৰ পাওঁ পাওঁ হৈছে। ৰিং-মাষ্টাৰ এতিয়াও থিয় হৈয়ে আছে। গাৰ ৰং মিহি ক'লা। হৃষ্টপুষ্ট ডেকা। হাতৰ আৰু বুকুৰ পেশী কেইটা পালখনৰ দৰে ফুলি উঠিছে। বতাহ আৰু ঢৌৰ লগত সি যুঁজ দিছে। বিৰাট মানুহটো বেচ ওখ। ডাঙৰ মূৰটোত বহুত চুলি। সাধাৰণ লেংটিৰ কাপোৰ এডোখৰহে সি পিন্ধিছে। সি যেন ক'লা কষ্টি পাথৰেৰে গঢ়া সমুদ্ৰ

1 মানাকম—অভিবাদনৰ ভাষা

দেৱতা নেপচুনহে। তাৰ গাৰ পৰা ঘাম আৰু সাগৰৰ লুনীয়া পানী টোপে টোপে পৰিছে। ৰচিডাল এৰি সি এবুকু পানীত জাপ মাৰি নামিছে।

এণ্টনী মুগ্ধ। এনে এটা অপূৰ্ব মূৰ্তি চাই চাই হেঁপাহ নপলায়। মাইকেল এঞ্জোলোৱেহে বটালীৰে এনে মূৰ্তি গঢ়িব পাৰে।

নাৱত আন পাঁচটা ডেকা জাল গোটোৱাত ব্যস্ত। ৰিং-মাষ্টাৰে নাৱৰ গুৰিত ধৰি পাৰৰ ফালে টানি আনিছে। 'ৰেচ'ৰ ঘোঁৰাৰ 'ৰেচ' শেষ হৈছে। এতিয়া চহিচে ঘোঁৰাক নাকত ধৰি ঘোঁৰাশাললৈ আনিছে। আন পাঁচটাই জপং জপংকৈ পানীত নামিছে। নাওখন টানি বালিলৈকে আনিছে। জোৱাকিম সেইফালে দৌৰি গৈছে। ওচৰ পায়েই চেলাউৰি কোঁচ খুৱাই ওঁঠ বেকা কৰি সি কৈছে—অ', তুমি। তোমাৰ নাম কি······

সিফালৰ পৰা উত্তৰ নাই। জোৱাকিমৰ মেজাজ আগৰ দৰেই। ইফালে সিফালে কৰ্তৃত্বৰ ভাব লৈ চাই সি কৈছে—কি মাছ পালা? সি নাৱৰ ভিতৰখন চাইছে। কোনেও মাত মতা নাই। এতিয়া নাৱৰ মানুহবোৰৰ বহুত কাম। জাল গোটোৱা। তাৰ পাছত মাছবোৰ বাছি বাছি সজোৱা।

—বাঃ, কি চমৎকাৰ মাছ! বঢ়িয়া বঢ়িয়া বুজন মাছ! ৰ'দে মাছবোৰ সোণালী কৰিছে। যেন একো চপৰা সোণহে। কিং মিডাচৰ সোণৰ কক্ষৰ দৰেই নাৱৰ ভিতৰখন। নাৱৰ চৌপাশে মানুহৰ ভিৰ। কি কিনিব, কি নিকিনিব সেইবোৰ চিন্তা কোনেও কৰা নাই। সকলো মাছ চোৱাতে ব্যস্ত। এণ্টনীয়ে মাছৰ ফালেই নিস্পলক দৃষ্টিৰে চাই আছে। ইমানবোৰ জীয়া মাছ সি জীৱনত দেখা নাছিল। বিলিংচগেটৰ কথা সি শুনিছে। কোনো দিন তালৈ যোৱা নাই। এতিয়াহে এণ্টনীৰ ভাব হৈছে যে সিও এটা মাছমৰীয়া।

থাক-থাককৈ থোৱা মাছৰ চাৰিওফালে জোৱাকিম মেকুৰীৰ দৰে ঘূৰি ফুৰিছে। নাৱৰ মালিকে পিছে তাক লক্ষ্যই কৰা নাই। মানুহটোৰ অসম্ভৱ দেমাক।

আৰু চাৰি-পাঁচখন নাও পাৰত লাগিছেহি। সিহঁতৰ ফালে চাবলৈ জোৱাকিমৰ কিহৰ গৰজ পৰিছে?

জোৱাকিমে হঠাৎ চিঞৰিলে—হেৰা পেৰিয়া মুদলালি[1], হেৰা মান্যবৰ মুদলালি, কি নামহে তোমাৰ? নিলামৰ আগততো নামটো লিখিব লাগিব।

অলপ পৰ ৰৈ আকৌ সি কিবা কোৱাৰ আগতে মানুহটোৰ গলগলীয়া মাতটো শুনিলে। মানুহটো মাছবোৰ সজোৱাত ব্যস্ত। জোৱাকিমৰ ফালে চোৱাই নাই। তাৰ কথাবোৰত মেঘৰ গৰ্জন।

মানুহটোৱে ক'লে—মই এতিয়া নিলাম নকৰোঁ। দূৰৰ বজাৰৰ পৰা বেপাৰী-

1 মুদলালি—ডাঙৰ মহাজন।

বোৰ আহক। তেতিয়া মাছ বেচাৰ কথা ভবা যাব। খাতাত মোৰ নাম অতি কমেও এহেজাৰ বাৰ লিখা আছে।

সি নাৱৰ গৰ্ভৰ পৰা জাল তুলিছে; পাছত বাঁহ, বৰশী, শিলৰ টুকুৰা, সীহৰ আঙঠিৰ বাণ্ডিল আদি তুলিছে। পাঁচটা ডেকাই তাক সহায় কৰিছে। সিহঁতে কোনেও কথা কোৱা নাই।

জোৱাকিম খণ্ডত টিঙিৰি তুলা হ'ল। তাৰ টেটু ফলা চিঞৰ—তুমি ক'ৰহে? এতিয়া সোনকালে নিলামত নিদিলে তোমাৰহে মাছ পচিব! মোৰ কি হানি হ'ব? মই আহিলোঁ......

আশে-পাশে থকা মানুহবোৰে জোৱাকিমৰ হঠাৎ চিঞৰ-বাখৰ শুনি ৰগৰ পাই হাঁহিলে। জোৱাকিমৰ টিঙিচ কৰে খং উঠিল। সি ভোৰভোৰাবলৈ ধৰিলে—তুমি ইয়াৰ মাছমৰীয়া নহয়। মই তোমাক চিনি নেপাওঁ। নাম নক'লে তোমাৰ মাছ ইয়াত বিক্ৰী নহ'ব। চাফ চাফ কথা কৈ দিলোঁ একা।

জোৱাকিমৰ বৰ বৰ কথা শুনি সেই মাছমৰীয়াটোৱে তাৰ ফালে চালে। মাতটো আৰু গহীন কৰি সি ক'লে—তোমাক মই মোৰ মাছ নিলাম কৰি দিবলৈ মতা নাই। কাৰোবাৰ মাছ পছন, দাম পছন হ'লে কিনিব। ইমানেই।

জোৱাকিমে দীঘল লেতেৰা দাঁত কেইটা উলিয়াই ক'লে—তোমাৰ এই নাও তুস্তুকুড়িৰ নহয়। কৰ্তাসকলৰ বিনা হুকুমত বাহিৰৰ নাৱৰ মাছ ইয়াত নিলাম হ'ব নোৱাৰে। এইটোৱেই নিয়ম।

মাছমৰীয়াটোৰো সাংঘাতিক দেমাক। দুখোজমান আগুৱাই সি জোৱাকিমৰ মুখামুখি হ'ল। হাত দুখন দুকাষে থৈছে। দৃঢ়ভাৱে, বুকুখন নাৱৰ তক্তাৰ দৰে কঠিন আৰু প্ৰশস্ত।

—মোৰ ধৰা মাছ এই ভাৰতৰ যিকোনো হাটতে বেচিব পাৰোঁ। এইটোৱেই আইন। তোমালোকৰ আইনৰ ওপৰত মই পেচ্ছাপ কৰোঁ। মোৰ মাছ ইয়াতেই বিক্ৰী হ'ব। সাধ্য আছে যদি মোক বাধা দিয়া।

ভালেমান গ্ৰাহকে ওচৰত জুম বান্ধিছে। কথা কটাকটি হোৱা বাবে সিহঁতে দৰদাম কৰিবলৈ সাহস কৰা নাই। সিহঁতৰ কথা-বতৰাবোৰ এন্টনীৰ কাণত পৰিছে: বজাৰৰ ভিতৰতে আটাইতকৈ বঢ়িয়া মাছ......

জোৱাকিমে খণ্ডত চটফটাইছে আৰু ভোৰ্ভোৰাইছে: ইস্, তাৰ কি বাহাদুৰি! দেখিম নহয়।

সাহসী মাছমৰীয়াটোৱে আঙুলিৰে কপালৰ ঘাম আঁতৰাই ডাঙৰ ডাঙৰকৈ ক'লে—শেষবাৰলৈ মোৰ নামটো শুনি লোৱা। মোৰ বোপাই আছিল হাঙৰ মৰাৰ যম মোজেচ ফাৰ্ণাণ্ডো। মই পিটাৰ ফাৰ্ণাণ্ডো। মই থাকোঁ তুস্তুকুড়িৰ উত্তৰৰ মাছমৰীয়াৰ চুবুৰীত।

সি আৰৌ ঘাম মচি আনবোৰ মানুহৰ ফালে চাই ক'লে—মোৰ দেউতাৰ সৰু ভায়েক বেশ্যাসক্ত নিচাখোৰ থমাচ ফাৰ্ণাণ্ডো। তেওঁ এজনী বজকুৱা তিৰোতা ৰাখিছিল। সেইজনী নাটেশ্বৰী তিৰোতাৰ এটাহে ল'ৰা। তাৰ আচল বাপেক কোন কোনেও ক'ব নোৱাৰে। মাত্ৰ সি মোৰ খুড়াক পিতাই বুলি মাতিছিল। তাৰে নাম জোৱাকিম। হাৰামজাদাৰ চৈধ্য পুৰুষত কোনো মাচাদো……

—এই ছালা শূয়ৰৰ বাচ্চা! পিটাৰ। একে ঘোচাই তোৰ নাক চেপেটা কৰি দিম।

জোৱাকিমে তপত তেলত দিয়া জীয়া কাৱৈ মাছৰ দৰে চটফটাইছে। ওচৰৰ মানুহবোৰে তাকে দেখি বেচ আমোদ পাইছে। সৰু সৰু ল'ৰাবোৰে হাততালি মাৰিছে। কৈছে—লাগ, লাগ, ভালকৈ লাগ।

জোৱাকিম এটা ঢোৰা সাপ। তাৰ ফোঁচ-ফোঁচনিয়েই সাৰ। তাৰ এখোজ আগুৱাই যাবৰ সাহ নাই। ওচৰত এণ্টনীক দেখি বাৰুকৈ তাৰ মুখলৈ পানী আহিল। ক'লে—চাওক আইয়া, ই কিমান বদমাচ! ছালা জহৰা। ভৰিৰ ওপৰত ভৰি ৰাখি কাজিয়া কৰিবলৈ তোৰ সাহ হ'ল। ইয়াকে কয় বোলে আসৈ পালে কুকুৰে……

এইবোৰ কথা এণ্টনীৰ একাণে সোমাই ইকাণেদি ওলাই গৈছে। পিটাৰ ফাৰ্ণাণ্ডো। মোজেচ ফাৰ্ণাণ্ডো তাৰ বাপেকৰ নাম। হাঙৰৰ যম মোজেচ। চাকিন তুত্তুকুড়িৰ উগুৰৰ মাছমৰীয়াৰ চুবুৰীত……

এণ্টনী আৰু শহাকণীয়া হৈ ৰ'ল। সি ভিৰ ঠেলি আগুৱাই আহিল। পিটাৰৰ হাত দুখন চেপি ধৰিলেহি। সেই দুখন হাত মাছে বিজল কৰা।

পিটাৰে এণ্টনীক তন্ন-তন্নকৈ চাই ল'লে। লগে লগে তাৰ তিখাকঠিন হাতৰ তলুৱাৰ মাজত এণ্টনীৰ হাত দুখন বন্দী হ'ল।

পিটাৰৰ কণ্ঠধ্বনি সুকীয়া হৈ পৰিল। সেই দেমাকী ভাবটো এতিয়া নাই। সি লেতু-সেতু হৈ পৰিল। সি আচৰিত হৈ ক'লে—তই এণ্টনী এতিয়া ইয়াত? কি আচৰিত! কত যুগৰ পাছত……

পিটাৰৰ মুখত হাঁহি, দুচকুত পানী।

# 17

এতিয়া সিহঁত নিচেই ওচৰা-ওচৰি। এন্টনী আৰু পিটাৰ। এতিয়া মাজৰ চৈধ্যটা বছৰে প্ৰাণ পাইছে। সিহঁতে চৈধ্য বছৰৰ আগৰ কথা কৈ কৈ বাটেদি গৈ আছে। সিহঁতৰ খেয়াল নাই যে সিহঁত এতিয়া বয়সত সৰু নহয়। সিহঁতৰ চাল-চলন সলনি হৈছে। পৃথিৱীৰ ধৰণ-কাৰণো সলনি হৈছে। যিটো বাটেদি সিহঁতে বাট-বুলিছে সেই বাটটোও সলনি হৈছে।

এন্টনী : তোক বহুত পৰৰ পৰা লক্ষ্য কৰি আছিলোঁ, পিছে চিনিব পৰা নাছিলোঁ।

পিটাৰ : তই তেনেই খীণ আছিলি। তোক হোজা যেন দেখা গৈছিল। এতিয়া তোৰ বঢ়িয়া চেহেৰা হৈছে।

এন্টনীয়ে পিটাৰৰ হাতটোত ধৰি ক'লে—তোৰ ফিগাৰটো কি সুন্দৰ !

—তোকো মই প্ৰথমে চিনোতে……। অৱশ্যে তোক তেনেকৈ চোৱাও নাছিলোঁ। ছালা হাৰামজাদা জোৱাকিমে মিছাতে খং তোলাই ল'লে। পোনতেই মেজাজ বেয়া হৈ গ'ল। সি যে গণ্ডগোল কৰিব সেইটো জনা কথা।

—গণ্ডগোল কৰিব কিয় ? এন্টনীৰ প্ৰশ্ন।

—সেয়া বহুত কথা। পাছত ক'ম। এইটো কি কচোন। পিটাৰে এটা ছাঁইবৰণীয়া মাছ হাতত লৈ দেখুৱালে।

এন্টনীয়ে মুৰটো লৰালে। সি নেজানে।

—মদনম। হেৰ', মদনম। মোহনৈ ভিট্ট মদনম চাপ্লাডু[1]। পিটাৰে ডাঙৰকৈ হাঁহিলে।—তই তেতিয়া খাবলৈ বৰ ভাল পাইছিলি। কলিকতাৰ পৰা তুত্তুকুড়ি পায়েই মোক মদনম ভজা খুৱাবৰ বাবে খটবাঙ্কৈ ধৰিছিলি। মনত আছে ?

নাই, এন্টনীৰ মনত নাই।

—তই তেনেহলে কেবোল ঠিকেই পাইছিলি ?

—মোৰ ঠিকনা কেনেকৈ জানিলি ?

—গড্উইন ফাৰ্ণাণ্ডো মহাশয়ৰ কণকপিল্লৈৰ[2] পৰা পালোঁ।

1 চাপ্লাড্—ল'ৰা-ছোৱালীক বিক্ৰী কৰি হ'লেও মদনম কিনি খোৱা ভাল।

2 কণকপিল্লৈৰ—মেনেজাৰ।

—দেউতাই মোৰ ঠিকনা জানিছিলনে ? এণ্টনীৰ কণ্ঠত বিস্ময়।

—তই যে ইণ্ডিয়ান হাই কমিছনাৰৰ অফিচত কাম কৰ, সেইটো খবৰো তেখেতে জানিছিল। আৰু সেইটো খবৰনো কি বস্তু ? চিলোনৰ প্ৰধানমন্ত্ৰী ডি. এছ. সেনানায়কে গড্ উইন মহাশয়ক নিজৰ ভায়েকৰ দৰে মৰম কৰিছিল। গড্ উইনৰ পৰামৰ্শ মতেই তেওঁৰ কেবিনেটত তামিল মন্ত্ৰী লোৱা হৈছিল। সেনানায়কৰ পৰাই গড্ উইনে দুনিয়াৰ খবৰ পাইছিল।

প'ৰ্টৰ মেইন গেট পাৰ হৈ সিহঁত বাঁওফালে ঘূৰিল। চাউথ ৰাজা ষ্ট্ৰীট। গৰুৰ গাড়ী, ঘোঁৰাৰ গাড়ী। মটৰ। লৰী। ঠেলা। বহুত মানুহৰ ভিৰ। সেই ঠাইত এটা অদ্ভুত গোন্ধ। একেলগে শুকান মাছ, চোকা জলকীয়া আৰু পিঁয়াজৰ গোন্ধ। মানুহৰ ভিৰ কাৰণে সিহঁত মাজে মাজে অলপ আঁতৰ হয়, সুবিধা পালে আকৌ ওচৰা-ওচৰি হয়।

—দেউতা মৰাৰ সময়ত তোক নেদেখিলোঁ। কবৰ দিয়াৰ সময়তো। তোক বিচাৰিছিলোঁ। মাৰিয়াদাচনৰ মুখে শুনিলোঁ বোলে তই দুবছৰৰ আগতে চহৰ এৰিলি।

—ঠিকেই শুনিছ। গড্ উইন মহাশয়ৰ অন্তিম সময়ত মই ইচ্ছা কৰিয়েই অহা নাছিলোঁ। আহিলেও কাজিয়া হ'লহেঁতেন।

—দেউতাৰ অসুখৰ খবৰ বোধকৰোঁ পাই আছিলি।

—খবৰ পাইছিলোঁ একেবাৰে শেষ সময়ত। তেতিয়া আৰু কৰিবলৈ একো নাছিল।

এণ্টনীয়ে পিটাৰৰ হাতত ধৰিলে।

—আহ। ঘৰত সোমা। এতিয়া এয়া তোৰেই ঘৰ।

এণ্টনীৰ কথাৰ সুৰত পৰিহাস। সি শেষত কৈছে—দেউতাই সকলো সম্পত্তি তোৰ নামত উইল কৰি গৈছে।

—তই খবৰ পাইছ ?

—অঁ, দেউতাৰ এডভোকেট ৰামচন্দ্ৰ আয়াৰে মোক কথাটো জনাইছে। কৈছে, কথাটো গোপনে ৰাখিবা।

—তই খুচী নে ? পিটাৰ গেইটৰ ওচৰত থিয় দি ৰ'ল। এণ্টনীৰ মুখৰফালে চোকা দৃষ্টিৰে চালে।

এণ্টনীও থিয় দি আছে। সিহঁত দুটা মুখামুখি হৈছে। গেইটৰ দুই কাষৰ পৰা পোহৰ আহি সিহঁতৰ মুখত পৰিছে।

—সেইটো কথা তোক আগতেই সুধিব খুজিছিলোঁ। এণ্টনীয়ে এনেকৈ কৈ প্ৰশ্নৰ উত্তৰটোৰ পৰা ফালৰি কাটি গ'ল।

—নিজৰ দুহাতেৰে খাটি উপাৰ্জন নকৰা সম্পত্তিৰ সামান্য অংশ এটাও মোৰ

নহয়……। পিটাৰৰ প্ৰত্যেকটো কথা স্পষ্ট। শব্দবোৰ লাহে লাহে উচ্চাৰণ কৰিছে ; সি যেন মন্ত্ৰ-পাঠহে কৰিছে।

এন্টনী হতবাক। পিটাৰৰ এনে কণ্ঠস্বৰ আগতে সি শুনা নাছিল। এইটো এটা অপৰিচিত পিটাৰ। তাৰ কথাবোৰ অত্যন্ত চিৰিয়াচ। সঁচাকৈ দুনিয়াত এনে মানুহ থাকিব পাৰেনে? সি অগাধ সম্পত্তি পায়ে গ্ৰহণ কৰিব নোখোজে। কিন্তু পিটাৰৰ কথাবোৰ অবিশ্বাস কৰিব পৰা ধৰণৰ নহয়।

পিটাৰ তৎক্ষণাৎ গেইট পাৰ হ'ল। সি এন্টনীৰ হাতত ধৰি টানিলে।—আহ, আহ, বৰ ভোক লাগিছে। মাছটো জীয়াই থাকোতেই আঞ্জেলা মাহীক দিওঁগৈ। ইয়াৰ ভজা খাবলৈ বৰ মজা।

মুহূৰ্তত পিটাৰৰ পৰিবৰ্তন ঘটিল। সি আগৰ চিনাকি পিটাৰ হৈ পৰিল।

এন্টনীয়ে ভাবিছে। গভীৰভাৱে। পশ্চিমত এনেধৰণৰ কোনো চৰিত্ৰৰ লগত পৰিচয় হৈছিলনে নাই তাকে সি মনত পেলাইছে।

গা ধুই পিটাৰ ধুনীয়াটো হৈ পৰিছে। এন্টনী আৰু পিটাৰে মুখা-মুখিকৈ কফি খাইছে। মৃদু সমীৰণে দক্ষিণৰ বাৰান্দাত খুন্দা মাৰিছে। সিহঁতৰ ওচৰত একাঁহী মদনম ভঁজা।

—বহু বছৰৰ পাছত দেশলৈ উভতি আহিছিল। দেশৰ কিবা পৰিবৰ্তন দেখিছনে? ভঁজা মাছ চোবাই চোবাই পিটাৰে সুধিলে।

—সিমান সলনি হোৱা নাই। মাথোন চাহাবৰহে মুখ দেখিবলৈ পোৱা নাই। আগতে বহুত দেখিছিলোঁ। এতিয়া ৰাস্তাত বহুত মানুহ। কাষত বহুত আবৰ্জনাৰ দ'ম। গাহৰি আৰু গাধৰ জাকবোৰ……।—এন্টনীয়ে হাঁহি হাঁহি উত্তৰ দিলে।

পিটাৰেও হাঁহিলে।—তই কলিকতাৰ পৰা তুত্তুকুড়ি পায়েই কৈছিলি, গাহৰিবোৰহে এইখন চহৰৰ চেনিটেৰী অফিচাৰ। মনত আছে?

এন্টনীয়ে হাঁহি কফিৰ পিয়ালত চুমা দিলে। সিও সুধিলে—তোৰ নিজৰ কথা মনত আছেনে? পৰীক্ষা দিবলৈ ওলাই গাধৰ পাল দেখি এঠাইতে বহু সময় থিয় দি থাক। মাত নুশুন মানে লৰচৰ নকৰ। গাধৰ মাত শুনাটো শুভ লক্ষণ। তামিলত এষাৰ কথা আছে……

এন্টনীয়ে প্ৰবাদটো মনত পেলাবলৈ চেষ্টা কৰিলে। পিটাৰে মনত পেলাই দি ক'লে—কড়ুদৈ সগুণম……। কিন্তু হাজাৰ হাজাৰ কড়ুদৈ সগুণমেও মোক পাছ কৰাব নোৱাৰিলে।

পিটাৰে হোঁ-হোঁকৈ হাঁহিলে। আকৌ ক'লে—উস, সৰুতে যে কিমান অঁজলা আছিলোঁ। ভাবিছিলোঁ, কিতাপ পঢ়ি পাছ কৰাইহে জীৱনত আটাইতকৈ কঠিন কাম। দেউতাই অৱশ্যে বাৰে বাৰে কৈছিল, কিতাপ পঢ়ি ভদ্ৰলোক হোৱাৰ দৰ্কাৰ নাই। তাতকৈ মাছ মাৰিবলৈ শিকাই ভাল।

মাছৰ কাঁইট বাছি এণ্টনীয়ে সুধিলে—মোজেচ খুড়া কেনে আছে ?

—ভাল নহয়। সৰু এটা সন্নিধান। কিন্তু পিটাৰৰ মাতটো বেলেগ ধৰণৰ। সেইটৰ কাৰত এই মাতটোৰ লগত এণ্টনীৰ পৰিচয় ঘটিছে।—আমাৰ স্বাধীন দেশে দেউতাক সহ্য কৰিব নোৱাৰিলে। সেয়েহে বুকুত বাঁহৰ শূল ভৰাই মাৰিলে······

—হাও হৰিব'ল ! এণ্টনীৰ মুখৰ পৰা এই কথা দুটা বাহিৰ হ'ল। অজানিতে। তাৰ বিস্ময়ত চকু দুটা কোটৰৰ পৰা ওলাই আহিব খুজিছে। অতি তৃপ্তিকৰ মদনম এতিয়া অকণো সোৱাদ লগা নাই। মদনম গিলিব পৰা নাই।—কিয় মাৰিলে ? অপৰাধ ?

—অপৰাধ নহয় ? সাংঘাতিক অপৰাধ। তই মোজেচ ফার্ণাণ্ডো। এটা সামান্য মাছমৰীয়া। ধূলিৰ তলৰ ধূলি, নৰকৰ কীট। দিনে দিনে আৰ্জিছ, দিনে দিনে খাই শেষ কৰিছ। সাধাৰণ পোছাক পিন্ধিছ। স্কুল-কলেজত পঢ়া নাই। ইংৰাজীত কথা ক'বলৈ শিকা নাই। আমাক তই সমীহ কৰি নচলিবি ? আমি স্কুল-কলেজত পঢ়িছোঁ। চ্যুট পিন্ধিছোঁ, ব্যৱসায় কৰিছোঁ, লাখে লাখে ধন উপাৰ্জন কৰিছোঁ। ইংৰাজীত সলসলীয়াকৈ কথা ক'ব পাৰিছোঁ। টেবুলত ভাত খাওঁ; বিলাতী মদ খাওঁ। মটৰত ঘূৰোঁ। ঘৰত বহুত চাকৰ-নাকৰ। তই আমাক চালাম কৰি নেথাকিবি ? তেন্তে তোৰ কিয় ইমান দেমাক ?

বুকুত বাঁহ ভৰাই ! কি ভয়ানক কাণ্ড ! এণ্টনীয়ে শুনিয়েই শিঁয়ৰি উঠিছে। সি কোনো পধ্যে দৃশ্যটো পাহৰিব নোৱাৰে।

—এৰা, এয়ে আমাৰ মীনপাৰোৱা সমাজ। ইয়াত হিংসাৰ দাবানল এনেকৈ জ্বলি এনেকৈয়ে নুমায়। পিটাৰে ইয়াকে কৈ নিমাতে ৰ'ল।

এণ্টনীৰ চকুত এতিয়া মোজেচ খুড়াৰ বুকুখন ভাঁহি উঠিছে। পিটাৰে জোৱাকিমৰ ওচৰত যেনেকৈ বুকু ফিন্দাই থিয় দিছিল, তেনেকৈ খুড়াই বুকু ফিন্দাই খোজ কাঢ়িছিল। গাত সাজ-পোছাক নাছিল বুলিয়েই ক'ব পাৰি। গাত মাথোন লেংটিৰ দৰে কাপোৰ এডোখৰ। পিছ ফালৰ বহুত ঠাই ওলাই থাকে। গাৰ ৰং ক'লা আৰু মিহি। প্ৰকাণ্ড মূৰটোত বহুত ৰুক্ষ চুলি। পিটাৰৰ মূৰটোও তাৰ বাপেকৰ নিচিনাই। বাপেকৰ হাড়বোৰো শকত। সমস্ত শৰীৰটো এজোপা ৰুক্ষ তালগছৰ দৰে। ভয়লগা চকু দুটা শগুণৰ চকুৰ দৰে, চাৱনিও শগুণৰ চাৱনি। তেওঁক হঠাৎ দেখিলে মানুহৰ বুকু কঁপি যায়।

সৰু সৰু ল'ৰা-ছোৱালীয়ে মোজেচ খুড়াক বৰ ভয় কৰিছিল। মাথোন এণ্টনীয়েহে ভয় কৰা নাছিল। খুড়াই এণ্টনীক দুহাতেৰে তুলি লৈ ধেমালি কৰিছিল। এণ্টনীয়ে বেচ ৰগৰ পাইছিল।

হাঙৰ-হন্তা মোজেচ। মোজেচে টিপা মাৰি নাক বন্ধ কৰি সাগৰত বুৰ

মাৰিছিল। শামুক তুলিছিল, মুক্তা তুলিছিল, এবাৰ এটা বিয়াগোম হাঙৰে মোজেচৰ টিকাৰ মঙহ এডোখৰ কামুৰি এৰুৱাইছিল। কিন্তু দ্বিতীয়টো কামোৰ দিয়াৰ আগতেই মোজেচে তাক জপটিয়াই ধৰিছিল। পানীৰ তলত সিহঁতৰ তুমুল যুদ্ধ চলিছিল। খুড়াই সেই ভয়ানক হিংস্র জন্তুটোৰ পেটটো ছুৰিৰে উধৰ পৰা মুধলৈকে ফালি পেলাইছিল। টিকাৰ এৰাই যাব খোজা মাংসখিনি চেপি ধৰি খুড়া চিধা হস্পিটেল পাইছিলহি। টিকাত কেবাটাও চিলাই পৰিছিল। সেই ঠাইত দ দাগ বহিছিল। এন্টনীয়ে তাত হাত বুলাইছিল; মোজেচ খুড়াই আমোদ পাই হাঁহিছিল।

—দেউতাৰ জেদটো বনৰীয়া গাহৰিৰ দৰে। যিটো কৰিম বুলি ভাবে কৰিবই। এবাৰ দেউতাই গীৰ্জাৰ ওচৰৰ বেঞ্চি এখনত বহিবই বুলি প্ৰতিজ্ঞা কৰিলে। ফাদাৰে কয়, ঈশ্বৰৰ ওচৰত সকলো সন্তানেই সমান। এন্টনী, তই ভাবি-চিন্তি চা......

পিটাৰে ঘটনাটো বৰ্ণাবলৈ আৰম্ভ কৰিলে।

এন্টনীৰ চকুত সেই অদ্ভুত দৃশ্যটো ভাঁহি উঠিল। ওচৰৰ বেঞ্চিবোৰত চহৰৰ ভাল ভাল বংশৰ মানুহবোৰ বহিছে। পিন্ধনত দামী চ্যুট। নাইবা পৰিষ্কাৰ দামী কুৰ্তা। গুণাৰ পাৰি থকা চাদৰ। তেওঁলোক সকলো পৰিষ্কাৰ-পৰিচ্ছন্ন। সকলো ধনী মানী ভদ্ৰলোক। গাখীৰ-মাখন-মাছ-মাংস খোৱা তেওঁলোকৰ লোদোৰ-পোদোৰ দেহবোৰ মিহি। তেওঁলোকৰ মাজত আকৌ শুকান-উখান ভূতে পোৱা তালগছৰ দৰে এটা মানুহ! মোজেচ ফাৰ্ণাণ্ডো। গাটো উদং। কঁকালৰ তলতহে অলপ কাপোৰ। একেবাৰে বিসদৃশ দৃশ্য।

এদিন। দুদিন। তিনিদিন। ফাদাৰৰ চিন্তা বাঢ়িল। শেষত এদিন ক'লে—তুমি পিছৰ শাৰীত বহা। মোজেচে তপৰাই মাত লগালে, কিয় বহিম? আপুনিয়েই দেখোন এদিন কৈছিলে, ঈশ্বৰৰ সকলো সন্তানেই সমান।

—যি কৈছোঁ তাকে কৰা। নহ'লে চাৰ্চলৈ নাহিবা। বচ। সেইদিনাৰ পৰা দেউতাৰ চাৰ্চলৈ আহি প্ৰাৰ্থনা কৰা বন্ধ। দেউতাই সদায় দোকমোকালিতে মাছ মাৰিবলৈ যোৱাৰ আগতে সাগৰৰ পাৰত থিয় হৈ আপোন মনে ভুনভুনাই প্ৰাৰ্থনা কৰিছিল। পূবে সাগৰৰ মাজৰ পৰা জুইৰ আঙনি যেন সূৰ্যটো ওপৰলৈ ওলাইছিল। আমাৰ ভাব হৈছিল, দেউতাৰ প্ৰাৰ্থনা ঠিক ঠাইয়েই পাইছেগৈ; এই প্ৰাৰ্থনা চাৰ্চৰ চাৰিবেৰৰ মাজত আবদ্ধ হৈ থকা নাই।

তুত্তুকুড়িৰ চহকী মীনপাবোৱাবোৰলৈ দেউতাৰ বৰ ঘৃণা। কাৰণবোৰ অদ্ভুত। এন্টনী, তাকে শুনিলে তোৰ হাঁহিহে উঠিব। কি ক'লি?......নহয়, নহয়। যি বামুনৰ মন্দিৰত পূজা নকৰে সি বামুন হ'ব নোৱাৰে। যি সাগৰত জাল পেলাই মাছ নধৰে, পানীত ডুব মাৰি শঙ্খ আৰু মুকুতা নোতোলে সি

মাছমৰীয়া সম্প্ৰদায়ৰ (মীনপাৰোয়া) মানুহেই নহয়। কিন্তু ইহঁতে নিজে এইবোৰ কাম নকৰে। যি ইহঁতৰ কাৰণে খাটি জীৱন উছৰ্গা কৰে সিহঁতক আকৌ ইহঁতে ঠগে। দালালি। পুৰা দালালি। দালালি বৰ সৰ্বনশীয়া বস্তু। ইহঁতেই আকৌ চাৰ্চলৈ গৈ চকু মুদি মালা জপ কৰে। ইহঁত কোনো খ্ৰীষ্টান নহয়। দহটি আদেশৰ এটা আদেশো ইহঁতে নেমানে। কপালত ভস্ম ল'লেই এটা মানুহ বামুন হ'ব নোৱাৰে। সেইদৰে চাৰ্চলৈ গৈ প্ৰাৰ্থনা কৰিলেই মানুহ কেথলিক হ'ব নোৱাৰে। এনেকুৱা মানুহক তই কি বুলি ক'বি? ইহঁত সৃষ্টিৰ ব্যতিক্ৰম। এনেকুৱা মানুহ সমাজত অচল।

—কিন্তু সেইবুলি গাত বাঁহ ভৰাই……

—এৰা, বুকুত বাঁহ ভৰাই মাৰিছিল। মই সাগৰত মাছ মাৰিবলৈ গৈছিলোঁ। দুদিন দুৰাতিৰ পাছত উভতি আহি দেখিলোঁ যে কুকুৰটোৱে পানীত জাপ মাৰি পৰি করুণভাৱে ভেউ ভেউ কৰিবলৈ ধৰিছে। পাৰত ভৰি দিয়েই চিধা ঘৰৰ ফালে খোজ দিলোঁ। কুকুৰটোক কেতিয়াও এনে আচৰণ কৰা দেখা নাছিলোঁ। সি বলিয়া হৈছে বুলি সন্দেহ কৰিলোঁ। লগতে ভাবিলোঁ, ঘৰত নিশ্চয় কিবা এটা অথন্তৰ হৈছে। গৈ দেখোঁ সেই অদ্ভুত……। উস্, ক'বলৈকে মন নেযায়।

পিটাৰৰ মাতটো থোকাথুকি হ'ল। সি ঢোক এটা মাৰি কান্দোনটো বন্ধ কৰিবলৈ চেষ্টা কৰিলে। এণ্টনীও মনে মনে ৰ'ল। ওচৰত গৰম মদনম ভজা পৰি থাকিল। খাবলৈ এতিয়া কাৰো ৰুচি নাই।

—আমাৰ পঁজাটোৰ মজিয়াতে দেউতা পৰি আছে। বুকুত এডাল বাঁহ সোমাই আছে। বুকুৰ হাড় ভাগিছে। মুখৰ পৰা হোলোকে হোলোকে ওলোৱা তেজবোৰ শুকাই গৈছে। আৰু চকু দুটাৰ যে কি অৱস্থা হৈছে! চকু দুটা কোটৰৰ পৰা বাজ হৈ আহিছে।……

এণ্টনীয়ে আৰ্তনাদ কৰি উঠিল—উস্, কি ভয়ানক অমানুষিক কাৰ্য! পুলিচে হত্যাকাৰীক ধৰিবলৈ চেষ্টা কৰিছিল নে?

—কৰিছিল। মই থানাত কেচটো দিয়াৰ লগে লগেই পুলিচ আহিল। সিহঁতে আমাৰ পঁজাটোৰ চাৰিওফালে ঘূৰাঘুৰি কৰিলে। বালিত ভৰিৰ খোজ পৰীক্ষা কৰিলে। বাঁহডালত হাতৰ দাগ চালে। কিবাকিবি সুধিলে। কিছু খবৰ-বাতৰি ল'লে। ইমানতে শেষ। হত্যাকাৰীক পোৱা নগ'ল। কেনেকৈ পাব? হত্যাকাৰীবোৰতো এঠাইতে লুকাই থকা নাই! সিহঁতে বেপৰোৱা হৈ সকলোৰে দেখাকৈ ঘূৰা-পকা কৰি আছে।

—দেউতাক মাটি দি পুতি থোৱাৰ এসপ্তাহৰ পাছত মোৰ কুকুৰটোক লগত লৈ বাস্তাইদি গৈ আছিলোঁ। এনেতে কুকুৰটোৱে হঠাৎ ভেউ ভেউ কৰি

মানুহ এটাৰ ওপৰত জপিয়াই পৰিল। তাৰ কলাফুল এটাত এনেকৈ দাঁত বহুৱালে যে কুকুৰটোৱে দাঁত কেইটা এৰুৱাব নোৱাৰা হ'ল। মানুহটোৰ নাম চিৰিল ফাৰ্ণাণ্ডো। এটা দাগী অপৰাধী। খুনী। এই ঠাইৰ মাতব্বৰবোৰৰ ভেৰণীয়া মানুহ। সি ভেৰণীয়া গুণ্ডাবোৰৰ চৰ্দাৰ।

—দেউতাৰে জানিছিলনে? এণ্টনীৰ ব্যগ্ৰ প্ৰশ্ন।

—জনা নাছিল। দেউতাক হত্যা কৰাৰ দুদিনৰ আগৰ পৰাই গড্উইন মহাশয় চিলোনত। তেখেতৰ প্ৰিয় বন্ধু ডি. এছ. সেনানায়কৰ দুৰ্ঘটনাত মৃত্যু হোৱাৰ বাবে তালৈ গৈছিল। তেখেত ঘুৰি আহি সকলো শুনি মাদ্ৰাজৰ পৰা তিৰুনেলভেলীলৈকে গোটেই অঞ্চলটোতে তোলপাৰ লগাইছিল। কিন্তু যিবোৰ মানুহ এই কামত লিপ্ত, সিহঁতৰ হাতত সাংঘাতিক ক্ষমতা। সিহঁতেই ভাৰতৰ ভাগ্য-বিধাতা। সিহঁতেই নেতাক প্ৰতিদ্বন্দ্বিতায় নমায়; ভোটত জিকায়। নেতাবোৰ তেনেকৈ জনগণৰ প্ৰতিনিধি হয়। সিহঁতেইহে গোটেই দেশ শাসন কৰে। গড্উইন মহাশয়ৰ লগত সিহঁতৰ সম্পৰ্ক তেল আৰু পানীৰহে। হত্যাৰ কিবা এটা বিচাৰ হোৱাৰ আৰু বিধিমতে শাস্তি দিয়াৰ ব্যৱস্থা কৰাটো তেখেতৰ সাধ্যৰ অতীত......।

এণ্টনীয়ে তথাপিও গোটেই ঘটনাটো বিশ্বাস কৰিব পৰা নাই। সি নিজক নিজে মনে মনে কৈছে—এৰা, খুড়াই কালৈকো কেৰেপ নকৰিছিল। কাৰো অন্যায় সহিব পৰা নাছিল কাৰণেই তেওঁৰ ইমান শত্ৰু আছিল। সেইবাবেই শত্ৰুৱে বাঁহেৰে শূলত দি......

পিটাৰে কৈ গ'ল—অৰিয়া-অৰি এতিয়াৰে নহয়। যোৱা সোতৰ বছৰৰ। বুৰঞ্জীত আমি প্ৰথম বিশ্বযুদ্ধৰ কথা পঢ়িছোঁ। বিশ্বৰ সৰু-বৰ সকলো দেশেই কুকুৰৰ দৰে কামোৰা-কামুৰি কৰিছে। গা তেজেৰে লুতুৰি-পুতুৰি হৈছে। তেতিয়া যুদ্ধ বন্ধ হোৱা নাই। দেউতা তেতিয়া ভৰ ডেকা। তেতিয়া মাছ-মৰীয়াইঁতে সাগৰত মাছ মাৰি চিধা বজাৰত বেচিছিল। হঠাৎ এদিন কিছুমান মানুহ সাগৰৰ পাৰত দেখা গ'ল। সিহঁতে নাওবোৰৰ পৰাই সকলো মাছ কিনি লৈ গ'ল। মাছমৰীয়াহঁতো বৰ খুচী হ'ল। কাৰণ, কষ্ট কৰি মাছ ধৰাৰ পাছত বজাৰত বেচিলৈগে সিহঁতৰ আৰু কষ্ট হয়। দেউতাই কিন্তু তাতে মাছ নেবেচিলে। ধৰি অনা মাছখিনি ভাৰ বান্ধি নি বজাৰত বেচি আছিল। মানুহে ভাবিছিল, মানুহটো বুৰ্বক।

কিছু দিনৰ পাছত অৱস্থাই সুকীয়া ৰূপ ল'লে। মাছমৰীয়াহঁত কেৱল খুচীয়েই নহয়, সিহঁতৰ তেজো গৰম। সেই মানুহবোৰে এই দুখীয়া মানুহবোৰক টকা দিছে। অগ্ৰিম টকা। চাদাই। তাৰে সিহঁতে পাৰেমানে মদ-তাড়ি খাইছে, ফুৰ্তি কৰিছে। বজাৰ ইতিমধ্যে সিহঁতৰ আয়ত্বৰ বাহিৰলৈ গৈছে। ভুত্তুকুড়িৰ

মাছৰ বজাৰ এই অঞ্চলৰ আটাইতকৈ ডাঙৰ বজাৰ। ইয়াৰ পৰাই ওচৰৰ সৰু-ডাঙৰ সকলো চহৰলৈকে মাছ চালান হয়। ইয়াৰ শুকান মাছৰ ব্যৱসায়ৰ সমান ডাঙৰ ব্যৱসায় ভাৰতৰ আন কোনো ঠাইতে নাই। নাৱে নাৱে শুকান মাছ বাৰ্মা, মালয়, চিলোন আৰু চুবুৰীয়া দেশবোৰলৈ যায়।

ইমান ডাঙৰ মাছৰ বজাৰখন মাথোন কেইজনমান মানুহৰ হাতৰ মুঠিত। সিহঁতে পানীৰ দামত মাছ কিনিছে। সেয়েহে দেউতাই মাছমৰীয়াবোৰক কৈছিল—তহঁত বুৰ্বক। এতিয়া কথাটো বুজিলি নে? মই সেইবাবে সিহঁতৰ কথাত ভোল যোৱা নাছিলোঁ, সিহঁতৰ ফন্দিটো বুজি পাইছিলোঁ। সিহঁতৰ পাল্লাত পৰা নাছিলোঁ। তেতিয়া তুত্তুকুড়িৰ প্ৰায় পাঁচ শ একুৰি মাছমৰীয়াই সাগৰত মাছ মাৰিছিল। দেউতাই সিহঁতৰ ঘৰে ঘৰে গৈ বুজাইছিল যে······

এদিন সাগৰৰ পাৰত মাছ বেচা বন্ধ। মাছমৰীয়াহঁতে ক'লে—এইবোৰ নচলিব। বজাৰৰ দাম দিয়া। সিহঁতো সহজে খোপনি এৰি দিয়া বিধৰ মানুহ নহয়।—যিখিনি পইচা দিছোঁ তাতে যদি মান্তি নহ'ব, তহঁতৰ মাছ পঁচি ভসয়া দিব। এনেদৰে দুই পক্ষৰ মাজত কথা কটাকটি। এই নাটকৰ গুৰু কোন? কোন চয়তানে এই সৰল মানুহবোৰক উচটাই জোল খাব বিচাৰিছে? মোজেচ ফাৰ্ণাণ্ডো। বচ। সেই দিনাৰপৰাই শত্ৰুৰালিৰ আৰম্ভনি······

এন্টনীয়ে মাত দিলে—শেষত খুড়াক শেষ কৰি······

পিটাৰৰ মুখত বেঁকা হাঁহি। হাঁহি নহয় যেন এখন চোকা ছুৰীহে! সি ক'লে—তই বাৰু কি ভাবিছ? মই পিছে আন ধৰণে কথাটো ভাবিছোঁ। এয়া ৰণৰ আৰম্ভনিহে। এই ৰণৰ কেতিয়া ওৰ পৰে সহজে কোৱা টান।

এজনী চাকৰণী তলৰ পৰা খটখটিয়েদি ওপৰলৈ উঠি আহিল। তাইৰ হাতত এখন লেফাফাত ভৰোৱা চিঠি। এন্টনীয়ে লেফাফাৰ ওপৰত পিটাৰৰ নামটো দেখিলে।

পিটাৰে লেফাফাৰ গৰ্ভৰ পৰা চিঠিখন উলিয়ালে। সৰু চিঠিখনৰ দুটামান বাক্য পঢ়িয়েই এন্টনীলৈ চিঠিখন আগবঢ়াই দি সি ক'লে—এয়া চাই ল······

পিটাৰৰ মুখৰ হাঁহিটো অদ্ভুত। এন্টনীয়ে বহু দিন তামিল পঢ়া নাই। তথাপি জোঁটাই জোঁটাই চিঠিখন পঢ়ি সি আতঙ্কিত হৈ পৰিল।

আপোনাক হত্যা কৰিবৰ কাৰণে গড্‌উইনৰ ঘৰৰ আশে-পাশে মানুহ ৰখা হৈছে. সাবধান!

চিঠিখন ক'ৰ পৰা আহিল জানিব পৰা নগ'ল। চিঠিৰ তলত কাৰো নাম নাই। কিন্তু আখৰ কেইটা মাইকী মানুহৰ বুলি সহজে অনুমাম কৰিব পাৰি। পিটাৰে দেখিলে যে ভয়ত এন্টনীৰ মুখখন শেঁতা পৰিছে। চকুহালো ভয়াৰ্ত।

—কাৰ চিঠি? এন্টনীৰ মাতটো গহীন।

পিটাৰে মাত লগালে—মোৰ দেউতাক পৃথিৱীৰ পৰা বিদায় দিয়া হৈছে। এতিয়া মোৰ পাল পৰিছে। এতিয়া মই সিহঁতৰ লক্ষ্য।

এণ্টনীয়ে কপালৰ মঙহ থূপ খুৱাই চাকৰণীজনীক সুধিলে—চিঠিখন কোনে দি গ'ল?

—প্ৰায় দহ বছৰমান বয়সৰ সৰু ছোৱালী এজনীয়ে। তাই সম্ভৱ মাছমৰীয়া-হঁতৰ চুবুৰীৰে। নাম-চাম নক'লে। চিঠিখন দিয়েই গুচি গ'ল।

—পুলিচত খবৰ দিওঁ? এণ্টনীয়ে সুধিলে।

—লাভ নহ'ব। পিটাৰে উত্তৰ দিলে।

—কিয়? এণ্টনীৰ প্ৰশ্নত বিস্ময়।

—তালৈ গৈ দেখিবি যে পুলিচৰ গুৱিয়ালজন এতিয়া অফিচত নাই। ঘৰতো নাই। নিশ্চয় বিশেষ এডোখৰ ঠাইত এতিয়া তেওঁ বিলাতী মদ খাইছে আৰু হয়তো 'তিনিপতীয়া' (জুৱা) খেলিছে। তেওঁৰ মদ আৰু জুৱাৰ সঙ্গীবোৰেই তোৰ ঘৰৰ আশে-পাশে থাকিবলৈ মানুহ পঠাইছে।

—সঁচা? মোৰ হ'লে……

—আচল কথাই কৈছোঁ। দাচন খুড়া এতিয়া সিপুৰীত। এবাৰ দাৰোৱানটোকে মতা. যাওক।

পিটাৰৰ মুখত করুণ হাঁহি।

চাকৰণীজনীয়ে খবৰ দিয়াত দাৰোৱানটো হাজিৰ হ'লহি।

—তোৰ লাঠিডাল আৰু টৰ্চটো মোক দে।

সি লাঠি আৰু টৰ্চটো দিয়াত পিটাৰ থিয় হ'ল আৰু ক'লে—মোৰ কাৰণে মানুহ এটাই দিনে-ৰাতিয়ে পহৰা দি থকাৰ দৰ্কাৰ কি? নিজেই সমস্যাটো সমাধান কৰিব লাগিব।

এণ্টনীয়েও থিয় দি ক'লে—বল, ময়ো তোৰ লগত যাওঁ।

পিটাৰে এণ্টনীৰ মুখৰ ফালে চাই ক'লে—তই আকৌ যাবি? নেলাগে, তই থাক। মই আহিছোঁ……

যি কুকুৰে কামোৰে সি নুভুকে। পিটাৰ হ'ল চিকাৰী এল্‌চেছিয়ান। তাৰ মুখত ভুকুভুকনি নাই। তাৰ চলন-ফুৰণত সা-শব্দ নাই। এন্টনীয়ে বাৰন্দাত থিয় হৈ চাই আছে। এবাৰ তাৰ তললৈ চকু পৰিল। ঘৰৰ পোহৰত চোতাল-খন তাৰ চকুত পৰিল। বাকী অংশ অন্ধকাৰ। চোতাল পাৰ হ'লেই বাগিছাখন পোৱা যায়। বাগিছাত কেবা বছৰো ধৰি পোহৰ পৰা নাই। পিটাৰ বাগিছাৰ অন্ধকাৰত অদৃশ্য হ'ল।

বাগিছাৰ সিটো মূৰত বেৰখন। তাৰ সিফালে কেৰাণীসকলৰ কোৱাৰ্টাৰ। বহুত কোৱাৰ্টাৰ খালি। দুটা এটা কোৱাৰ্টাৰত দুই-এজন কেৰাণী থাকে। তাৰ পৰা বাগিছাত পোহৰ নপৰে। পোহৰে বেৰখন ভেদ কৰিব নোৱাৰে। বাগিছাৰ এটা কোণত ভেনাচৰ ডাঙৰ ষ্টেচুটো। ষ্টেচুৰ চৌপাশে হাবি-বন।

পিটাৰে টৰ্চটো নজ্বলালে। সৰু সৰু গছবোৰ গচকি সি ষ্টেচুটোৰ ফালে সাৱধানে আগুৱাই গ'ল। সি আন্ধাৰতে দেখা পালে যে এটা মানুহ ষ্টেচুটোৰ আঁৰত লুকাই আছে। সি জুপুকা মাৰি বহি ঘৰৰ ভিতৰৰ আলেখ-লেখ চাই আছে।

পিটাৰ পিছফালৰ পৰা মানুহটোৰ ওপৰত জপিয়াই পৰিল। মানুহটোৰ হাতটো যেন এডাল স্প্ৰিঙহে। সি হাতটো তৎক্ষণাৎ কঁকাললৈ আনিলে। পিটাৰে তাৰ পেটত এটা গোৰ মাৰিলে। প্ৰচণ্ড গোৰ! মানুহটো আই ঐ মৰিলোঁ বুলি কৈ পৰি গ'ল। সি উঠিবলৈ চেষ্টা কৰাৰ আগতেই পিটাৰে তাৰ হাতৰ পৰা ছুৰীখন কাঢ়ি ল'লে। দুয়োটাৰে দবৰা-দবৰি লাগিল। শব্দ শুনি এন্টনীও দৌৰি আহিল। লগত দাৰোৱানটোও। ঠাই ডোখৰ পোহৰ হ'ল। ঘৰৰ চাকৰ দুটামানো আহি ওলালহি। সিহঁত মানুহটোক ধৰি হাতভৰি বান্ধি পেলালে। তাক থানালৈ চালান দিয়া হ'ল। লগত গ'ল এজন কৰ্মচাৰী আৰু দাৰোৱানটো।

সিহঁত পুনৰ মুখামুখি হ'ল।

—মানুহটো তাতে আছে বুলি তই কেনেকৈ গ'ম পালি?

—এইখন ঘৰৰ মই সকলো তলা-নলা জানো। কোনফালে মানুহ সোমাব পাৰে মই অনুমান কৰিব পাৰোঁ। কথা এটা মন কৰিছনে? বেৰখনৰ এডোখৰ ভঙা......

—কেনেকৈ ভাগিল? এন্টনীৰ ব্যগ্ৰ প্ৰশ্ন।

—এয়া গড্‌উইন মহাশয়ৰ চৰিত্ৰৰ ফল, পিটাৰে হাঁহি হাঁহি ক'লে।

—তাৰ মানে? এন্টনীয়ে জানিবলৈ বিচাৰিলে।

—সেই ভগা বেৰৰ কাষৰ কোৱাৰ্টাৰটোত আছিল চ'ল'মন ডিচুজা। তাৰ স্ত্ৰী হ'ল ফতিমা। ৰূপ আৰু অঙ্গী-ভঙ্গীৰে চমক লগাব পৰা তিৰোতা। এৰা, পাঁচ বছৰমানৰ আগতে তাই তেনেকুৱা ৰচকীয়েই আছিল। তাই গড্‌উইন মহাশয়ক বশ কৰিছিল। ফলত তাই বহুত ধন-সোণ আদায় কৰিব পাৰিছিল। সেইবাবেই চ'ল'মন ডিচুজাৰ বেচ উন্নতিও হৈছিল। সি চিলোনৰ ট্ৰেন্সপ'ৰ্টৰ বৰ কেৰাণী হ'ব পাৰিছিল। এইটো কোৱাৰ্টাৰত তাৰ থকাই নহয়। ফতিমাহে অকলে অকলে থাকে। আৰু লগতে······

আঞ্জেলা ওচৰতে থিয় হৈ ক'লে—ৰাতি দহ বাজিল। খাবৰ সময় হ'ল।

পিটাৰে মৰমসনা মাতেৰে সুধিলে—মাহী, কি কি ৰান্ধিছা?

—মদনমৰ চাল্‌না, চাম্বাৰ, ভাত, আপৰম্। লগত দৈ আৰু ঘোল।

—বেচ, বেচ। ইমানেই হ'ব। কাইলৈ পুৱা কিন্তু আমাৰ······। পিটাৰে খুচী হৈ ক'লে।

—মোৰ মনত আছে। ইডিয়াপ্পাম আৰু চেনিৰ চাম্বাৰ। নহয় জানো? মোৰ হাতৰ চেনিৰ চাম্বাৰ খাবলৈ তই বৰ ভাল পাৱ। আঞ্জেলা মাহীয়ে হাঁহিলে। হাঁহিটো গোটেই মুখখনতে বিয়পি পৰিল। তাইৰ মাতত মৰমৰ মাধুৰী-সনা।—পিটাৰ, তোক যে কিমান দিন দেখা নাই! বুঢ়ী মাহীয়েৰজনীক এদিনো দেখা কৰিবৰ মন নেযায়নে? তই আজিকালি ক'ত?

—ক'ত আৰু থাকিম? পানীত ভাঁহি আছোঁ।

—সঁচাকৈয়ে কৈছ নে? তোৰ ঘৰ নাই? এন্টনীয়ে সুধিলে।

—নাই। ঘৰ বুলিবলৈ কেৱল নাওখনহে। পিটাৰে হাঁহি হাঁহি উত্তৰ দিলে।

এন্টনীয়ে ক'লে—চীনত মানুহে নাৱতে জীৱন-যাপন কৰে বুলি শুনিছোঁ। সেইবোৰ ঠাইত বহুত পৰিবৰ্তন হৈছে।

পিটাৰে মাত লগালে—আগৰ চীন আৰু নাই। চীনদেশৰ মানুহৰ অৱস্থা আমাৰ দৰে হৈ থকা নাই।

আঞ্জেলা মাহী খোৱা বস্তু আনিবলৈ গ'ল। এন্টনীয়ে সুধিলে—তই তেনেহলে ঘৰ-সংসাৰ কৰা নাই?

—ক'ত আৰু কৰিলো! পিছে তই একা? পিটাৰে প্ৰশ্নহে কৰিলে।

—বিয়া মই এতিয়াও কৰা নাই। অৱশ্যে এজনী ছোৱালীক মই ভাল পাওঁ। তাই মোৰ বান্ধৱী। এন্টনীয়ে উত্তৰ দিলে।

—সেইটো কি কথা? বান্ধৱী আৰু স্ত্ৰী একে বস্তু নেকি? পিটাৰে বান্ধৱী কি বস্তু নেজানে।

এন্টনীয়ে ক'লে—ঠিক একে বুলি ক'ব নোৱাৰি। কিন্তু তাই মোৰ স্ত্রীৰ দৰেই। আমি দুয়ো এতিয়া টকা সাঁচিছোঁ। অহা বছৰলৈ ফ্লেট কিনাৰ সমান আমাৰ টকা হ'ব। এখন গাড়ীও কিনিম। তেতিয়া বিবাহিত মানুহ হিচাবে ঘোৰ সংসাৰী হৈ পৰিম। এয়ে মোৰ প্লেন।

—সেইবোৰ দেশৰ ব্যৱস্থা এনেকুৱাই নেকি? বিয়া নোহোৱা ল'ৰা-ছোৱালীক অবাধে মিলা-মিছা কৰিবলৈ সমাজে বাধা নিদিয়ে? পিটাৰৰ কৌতূহলী প্রশ্ন।

—ল'ৰা-ছোৱালী ডাঙৰ হ'লে সিহঁতৰ মিলামিছা কৰাৰ আনকি একেলগে থকাৰো সিদ্ধান্ত সিহঁতে নিজে লয়। ইয়াকে লৈ কোনেও মুৰ নঘমায়। আনকি মাক-বাপেকেও......

—কিন্তু ইয়াৰ বাবে বিপদো নাই জানো। পিটাৰে গহীন হৈ সুধিলে।

—অলপ অসুবিধা আছে। কিন্তু বিশেষ অসুবিধা বুলি ক'ব নোৱাৰি। দেশৰ চৰকাৰেই এনে ব্যৱস্থাত মত দিছে।

আঞ্জেলা মাহীয়ে আহাৰ দিলেহি। দুই বন্ধুৱে অনেক দিনৰ পাছত ওচৰা-ওচৰিকৈ খালে। পিটাৰে চালনা দি সানি গৰম গৰম ভাত মুখত দিলে। সি গোগ্রাসে খাবলৈ ধৰিলে। কিন্তু এন্টনী খোৱাত চকাছন্দা। এটুকুৰা মাছ, কেই জেবামান ভাত, কেই চামোচমান চাম্বাৰ। বচ। ইমানেই।

সিহঁতে খাই খাই গল্প কৰি গ'ল।

—বিয়াৰ নিয়ম-কাৰণবোৰ আগৰদৰেই আছেনে? এন্টনীয়ে জানিবলৈ বিচাৰিলে।

—ঠিক আগৰদৰে নহয়। আগতকৈ বেয়াহে হৈছে। পিটাৰে ক'লে।

—কি?

—এৰা, আগতে লাজ-চৰম বুলি বস্তু এটা আছিল। পণ বা যৌতুক লৈ ইমান দৰদাম নহৈছিল। আজিকালি দেশত লাজ-চৰম নোহোৱা হ'ল। সমাজত তিৰোতাৰ স্থান গৰু-ছাগলী-ভেড়াৰ দৰে হ'ল।

এন্টনী গহীন হৈ পৰিল। অলপ সময় সি অমনোযোগী হৈ পৰিল। সি মনে মনে কিবা ভাবিলে। খোৱা বাদ দি পিটাৰৰ মুখলৈ চাই থাকিল। পিটাৰৰ কিন্তু ভ্রূক্ষেপ নাই। সি এমোকোৰা এমোকোৰাকৈ ভাত মাথোন পেটলৈ থেলিছে। লগত একো টুকুৰা মাছ।

—আঞ্জেলা মাহীয়ে বঢ়িয়া ৰান্ধিছে। খা, পাৰেমানে খা।

—বৰ জলা। মোৰ জলা খোৱাৰ অভ্যাস নাই। এন্টনী ক্ষন্তেকতে বাস্তৱলৈ ঘুৰি আহি এনেকৈ কৈ পুনৰ প্রশ্ন কৰিলে—ফতিমা দেউতাৰ শেষ......

প্রশ্ন শেষ কৰাৰ আগতেই পিটাৰে ক'লে—কেৱল শেষ নহয়। এই তিৰোতা-জনীয়ে গড্উইন মহাশয়কো শেষ কৰিলে।

—কেনেকৈ ?

—ৰাম আয়েঙ্গাৰ যোৱাৰ পাছত তাই চ'ল'মনক কনকপিল্লে ( মেনেজাৰ ) কৰিবলৈ বৰকৈ খাটিলে। গড্‌উইন ৰাজী নহ'ল।

—দেউতা কিয় ৰাজী নহয় ?

—এইফালে কনকপিল্লেগিৰি বামুণৰ একচেটিয়া বস্তু। মালিক লাগে যেয়েই নহওক। চেট্টিয়াৰ, মুদালিয়াৰ, পাৰোয়া খ্রীষ্টান, নাড়াৰ। পিল্লে-পিল্লেমাৰ। মেনেজাৰ বামুণ হ'বই লাগিব। বামুণৰ নিচিনা হিচাপ কৰিব পৰা মগজ হেনো আনৰ নাই। তদুপৰি প্রয়োজনীয় কথা তেওঁলোকেহে গোপনে ৰাখিব পাৰে। তেওঁলোকক বিশ্বাস কৰিব পাৰি কিন্তু চ'লম'ন বৰ কেৰাণী হৈও বিশ্বাসী হ'ব নোৱাৰিলে। অনেকবাৰ টকা ইফাল-সিফাল কৰিবলৈ ধৰিলে। সেয়েহে প্রস্তাবটোত গড্‌উইন ৰাজী নহ'ল। কিন্তু সেইজনী তিৰোতাই তাৰ কেনেকৈ পোটক তুলিলে তাৰ......

পিটাৰে এগৰাহ ভাত মুখত ভৰালে। এন্টনীয়ে তাৰফালে চাই থাকিল।

—চুচান কাৰ্ডোজাক ঘৰত সুমুৱালে। গড্‌উইনৰ ইমান ডাঙৰ শত্রু......। পিটাৰে খোৱা শেষ কৰিলে। ঢক-ঢককৈ পানী খালে। পানীৰ ঘটিটো কাষত থৈ ক'লে—চুচান সমাজৰ শত্রু, মানুহৰ শত্রু। জীয়ন্ত চয়তান......

পিটাৰৰ মুখত ক্রোধৰ চিন। কণ্ঠস্বৰ বাঘৰদৰে গ'ল-গলীয়া।—যিটো মানুহ এইমাত্র ধৰা পৰিল সি হ'ল চুচানৰ তোনীৰ ( ডাঙৰ নাৱৰ ) টিণ্ডেল। মই তাক চিনি পাওঁ......

অলপ পৰ বৈ পিটাৰে পুনৰ ক'লে—কথাটো গড্‌উইনৰ কাৰণে লজ্জাকৰ, অপমানজনক। তাৰ পাছতেই তেখেতৰ এই ৰোগ......

এন্টনীৰ মুখৰ মাত হৰিল। সি কেৱল পিটাৰলৈ চাই আছে। পিটাৰৰ অন্তৰৰ ক্রোধ আৰু ঘৃণা লক্ষ্য কৰি আছে। তাৰ পিতৃৰ প্রতি পিটাৰৰ সহানুভূতি আছে। পিটাৰ এক স্বতন্ত্র ব্যক্তিত্ব। এন্টনীয়ে পিটাৰলৈ যিমানেই চাই আছে সিমানেই তাৰ প্রতি আকৰ্ষণ বাঢ়িছে। এয়া ল'ৰালিকালৰ আকৰ্ষণ নহয়, এই আকৰ্ষণৰ কাৰণ অন্য। নতুন কাৰণ।

দুয়োটাই হাত-মুখ ধুই আকৌ মুখা-মুখিকৈ বহিল। এন্টনীৰ অসীম কৌতূহল। সি সুধিলে—তোক কোন ছোৱালীয়ে চিঠিৰে সাৱধান কৰি দিলে ?

পিটাৰৰ মুখত লাজ লাজ ভাব। সি লাজ কাটি কৰি থৈ ক'লে—এজনী অদ্ভুত ছোৱালী। কিন্তু তোৰ বান্ধবীৰদৰে আমাৰ একেলগে মিলা-মিছা কৰাৰ সুযোগ নাই।

—এনে এজনী ছোৱালীক চাবলৈ মোৰ বৰ হেঁপাহ হৈছে। তোৰ দৰে বৈৰাগী, দলাৰ বগৰী এটাক তাই কি শক্তিৰে বশ কৰিছে ?

পিটাৰে উত্তৰ নিদিলে। এন্টনীয়ে তাৰ ফালে চালে। পিটাৰ সম্পূৰ্ণ ধ্যানমগ্ন। তাৰ চকু-মুখ দেখি ভাব হ'ল যেন সি মাটিৰ পৃথিৱীখনৰ পৰা বহুত দূৰৈত। সি যেন এতিয়া কাকো দেখা নাই। তাৰ মুখখনত এতিয়া সুকোমল সৌন্দৰ্য। চাৱনিও কোমল। পিটাৰ যে ইমান সুন্দৰ হৈ পৰিছে!

এন্টনীয়ে পিটাৰৰ মুখৰ পৰা চকু আঁতৰাব পৰা নাই। পিটাৰে ভাল পাইছে। পিটাৰৰ মনত প্ৰেমৰ গুণ-গুণনি।

—তই ছোৱালীজনীক বিয়া কৰ।

পিটাৰৰ মুখত এতিয়াও কথা নাই। অলপ পৰ দুয়োটা নীৰব। তলত থকা মানুহবোৰৰো মুখত কথা নাই। কোনোবা এটা কোঠাৰ ঘড়িত ঢং ঢংকৈ এঘাৰটা বাজিল। তেতিয়াহে এন্টনীয়ে পিটাৰৰ মাত শুনিবলৈ পালে। পিটাৰে যেন বহুত নিলগৰ পৰাহে কথা কৈছে। সি বহুত কথা কৈছে।

—এইখন দেশ দুৰ্ভগীয়াৰ দেশ। মানুহবোৰ ল'ৰাৰ দৰে অবুজন। এনে অবুজন হোৱাটোৱেই সৰ্বনাশৰ মূল। কিহে সিহঁতক আচলতে উপকাৰ সাধিব পাৰে সিহঁতে নুবুজে। সিহঁতে বুজিবও নোৱাৰে, সিহঁতক বুজিবলৈকো টান। সিহঁত পুৰণি কালৰ ভূতে পোৱা মানুহ। সিহঁতৰ গাত বহুত ভূত: ভগৱান, স্বৰ্গ, নৰক, ধৰ্ম, গুৰু, পাপ-পুণ্য। ভূতৰ প্ৰকোপত মানুহবোৰে মুকলি বতাহত উশাহ লব পৰা নাই। এই মানুহবোৰৰ মুক্ত জীৱনলৈ বৰ ভয়। একালত চীনৰ ছোৱালীক জন্মৰ পাছৰে পৰা ভৰিত লোহাৰ জোতা পিন্ধাই থৈছিল। পৰিণত বয়সত জোতা খুলি দিয়াৰ পাছত সিহঁতৰ ভৰিবোৰ শিশুৰ দৰে সৰু হৈ আছিল। সিহঁতে খালি ভৰিৰে ফুৰা-চকা কৰিব নোৱাৰিছিল। আমাৰ দেশৰ মানুহবোৰৰ অৱস্থাও তেতিয়াৰ চীনা ছোৱালীৰ দৰেই। আজিকালি আকৌ আৰু এটা ভূতে লম্ভিছেহি। ৰাজনীতি। পাৰ্টিৰ নামত, ধৰ্মৰ নামত দলাদলি। এতিয়া গুৰুৰ ঠাই দখল কৰিছে নেতাবোৰে। সমগ্ৰ দেশতে ভূতে লম্ভিছে। এন্টনী, এইখন দেশত তোৰ বহুত কাম কৰিবলগীয়া আছে। এইখন দেশত তই ওপজিছ। ইয়াৰ মাটিয়ে তোৰ শৰীৰ তৈয়াৰ কৰিছে। ইয়াৰ পানী, বতাহ আৰু ৰ'দ-বৰষুণৰ মাজত তই কুৰিটা বছৰ কটালি। জীৱনৰ আটাইতকৈ দামী কুৰিটা বছৰ। তই এই ঋণ পৰিশোধ নকৰ? এই দুৰ্ভগীয়া মানুহবোৰৰ কথা তই লেশমানো ভাবিবিনে?

এন্টনীৰ বুজাত ভুল হৈছে। তাৰ সমুখত কথা কৈ থকা মানুহটো কোন? লণ্ডন স্কুল অব্ ইকনমিক্সত তাৰ অধ্যাপক হেৰল্ড লাস্কি? ট্ৰাফালগাৰ স্কোয়াৰত অধ্যাপক জে. বি. এছ. হালডেন? নাইবা পেঞ্চিলৰ দৰে পোন জোঙা নাকৰ সেই অধ্যাপকজন, যাৰ নাম বাৰ্ট্ৰাণ্ড ৰাছেল?

পেৰেৰাসকলৰ নাও সাগৰত নমোৱা হৈছে। সেই উপলক্ষ্যে বিৰাট জনসভা। এন্টনী বীচ ৰ'ডেদি সভালৈ গৈছে। উত্তৰ ফালে মুখ কৰি গৈছে। বাঁওফালে হাৰ্ভে মিল, সোঁফালে বালিচৰ। তাৰ পাছতেই সাগৰ।

বালিচৰৰ ওপৰত ডাঙৰ পেণ্ডেল। পেণ্ডেলৰ কাপোৰ বাৰেবৰণীয়া। সিফালে বালিত হালধীয়া আৰু ৰঙা ৰং দিয়া হৈছে। ঠাইখন দূৰৈৰ পৰাই জকমকাই আছে। মানুহবোৰ তালৈ পৰুৱাৰ দৰে লানি প্যতি গৈছে। মানুহৰ মাজে মাজে একোখন গাড়ী। বিলাতী বেণ্ডত চাৰ্কাচ পাৰ্টিৰ কন্‌চাৰ্ট। দূৰৈৰ পৰাই কন্‌চাৰ্ট শুনা গৈছে।

এন্টনীয়ে ভেষ্টি[1] পিন্ধিছে। গাত ঢিলা হাতৰ পাঞ্জাবি। ভৰিত চেণ্ডেল। এই দেশৰ বতৰত এয়ে উৎকৃষ্ট পোছাক। ইয়াকে পিন্ধিলেহে এন্টনীয়ে বেচ আৰাম পায়। দুপৰৰ প্ৰখৰ ৰ'দত এই পোছাক সঁচাকৈয়ে ভাল।

এন্টনী সভাত হাজিৰ। জিল পেৰেৰাই কালি ঘৰলৈ গৈ তাক সভালৈ আহিবলৈ বিশেষভাৱে নিমন্ত্ৰণ কৰি আহিছে। নগ'লে ভদ্ৰতা দেখুওৱা নহয়। এন্টনীয়ে সাধাৰণতে এনেকুৱা মেল-মিটিঙলৈ নেযায়। পেণ্ডেলৰ কাষতে থিয় দি থকা জিল পেৰেৰাই তাক বৰ আদৰ-সাদৰ কৰিলে।—আহক, আহক। ভিতৰলৈ আহক। আপুনি অহা কাৰণে বৰ ভাল আলোঁ......

এন্টনীক হাতত ধৰি সভাৰ প্ৰথম শাৰীৰ চকি এখনত বহুৱাই দিলে। ওচৰতে এজন ডেকা। দামী চাৰ্জৰ চুট পিন্ধিছে। তেওঁৰ হাতত ৰূপৰ পাত্ৰত হালধি আৰু চন্দন গোলা গোলাপজল। এন্টনীৰ মুখৰফালে চাই আছে।

—পাত্ৰটোত দয়া কৰি হাতটো ডুবাই দিয়ক। জিলে হাঁহি হাঁহি ক'লে।—আপুনি বহুদিন বিদেশত। সেয়েহে দেশৰ আদৰ-কায়দাবোৰ পাহৰি গৈছে।

তেতিয়াহে এন্টনীৰ 'আদৰ-কায়দা'টো মনত পৰিল। চন্দন-হালধিৰ বাটিত দুই হাতৰ আঙুলি ডুবাই তুলাত ঘঁহি শুঙিব লাগে। এন্টনীয়ে তাকে কৰিলে। গোন্ধটো মনোযোগেৰে শুঙিলে। চমৎকাৰ! চন্দন আৰু গোলাপজল।

জিলৰ মুখত মোলায়ম হাঁহি। তেওঁ বিনয়ৰ অৱতাৰ হৈ এন্টনীক ক'লে—

1 ভেষ্টি—লুঙিৰ দৰে পিন্ধা এবিধ কাপোৰ।

এটা কথা কওঁ, বেয়া নেপাব যেন। আপোনাক এনে এটা বেশত দেখিম বুলি আশা কৰা নাছিলোঁ।

—এইটো পোছাক পিন্ধি বৰ আৰাম।

—হ'ব পাৰে। কিন্তু ইয়াৰ সভা-সমিতিলৈ গণ্য-মান্য লোকসকলে চ্যুট পিন্ধি আহে। এয়ে ৰীতি। ভেষ্টি-কুৰ্তা পিন্ধি আহে মাছমৰীয়াবোৰেহে। অৰ্থাৎ আপোনাৰ দৰে মানুহে এই পোছাক পিন্ধাটো একপ্ৰকাৰ......

—এই গৰমত গৰম চ্যুট ! এন্টনীৰ কণ্ঠস্বৰত বিস্ময়।

—ই মোৰ ভাগৰ ল'ৰা চেম্প্‌চন। হাৰ্ভে মিলৰ স্পিনিং এপ্ৰেন্টিচ্। দুবছৰমান পাছতেই বিলাতলৈ যাব।

এন্টনীৰ মুখত ৰহস্যময় হাঁহি।

—চেম্প্‌চন, এইফালে আহাঁ। এখেত তোমাৰ এজন আংকোল। আমাৰ ঘৰৰ ওচৰতে থাকে। ভেষ্টি-পাঞ্জাবি পিন্ধিলেও এখেতক ইয়াৰ মানুহ বুলি নেভাবিবা। খাঁটি বিলাতৰ বাসিন্দা। পুৰা চাহাব। তুমি আংকোলৰ ওচৰলৈ যাবা। বিলাতলৈ যোৱাৰ আগতে সেই দেশৰ আদব-কায়দাবোৰ আয়ত্ত কৰি ল'ব লাগিব। নহ'লে নেটিভ বুলি বদনামৰ ভাগ ল'ব লাগিব। আপুনি কি কয় ?

জিলে হাঁহিছে। এঠাইত ফাৰ্ণৰ লগত গোলাপফুল বন্ধা আছে। তাৰপৰা এটা গোলাপ তুলি লৈ এন্টনীক ক'ত পিন্ধাব তাকে ডেকাটোৱে চিন্তা কৰি আছে। কাৰণ, এন্টনীৰ পাঞ্জাবিটোত বাটন-হোল নাই।

এন্টনীয়ে ডেকাটোৰ হাতৰ পৰা ফুলটো ল'লে। সি চাৰিওফালে চাই ল'লে। চকিত চহৰৰ গণ্য-মান্য লোকসকল! পিন্ধনত দামী গৰম কাপোৰৰ চ্যুট। পিছত বহুত মানুহ থিয় দি আছে। সিহঁতে ভেষ্টি আৰু হাফ চাৰ্ট পিন্ধিছে। কান্ধত টাৱেল।

চকিবোৰ ভাড়া কৰা। টিনৰ চকি। দুফালে শাৰীকৈ পতা। মাজত খালি হৈ থকা অংশত বাটটো।

হঠাৎ হৈ-চৈ। জিল আৰু তাৰ পুতেকটো সেইফালে আগুৱাই গ'ল। এন্টনীয়ে অজানিতে সেইফালে ঘূৰি চালে। চুচান কাৰ্দোজা। সি গাড়ীৰ পৰা নামিছে। পিন্ধিছে খদ্দৰৰ কোট-পেন্ট। কিছুমানে গাড়ী আঁতৰত ৰাখি বাকী ডোখৰ খোজ কাঢ়ি আহিছে। কিন্তু চুচানৰ গাড়ী বাগিয়েদি আহি গেটৰ আগত ৰৈছেহি।

জিল আৰু তেওঁৰ পুতেক আপ্যায়নত ব্যস্ত। তেওঁলোকে চুচানক আগৰ শাৰীত বহুৱালেহি। ইতিমধ্যে এন্টনীয়ে লক্ষ্য কৰিলে যে চুচান বহা চকিখন ভাড়া কৰা চকি নহয়। ঘৰৰ পৰা কঢ়িয়াই অনা ভিক্টোৰিয়ান যুগৰ গাদীযুক্ত এখন সিংহাসনহে। চুচানৰ পিছত বহি থকা মানুহ কেইজনমানে ভেঙুচাইছে।

তেওঁলোকো গৰম চুট পিন্ধা। চুচান যেন থিয়েটাৰৰ ৰজাহে। এই মানুহবোৰ যেন পাত্ৰমিত্ৰ বা চাটুকাৰৰ দল। চুচানে দুই কাষৰ মানুহৰ লগত সককৈ কথা পাতিছে। দুই-এষাৰ কথা এন্টনীৰ কাণত পৰিছে।

—তোমালোক দুয়োটা ককাই-ভাইৰ বাবে আমি গৰ্বিত। তোমালোক আমাৰ সমাজৰ এচেট। জেকি ক'ত?

জাকিয়ে আহি চুচানৰ ওচৰত থিয় হৈ অভিবাদন জনালেহি।

—জেকি পেৰেৰা। তোমাকনো মই পাহৰিম নে?

এন্টনীৰ পুৰণি কথাবোৰ মনত পৰিছে। উনৈছ শ পনচল্লিছৰ লণ্ডন। পূৰৱ পৰা বহুত ৰিফিউজী আহিছে। নিজৰ লগত থকা সম্বলেৰে লণ্ডনত ঘৰ কিনিছে। হাইড পাৰ্কৰ ওচৰত বেজৱাটাৰ। তাৰ কাষৰ গলিত দেহ বেচা তিৰোতাৰ ভিৰ। বেজৱাটাৰত মিষ্টাৰ ভ্যালদাৰ ঘৰত এন্টনী তেতিয়া পেয়িং গেষ্ট। সস্তাত পোৱা ঘৰ।

ভ্যালদাৰ ঘৰত একপ্ৰকাৰ বিশ্বমানৱ সম্মিলন। বেছি ভাগ মানুহেই ক'লা চামৰাৰ। ইণ্ডিয়া, আফ্ৰিকা আৰু ৱেষ্ট ইণ্ডিজৰ আমদানী। মানুহবোৰ যেন ক্ষুধাৰ্ত উৰহহে। নাৰী-মাংসৰ ক্ষুধা। তাত ৰাতি নাৰকীয় কাণ্ড। ৰাস্তাৰ সস্তীয়া তিৰোতাবোৰ ভ্যালদাৰ ঘৰৰ কোঠালিয়ে কোঠালিয়ে।

ভ্যালদাৰ ঘৈণীয়েক জেনেচাকৰ বিপদ আটাইতকৈ বেছি। তাই আপত্তি কৰে।

—কি কৰিম কোৱাচোন, মিষ্টাৰ ফাৰ্ণাণ্ডো? দুজনী ডাঙৰ ছোৱালীক লৈ......

—নোটিচ ওলোমাই দিয়া। ৰাতি দহটাৰ পাছত কোনেও লগত ছোৱালী আনিব নোৱাৰিব।

নোটিচ ওলোমোৱা হ'ল। ৰাতিৰ হৈ-চৈবোৰ শাম কাটিলে। জেনেচাক খুচী। এতিয়া ভদ্ৰভাৱে থাকিব পৰা যাব। ভ্যালডা-জেনেচাক দুয়ো সন্তুষ্ট আৰু কৃতজ্ঞ।

—থেঙ্ক ইউ মিষ্টাৰ ফাৰ্ণাণ্ডো, ফৰ ইয়োৰ টাইম্‌লি এড্‌ভাইচ......বেলৰ শব্দ। দৰজা খোলাৰ লগে লগে এটা ক'লা মানুহ দেখা গ'ল। সি চিঞৰ-বাখৰ কৰিছে। সি ভালকৈ থিয় হ'ব পৰা নাই। সি বাওঁহাতেৰে এজনী ছোৱালীৰ কঁকালটো মেৰিয়াই লৈ আছে। মাৰ্কামৰা বজাৰখনৰ বেশ্যা।—ৰাতি ছোৱালী অনাটো কিয় বন্ধ কৰি দিছা? তোমাৰ কি অধিকাৰ আছে?

ওচৰতে শুই থকা এন্টনীয়ে শাৰ পাই বাহিৰ ওলাই ক'লে—ৰাতি ভদ্ৰলোকৰ টোপনি ভঙাৰ অধিকাৰ তোমাৰ নাই।

—ইউ চোৱাইন! ৰাচ্‌কেল! চান অব এ বীচ! ইউ গ' এৱে। মই তোৰ লগত কথা পতা নাই।

লগৰ ছোৱালীজনীয়ে তাৰ মুখত টেপা মাৰি ধৰিলে। সি তাইৰ হাতখন এৰুৱাই দিলে।—তইঁতৰ কি অধিকাৰ আছে দেখা যাব। মই জেকি পেৰেৰা। চান অব্ হিজ হাইনেছ মহাৰাজা অব টিউটিকুৰিন……

টিউটিকুৰিন? পেৰেৰা? এন্টনীৰ খঙে চুলিৰ আগ পালেগৈ। হয় ই মৰিব, নহয় মই মৰিম। ই কেৱল ভাৰতীয়ই নহয়; এন্টনীৰে সৈতে একে জাতৰ মানুহ। একে ঠাইৰ মানুহ।

এন্টনীয়ে নেলুত দুইটা হাতেৰে টেপা মাৰি ধৰি লাহে লাহে তাৰ কাণৰ ওচৰত ফুচফুচাই কৈছিল—বেছি উৎপাত কৰ যদি নেলু ছিডি পেলাম। পুলিচক শোধাই দিয়াৰ আগতে ইয়াতেই তই আধামৰা হ'বি।

আচৰিত কথা যে জেকি পেৰেৰাই এটা শব্দও উচ্চাৰণ নকৰিলে। পুলিচৰ কথা শুনি বেশ্যা ছোৱালীজনী নিমিষতে আঁতৰিল।

জেকি পেৰেৰা, সেই দুপৰ ৰাতি তুমি শান্ত ল'ৰা এটাৰ দৰে কোঠালৈ গৈ দুৱাৰ বন্ধ কৰি শুই আছিলা। মনত পৰিছেনে?

—তাৰ পাছত? তাৰ পাছত, জাকি পেৰেৰা, তোমাৰ জাফ্ৰুল্লাৰ কথা মনত আছেনে? ঢাকাৰ মুছলমান ডেকা মহম্মদ জাফ্ৰুল্লা। বেহেলাত নিপুণ। দিলদৰিয়া মেজাজ। তাৰ কণ্ঠত হাফিজ ৰুমীৰ গজল অপূৰ্ব। দুনিয়াৰ সকলো তাৰ মানত ভায়েকৰ নিচিনা। বিশেষকৈ ক'লা মানুহ, ভাৰতীয়। মনত আছে? তুমি মাতলামি কৰা কাৰণে পুলিচে ধৰিছিল। জাফ্ৰুল্লাইহে মোকোলাই আনি নিজৰ ফ্লেটত ৰাখিছিল। তেতিয়া চান অব মহাৰাজাৰ দেখোন খাবলৈকে হাতত পইচা নাছিল।

—জাফ্ৰুল্লাক তুমি পইচা ঘুৰাই দিছা। কিন্তু তেওঁৰ ঘৰৰ মালিকনীৰ জীয়েক এডিথক সৰ্বনাশ কৰিলা। তাই আত্মহত্যা কৰিবলগীয়া হ'ল। তাইৰ গৰ্ভৰ ল'ৰাটো এতিয়া লণ্ডনত, জাফ্ৰুল্লাৰ লগত। ল'ৰাটোৱে জাফ্ৰুল্লাক ড্যাডি বুলি মাতে।

জেকি পেৰেৰাই এন্টনীক চিনিব পৰা নাই। তাক দেখি জেকি পেৰেৰাই আনফালে চাইছে! সি মাজে মাজে চুচানৰ ওচৰলৈ গৈছে, মাজে মাজে কাৰোবাৰ লগত কথা পাতিছে। সি খুব অস্বস্তিবোধ কৰিছে। চুচানে ইফালে-সিফালে চাইছে। কোনোৱে তাক উঠি নমস্কাৰ কৰিছে। চুচানে মাথোন মূৰ দুপিয়াইছে। তাৰ প্ৰতি-নমস্কাৰ জনাবৰ প্ৰয়োজন নহয়; সি যেন বৰলাটহে। এবাৰ এন্টনীৰ চকু তাৰ চকুত পৰে। এন্টনীয়ে কিন্তু নমস্কাৰ কৰিবলৈ হাত নুতুলিলে। সি বিৰক্ত হৈ মুখখন ঘুৰাই নিলে।

বাহিৰত আকৌ হৈ-চৈ। বেণ্ডৰ বাজ্না দুগুণ ডাঙৰকৈ বাজিছে। পেণ্ডেলৰ গেইটত দুখন ধুনীয়া গাড়ী। এখনৰ পৰা এজন বগা মানুহ নামিল। পিন্ধনত

ক'লা চ্যুট। আনখনৰ পৰা ঐজন ক'লা ওখ মানুহ নামিল। তেওঁৰ গোটেই গাটো বগা আলখল্লাৰে ঢকা। কঁকালত ৰেছমৰ জৰি মেৰোৱা আছে। জৰিৰ পৰা জপৰ মালা ওলমিছে। মূৰৰ সৰু টুপীটোতো জৰি। ডিঙিত সোণৰ দীঘল চেইন। তাত ক্রুছ এডাল ওলমি আছে। ভদ্রলোকৰ সোঁহাতৰ অনামিকাত এটা আঙুঠি। তাত এটা উজ্জ্বল পাথৰ। পাথৰটো শহাপহুৰ নিচিনা। তুত্তুকুড়িৰ বিশ্বপ। বিশ্বপৰ গালত চুটি দাড়ি। ওঁঠত স্বৰ্গীয় হাঁহিৰ পাতল প্রলেপ।

—বিশ্বপ আহিছে, বিশ্বপ আহিছে……

সকলো থিয় হ'ল। চুচান আগুৱাই আহি বিশ্বপৰ হাতত চুমা খালেহি।

সভাৰ সমুখত এখন ওখ প্লেটফৰ্ম। তাত দুখন সিংহাসনৰ দৰে চকি। তাৰে এখন চকিত বিশ্বপক বহুৱা হ'ল। আনখনত চাহাব মিষ্টাৰ মেক্‌লাউড। মিষ্টাৰ মেকলাউড ফুৰ্তিবাজ মানুহ। চটফটীয়া। চেহেৰাটো আকৰ্ষণীয়। মুখত হাঁহিটো লাগিয়েই থাকে। চকুহালেও হাঁহি থাকে। পিছে মানুহটো তেনেই টপা। মূৰত চুলি নাই বুলিলেই হয়। পশ্চিমৰ ফালৰ পৰা ৰ'দত তেওঁৰ টপা মূৰটো জিলিকি আছে। বিশ্বপে নিজৰ টুপীটো খুলি তেওঁৰ হাতত দি ক'লে—এইটো আপুনিয়েই লওক। মূৰটো তেও বাচক।

—থেঙ্ক ইউ, মিঃ বিশ্বপ। মিষ্টাৰ মেক্‌লাউডে ক'লে। —এইটো মোৰ মূৰত পিন্ধিবলৈ পোৱাটো কম সন্মানৰ কথা নহয়। কিন্তু দুখৰ বিষয় যে মই মাথোন দুটি সন্তানৰ পিতৃ। আপোনাৰ দৰে অসংখ্য সন্তানৰ ফাদাৰ হোৱাৰ ক্ষমতা মোৰ নাই।

ইয়াকে শুনি সভাত হাঁহিৰ ৰোল। চ্যুট পিন্ধাসকলেও খুব হাঁহিছে।

বিশ্বপ বহা চকিৰ বাওঁফালে প্রবল আকৰ্ষণী চুম্বক। এইটো মহিলাৰ এলেকা। গণ্যমান্য ঘৰৰ মহিলাবোৰ। এন্টনীয়ে লক্ষ্য কৰিছে যে মহিলা থকা অংশটোত কাঞ্জিভৰম আৰু মহীশূৰ চিল্কৰ বাহাৰ। মহিলাৰ দলটো শকত হৃষ্টপুষ্ট গঠিত। সিহঁতৰ সযতনে কেশচৰ্চা কৰা মূৰত সুগন্ধি ফুলৰ খোপা। ঠাইখন গোন্ধতে আমোলমোল হৈছে। তাত কুলু-কুলু হাঁহিৰ সোঁত। বহুত হাঁহি চেৰ পেলাইছে, এটা নিৰ্লজ্জ হাঁহিয়ে। বেচ শব্দ হৈছে। হাঁহিটোৱে যেন কৈছে—মোক চোৱা।

সেইবাবে বহুতৰ সেইফালেই নজৰ। মুখখন এন্টনীৰ চিনাকি। দেহটোও। চৈধ্য বছৰে চেহেৰাটো অকণো সলনি হোৱা নাই। গাটো আটিল। মুখৰ কোমলতা আগৰ দৰেই। মিহি ক্রীম ধঁহাৰ দৰে। তাই যেন প্রতিমাহে। চুৰ্মা-টনা চকু। লিপ্‌ষ্টিকৰ কল্যাণত ওঁঠ দুখন খুব ৰঙা। খোঁপাৰ বাহাৰো চাবলগীয়া।

চৈধ্য বছৰৰ আগৰ কথা। জয়াম্মা। গড্‌উইনৰ ৰক্ষিতা। ৰাম আয়েঙ্গাৰৰ ৰিক্রুট। চিলোনৰ নাচনী। তাৰ পাছত সেই কেলেঙ্কাৰীখন।

আছে। ই হ'ল ইংৰাজী ৰোজাৰি শব্দৰ তামিল প্ৰতিশব্দ। এইটোৱেই নাওখনৰ নাম।

বিশ্বপ এতিয়া নাৱৰ টিঙৰ ওপৰত থিয় দি আছে। আগতেই তাত বেণ্ড পাৰ্টিটো উঠিছিল। সিহঁতে চাৰ্কাচৰ সুৰ বজাই আকাশ-জল-স্থল মতলীয়া কৰিছে। নাৱৰ নাৱৰীয়াবোৰৰ চৰ্দাৰ টিণ্ডেল এটা তজবজীয়া ডেকা। সি পাৰোৱা। সি বিশ্বপ আৰু মিষ্টাৰ মেকৃলাউডক ৰচিৰ মালা পিন্ধালে। তাৰ পাছত বিছটা নাৱৰীয়াই এটাৰ পাছত এটাকৈ আগবাঢ়ি আহি দুয়োকে ফুলৰ মালা পিন্ধালে।

বিশ্বপে আলখাল্লাৰ জেপত হাত ভৰাই এটা ৰূপৰ পাত্ৰ উলিয়ালে। তাৰে পানী চটিয়াবলৈ ধৰিলে। লগে লগে মন্ত্ৰও গাই গ'ল। তেওঁ ঘুৰি ঘুৰি গোটেই নাওখনতে পানী চটিয়ালে। শেষত টিঙৰ ওপৰত থিয় হ'ল। মিষ্টাৰ মেকৃলাউডো পিছত থিয় দি ৰ'ল। ওচৰত চুচানো থিয় দি থাকিল।

এন্টনীয়েও ঘুৰি ঘুৰি নাওখন চায়। ইয়াৰ মানুহে এনেকৈয়ে সাগৰত চলা নাও তৈয়াৰ কৰে। দেখি সি প্ৰশংসামুগ্ধ হয়। সি ভাবে, এৰা, এয়ে ভাৰতৰ নৌ-শিল্প। বহু যুগৰ আগৰ......

চুচানৰ অনৰ্গল বকবকনি—এই নাৱৰ ওচৰলৈ ভূত-প্ৰেত-দৈত্য-দানবৰ সাহস নহ'ব। খাঁটি জৰ্ডনৰ মন্ত্ৰ পাঠ কৰা পানী নাৱত পৰিব। হাজাৰ ধুমুহায়ো ইয়াক একো কৰিব নোৱাৰে......

বিশ্বপৰ ওপৰৰ কাম শেষ। তেওঁ তললৈ নামিল। লগে লগে আনবোৰো নামিল। এতিয়া বেণ্ডত অন্য সুৰ।

নাৱৰ মুখখন আগতেই সাগৰৰ ফালে ঘুৰাই থোৱা আছিল। তাৰপৰা পানী বিছ-পঁচিছ হাত আঁতৰত আছে। বিশ্বপ নাৱৰ মুখৰ ফালে গ'ল। পিছে পিছে সকলো গ'ল। সেই ঠাইত নাৱৰ পৰা এটা বটল ওলমি আছিল। বেচ ডাঙৰ বটল। এজনে ৰসিকতা কৰি ক'লে—এইবাৰ কিজানি চেম্পেনৰ বটল......

ওচৰৰ এজনে মাত লগালে—এনে কথা মুখলৈ নানিব। ৰাজাগোপালাচাৰী মুখ্যমন্ত্ৰী। সাংঘাতিক সদাচাৰী। সমগ্ৰ ৰাজ্যত প্ৰহিবিচন। বটলত গোলাপজলহে আছে।

সাগৰৰ বতাহত বটলটো অলপ লৰিছিল। বিশ্বপে খামোচ মাৰি ধৰি নাৱত খুন্দিয়াই বটলটো ভাঙি চুৰমাৰ কৰিলে। কেৱল বটলৰ ডিঙিটোহে হালি-জালি থাকিল। সকলোৱে হাততালি দিলে। এজন গণ্যমান্য বয়সীয়া মানুহে ক'লে—আমাৰ বিশ্বপ মহাশয় বটল ভঙাত ওস্তাদ। বিশ্বপে তেওঁৰ ফালে চাই হাঁহিলে।

ঠিক সেই সময়তে আকৌ সেই হাঁহিৰ চিম্ফনী। এন্টনীয়ে দেখিলে যে জয়াম্মা এতিয়া তাৰ নিচেই ওচৰত। এতিয়া দলটোত পুৰুষ-নাৰী মিহলি হৈ পৰিছে।

জেক আৰু জিলে ডাঙৰ ডাঙৰকৈ কৈছে—দয়া কৰি আপোনালোকৰ সকলোৱে নাওখনক ব্লেচিংচ দিয়ক। আশীৰ্বাদ কৰক যাতে......

সিহঁতে হাতযোৰ কৰি কৈছে। ওচৰত জিলৰ পুতেক চেম্প্ চন। তাৰ হাতত পূৰ্বৰ দৰেই ৰূপৰ পাত্ৰ। তাত বাটি খোৱা চন্দন আৰু হালধি আছে। মানুহে সেই পাত্ৰৰ পৰা আঙুলিৰে অলপ বস্তু লৈ নাৱত ঘঁহি আশীৰ্বাদ কৰিছে।

এন্টনীয়েও তাকে কৰিলে। হঠাৎ তাৰ হাতৰ ওপৰত এখন কোমল হাতৰ পৰশ সি অনুভৱ কৰিলে। সেই হাতেৰে তাৰ হাতত অলপ চন্দন-হালধি বটা লেপি দিলে। তৎক্ষণাৎ সেই হাতখন নাৱত চন্দন-হালধি বটা ঘঁহাত ব্যস্ত হৈ পৰিল। কাষলৈ চাওঁতেই তাৰ জয়ান্মাৰ চকুৱে চকুৱে পৰিল।

এন্টনী ভিৰৰ মাজৰ পৰা ওলাই আহিল। তেতিয়া সাগৰৰ বালিত খুব ফটো তোলা হৈছে। নাওখনৰ ওচৰত ফটোত উঠিছে জেক আৰু জিল; বিশ্বপ আৰু মেক্‌লাউড আৰু আন বহুতো। চুচান কাৰ্দোজাও কেমেৰাৰ আগত থিয় নোহোৱাকৈ থকা নাই।

নাৱৰ তলত এতিয়া ফাঁক। কাঠ ভৰাই ইয়াক ওপৰলৈ তোলা হৈছে। কিছুমান মানুহে ডাঙৰ ডাঙৰ লোৰ কেৰাহীত আখিয়ে আখিয়ে পকা কল ৰাখি থৈ গৈছে। এটা মানুহে কল বখলিয়াই ফেনেকা কলত এড়িৰ তেল মিহলাইছে। কিছুমানে এই বিজল মলম যেন বস্তুটো নাওখন দাং খুৱাই ৰখা কাঠত লগাইছে। নাওখনৰ ভৰ ৰখা কাঠ কেইডাল অতি পিছল।

এনেকৈ পিছল কৰাৰ পাছত পঞ্চাছটামান ভীম যেন ডেকাই নাওখন তলৰ পৰা সাগৰৰ ফালে থেলিলে। নাওখন সাগৰত পৰিলগৈ।

এন্টনীৰ এইবোৰ কাম লক্ষ্য কৰি বৰ ভাল লাগিল। এনেতে সি পিছফালৰ পৰা এটা মাত শুনিলে—কেনে আছা? সি ঘূৰি চাই এগৰাকী মহিলাক দেখিলে। তাইক চিনিবলৈ অলপ সময় লাগিল। তাই মাৰ্চি। জোচেফ মামাৰ ছোৱালী।

তাই সুধিলে—তুমি গাড়ী আনিছা?

সি ক'লে—নাই অনা। খোজ কাঢ়ি আহিছোঁ।

তাই ক'লে—তেনেহলে আহা, তোমাক পৌছাই দিওঁ।

মাৰ্চি আগুৱাই আহিল। পিছে পিছে এন্টনী।

সাগৰৰ পানী এতিয়া ছাঁইৰঙী। অলপ আগতে মাছ ধৰা নাওবোৰ উভতি আহিছে। পিটাৰ আজিও অহা নাই। কেই দিনমানৰ আগতে দুপৰ ৰাতিৰ আন্ধাৰতে সি গুচি গৈছে। পাঁচদিন ধৰি তাক কোনেও দেখা নাই।

এন্টনীৰ মনত বৰ অস্বস্তি। এটা ভূতে পোৱা ঘৰত সি অকলে। কথা পাতিবলৈ মানুহ এটা নাই। তদুপৰি মেৰীৰ চিঠি আহিয়েই আছে। তাই বাৰে বাৰে তাক মাতিছে—বিয়াখন পাতিবৰ কাৰণে। তাই হঠাতে কিয় মত সলাইছে বুজা কঠিন। অথচ ইয়াত বহুত জৰুৰী কাম পৰি আছে।

সি ৰামচন্দ্ৰ আয়াৰক দেখা কৰিছে। তেওঁ তাক জনাইছে যে গড্উইনে সকলো সম্পত্তি পিটাৰক দি গৈছে। সিফালে সিদিনা ৰাতি পিটাৰে স্পষ্টভাৱে কৈছে যে সি সকলো সম্পত্তি এন্টনীক দান কৰিব। মৃত্যুৰ আগদিনা পিটাৰে এই বিষয়ে গড্উইনৰ লগত আলচ কৰিছিল। এনেকৈ দান কৰাৰ এটা চৰ্ত আছে। কিন্তু চৰ্তটোৰ বিষয়ে পিটাৰে একো কোৱা নাই।

ঘৰ এৰাৰ দিনৰে পৰা বাপেকৰ সম্পত্তি ভোগ কৰাৰ কথা সি পাহৰি গৈছিল। সি নিজৰ ভৱিত নিজে থিয় দিব পাৰিছে, নিজে কেৰিয়াৰ গঢ়িছে। পোনতে অধ্যাপক সৰকাৰে অলপ সহায় কৰিছিল। আম্মিয়ে জাহাজ-ভাড়াৰ টকাখিনি দিছিল। তাকো মাকৰ ঘৰৰ পৰা অনা গহনা বেচি। অৱশ্যে এনেকৈ টকা দিয়াৰ এটা গোপন উদ্দেশ্যও আছিল। বিলাতত সি নিজৰ উপাৰ্জনেৰে চলিছিল। স্কলাৰশ্বিপ নোপোৱা পৰ্যন্ত হোটেল-বয়ৰ কাম কৰি খৰচ উলিয়াইছিল। ৰেল-ষ্টেচনত ট্ৰলি ঠেলিও পইচা উলিয়াইছিল।

লণ্ডন স্কুল অব্ ইকনমিক্সৰ ছাত্ৰ, জনাজাত অধ্যাপক হেৰল্ড লাস্কিৰ শিষ্য। সহপাঠী ফিৰোজ গান্ধী। ইন্দিৰা তেতিয়া নেহেৰু; গান্ধী হোৱা নাই। বিলাততে পাৰস্পৰিক আকৰ্ষণ। তাতেই প্ৰেম। এইবোৰ ঘটিছে এন্টনীৰ চকুৰ আগতে। পিছে তেতিয়া এন্টনীৰ মন পৰীক্ষাত ব্যস্ত।, আন কথা ভাবিবৰ সময় পোৱা নাছিল।

1939 চনৰ চেপ্টেম্বৰ। হিটলাৰৰ পোলেণ্ড আক্ৰমণ। ইউৰোপৰ সকলো দেশ জ্বলি উঠিল। লগে লগে পৃথিবী। এফালে এক্সিচ আৰু আন ফালে এলাইড।

এন্টনী তেতিয়া ডক্টৰ সিন্হাৰ ভক্ত। ৰাছেল স্কোৱাৰত ডক্টৰ সিন্হাৰ

কিতাপৰ দোকানখন এটা অজুহাতহে। আচলতে তেওঁ ৰাজনীতি কৰে। ভাৰতবৰ্ষৰ পৰা অহা ডেকাইঁতক ৰাজনীতিত দীক্ষা দিয়ে: ইয়াৰ পৰাই দেশৰ কাম কৰা। দেশ স্বাধীন কৰিবৰ বাবে আন্দোলন কৰা।

এটা দল গঠন হ'ল: ইণ্ডিয়ান ষ্টুডেন্টচ্ ব্যুৰো। গাওৱাৰ ষ্ট্ৰীটৰ সৰু ঘৰটোত আলোচনা সভা বহিবলৈ ধৰিলে। ইয়াৰ কেই বছৰমানৰ আগতে জন্ম হ'ল ইণ্ডিয়া লীগৰ। এই লীগৰ স্তম্ভ হ'ল দুটা: ডক্টৰ সিন্‌হা আৰু ভি. কে. কৃষ্ণ মেনন।

লণ্ডনৰ ওপৰত তেতিয়া হিট্‌লাৰৰ বোমা। ডাঙৰ ডাঙৰ ঘৰবোৰ তাচঘৰৰ দৰে খহি পৰিছে। মিনিটে মিনিটে চাইৰেণৰ ৱাৰ্নিং। মানুহ এন্দুৰৰ দৰে মাটিৰ তলত খন্দা গাঁতত। এন্টনীয়ে কিমান কষ্ট কৰি লীগৰ ৰেকৰ্ডবোৰ বচাইছিল তাৰ সাক্ষী হ'ল ডক্টৰ সিন্‌হা। মূৰৰ ওপৰত ভাগি পৰা কাঠ আৰু ইটা। তাৰ ভিতৰতে চুটকেচটো বুকুত সুমাই লৈ এন্টনীয়ে তিনি দিন তিনি ৰাতি আছিল।

তেতিয়া এন্টনীৰ মনত কোনো ভয়-সংশয় নাছিল। তেতিয়া উদ্দেশ্য আছিল মাথোন এটা: বৃটিছ, তুমি ভাৰত এৰা......

যুদ্ধৰ বছৰ কেইটা এন্টনীয়ে বহুত অভিজ্ঞতা অৰ্জন কৰিলে। অনেক কথা শিকিলে। যুদ্ধ শেষ হ'ল। কলেজ খুলিলে। আকৌ গবেষণা। থিচিচ্। পি. এইচ. ডি.।

অৱশেষত বৃটিছে ভাৰত এৰিলে। ভাৰতত দেশীয় শাসন আৰম্ভ হ'ল। অল্ড-উইচৰ ঘৰটোত ভাৰতীয় হাই কমিচনাৰৰ অফিচ। প্ৰথম হাই কমিচনাৰ ভি. কে. কৃষ্ণ মেনন। জৱহৰলালৰ বিশ্বাসী লোক। অনেক দিন ধৰি বিলাতত থকা মানুহ। বেৰিষ্টাৰ হিচাবে জীৱিকা-নিৰ্বাহ। ৰাজনীতিত পটু। নিপুণ ডিপ্লোমেট।

কৃষ্ণ মেননে এন্টনীক মাতি আনি চাকৰি দিলে।

দিল্লীৰ পাৰ্লিয়ামেন্টত হুলস্থুল। কৃষ্ণ মেননে হেনো ৰাষ্ট্ৰৰ স্বাৰ্থতকৈ নিজৰ স্বাৰ্থহে সিদ্ধি কৰাত অধিক গুৰুত্ব দিয়ে। কংগ্ৰেছৰ দক্ষিণপন্থী দলটোৰ চকুত কৃষ্ণ মেনন দাঁতৰ শূল। নেহেৰুৰ দুই কুল ৰক্ষা কৰা টান হৈ পৰে। মহা সমস্যা। নেহেৰুৱে কৃষ্ণ মেননক হেৰুৱাব নোখোজে। এনেতে ওলাল জীপ-স্কেণ্ডেল। মেননৰ শত্ৰুপক্ষৰ সুবিধাই হ'ল। বহুতে ভাবিলে যে কালৈকো কেৰেপ নকৰা কৃষ্ণ মেননে পদত্যাগ কৰিব। আত্মসন্মানত আঘাত কৰিলে তেওঁ কোনোপধ্যে সহ্য কৰিব নোৱাৰে। তেওঁ কাম এৰাৰ পাছত তেওঁৰ শিষ্যবোৰৰ অৱস্থা কাহিল হ'ব। নতুন হাই কমিচনাৰে সিহঁতক ভাল চকুৰে নেচাব। জীপ কিনাৰ লগত জড়িত থকা মানুহ কেইটা মহাজুলুমত পৰিব।

—যদি দিব খুজিছা, তেন্তে অলপ ব্রাণ্ডি দিব পাৰা। অ' নহয়। হুইস্কি নাইবা ব্রাণ্ডি। নহয়, নহয়, চ'ডাৰ দৰ্কাৰ নাই। নীট চলিব।

এন্টনীয়ে মাজে মাজে দুই-এক পেগ খায়। তাৰ মতে প্রহিবিচন অর্থহীন। তথাপি সি কিবা এটা চিন্তা কৰি ক'লে—ক্ষমা কৰিব মিষ্টাৰ কার্দোজা। মোৰ এইবোৰ নচলে।

—কি কথা কোৱাহে? বিলাতত থাকা, অথচ ড্রিঙ্ক নকৰা? সেইখন বৰফ পৰা ঠাণ্ডা ঠাইত কৰা কি? থাকা কেনেকৈ? ঠাণ্ডা দেশৰ কথা বাৰু বাদেই দিছোঁ। আমাৰ দৰে গৰম দেশতো ড্রিঙ্কৰ প্রয়োজন আছে। আৰক, তাড়ি আদি নেখালে আমাৰ দেশৰ খাটি-খোৱা কুলি-মজদুৰবোৰে কামকে কৰিব নোৱাৰে। আৰক আৰু তাড়ি সিহঁতৰ কাৰণে ভাত-মাছ। আমাৰ মুখ্যমন্ত্রীৰ যে কি গোৰামি! সমগ্র ৰাজ্যত প্রহিবিচন। আন হাতেদি প্রধানমন্ত্রী আকৌ বেচ লিবাৰেল। তেখেতে নিজেই—হিঃ হিঃ হিঃ……

হতাশ হৈ অলপ পৰ বৈ চুচানে পুনৰ ক'লে—তুমি ইয়াতে আছা যেতিয়া তোমাক লগ পাবলৈ ভালেমান মানুহ আহিব। তেওঁলোকক এন্টাৰটেন কৰাৰ প্রয়োজন হ'ব। এই অঞ্চলৰ ভাল ভাল পৰিয়ালৰ প্রায় সকলোৱেই ড্রিঙ্ক বৰ পছন কৰে। সেই ক্ষেত্রত কেৱল কফি দিলেইতো নচলিব। অলপ আনি ৰাখিবা।

ইয়াকে কৈ তেওঁ বেয়াৰাক চিঞৰিলে। বেয়াৰাটো তৎক্ষণাৎ উপস্থিত হোৱাত চুচানে ক'লে—শুন। মুত্তুস্বামী নাড়াৰৰ ষ্টেচনেৰী দোকানখন দেখিছ নহয়? ডাঙৰ ৰাস্তাটোৰ কিনাৰত। তালৈ গৈ মোৰ নাম কৈ এটা ভাল বটল লাগে বুলি ক'বি। বুইছ? এটা মোনা লৈ যাবি। মোনাত বস্তুটো ভৰাই কোনেও গম নোপোৱাকৈ গুচি আহিবি। বুইছ? যি দাম লাগে তোৰ চাহাবৰ পৰা লৈ যা……

এন্টনীয়ে এটা শিয়াল বুদ্ধিৰ মানুহৰ অভিনয় দেখি বেচ আমোদ পাইছে। তাৰ নাটকখন আৰু অলপ চাবৰ ইচ্ছা গৈছে।

বটলটো পালেহি। ব্লেক লেবেল। চুচানে গ্লাছ আনি নিজেই বটলটো খুলি মদ ঢালি ল'লে আৰু এন্টনীৰ ফালে চাই ক'লে—অলপ টেষ্ট কৰি চোৱা। মীনপাৰোৱাৰ সন্তান। অলপ ড্রিঙ্ক নকৰা? ই আকৌ কেনে ধৰণৰ কথা? তদুপৰি তুমি লণ্ডনৰ বাসিন্দা। সমাজত কেনেকৈ মিলামিছা কৰিবা? মানুহে কি ভাবিব?……

সি এন্টনীৰ ফালে গ্লাছ এটা আগুৱাই দিলে। এন্টনীয়ে ক'লে—নেলাগে। থাওক আজিলৈ। পাছে পৰে……

—তেন্তে মই অলপ……

—নিশ্চয়, নিশ্চয়।

এন্টনীৰ কণ্ঠত অতিথি-আপ্যায়নৰ সুৰ।

দুটামান ধোকা মৰাৰ পাছত চুচানে আঃ বুলি হুইস্কিৰ প্ৰশংসা কৰি ক'লে— আপোন ঘৰ এৰি বিদেশত পৰি আছা। ভাল লাগে ?

এন্টনীয়ে কেৱল চাইহে আছে। চুচানে এইবাৰ ফুচফুচাই কৈছে—এতিয়া এনে অগাধ সম্পত্তি এৰি বিদেশলৈ যোৱাটো বুদ্ধিমানৰ কাম নহ'ব। সকলোৰে সুবিধা লৈ শেষ কৰি দিব। গতিকে তুমি দেশত থকাই ভাল। ইয়াৰ পৰাই মাচ কন্টেষ্ট আৰম্ভ কৰা। মই সকলো বুজাই দিম। অলপ দিনৰ পাছতে বাই-ইলেকৃচন। অলপ টকা খৰচ কৰা। বেছি নহয়, মাথোন পঞ্চাছ হেজাৰমান। তোমাক মই এম. পি. বনাম।

গ্লাছত থকা হুইস্কিখিনি শেষ কৰি চুচানে আৰু এক পেগ বাকিলে। এধোকা খাই পুনৰ আৰম্ভ কৰিলে—এতিয়া তোমাৰ দৰে মানুহেইহে ৰাজনীতিত বৰ প্ৰয়োজন। ইয়ং, ইন্টেলিজেন্ট এণ্ড এডুকেটেড। এম. পি. হ'ব পাৰিলেই তুমি চেন্ট্ৰেলত মন্ত্ৰী হ'ব পাৰিবা। জে. এল. পিৰ কথাকে কওঁ বাৰু। তেওঁক মই ইয়াৰ পৰাই ভোটত থিয় কৰাওঁ। মই কাম্মাৰকাৰ আৰু তেওঁ মেচেক্কাৰ হোৱা সত্বেও। তথাপি আমি সকলো মীনপাৰোয়া ভাবদন। এতিয়া তেওঁ ষ্টেটৰ ফিছাৰি মিনিষ্টাৰ। আমাৰ নেক্সট্ ডোৰ নেবাৰ। তুমি দেখা কৰিবলৈ বিচাৰিলে তেওঁ বৰ সন্তোষ পাব।

চুচানে নীট দুপেগ শেষ কৰি তৃতীয় পেগ আৰম্ভ কৰিলে। তেওঁৰ দেহ-মনৰ উলাহ বেছি হ'ল।

—তোমাৰ দেউতাৰৰ লগত মোৰ যে কিমান আত্মীয়তা আছিল! বঢ়িয়া, বঢ়িয়া। গা বেচ ৰিম-জিম। তেন্তে নাড়াৰ বেটাই ঠগোৱা নাই। মাল খাঁটি। পুৰা স্কট্‌লেণ্ডৰ আমদানী। সদায় আকৌ স্কচৰ বটলত খাঁটি মাল পোৱা নেযায়। ভেজাল। দেশ অধঃপাতে গৈছে……

এনেকৈ অনৰ্গল কৈ যোৱাৰ পাছত এন্টনীয়ে সুধিলে—আপুনি কিবা মেচেক্কাৰ আৰু কাম্মাৰকাৰৰ কথা ক'লে। ইয়াৰ মানে কি ?

—মেচেক্কাৰবোৰ হ'ল টেবিলাইট। টেবুলত খানা খায়। সিহঁত ধনী-মানী, সম্ভ্ৰান্ত। তাহানি এওঁলোকেই ওলন্দাজ আৰু পৰ্তুগীজৰ লগত সনাপোটোকা হৈ আছিল। এওঁলোক সাধাৰণ মানুহতকৈ ভাঙৰ। পিছে এওঁলোকো কেথলিক মীনপাৰোৱা। একে জাত। কেৱল এওঁলোক পৰ্তুগীজ আমলৰ চোজেন পিপ্‌ল অব্ মোজেচ। আৰু যিবোৰ সাধাৰণ মীনপাৰোৱাই খাটি খায়, সাগৰত মাছ মাৰে, সাগৰত বুৰ মাৰি শঙ্খ-মুক্তা তোলে, সিহঁতেই কাম্মাৰকাৰ। সিহঁতে মাটিত বহি কাঞ্জি খায়। কিন্তু আজি এই কুৰি শতিকাতো কি এইবোৰ চলে ? সমাজৰ এই দুই শ্ৰেণীৰ মাজত বিয়া-বাৰু নহয়, আমি মেচেক্কাৰৰ মানত অচ্ছুত।

তোমাৰ কাৰণে এই ঠাইৰে অপ্সৰা যেন এজনী ছোৱালী ঠিক কৰিছোঁ। ডাঙৰ মানুহৰ ছোৱালী। ৰাজকন্যা। লগত প্ৰায় এক লাখ টকা। সম্মতি নিদিলে কিন্তু পাছত পস্তাবা।

এন্টনীয়ে আগৰ দৰেই ভেবা লাগি চাই আছে। ফাদাৰৰ মুখখন তন্ন-তন্নকৈ চাইছে। সি অস্বস্তি অনুভৱ কৰিছে। বাহিৰত হয়তো বেচেৰা সেতুৰামন আহি মনে মনে বহি আছেহি।

ফাদাৰে সুধিলে—ৰাজী ?

এন্টনীয়ে লাহেকৈ ক'লে—ৰাজী নহওঁ। এতিয়া মই একো ঠিক কৰা নাই।

ফাদাৰৰ হাঁহিটো আকৌ জামৰিল। ল'ৰাটোৰ মতিভ্ৰম হ'লনেকি ? এনে এটা সুযোগ হাতৰ পৰা এৰি দিব ?

আকৌ হাঁহিটো বিয়পাই ফাদাৰে ক'লে—বাৰু, ঠিক আছে। আৰু এসপ্তাহ সময় দিছোঁ। ভাল জিনিচ বেছি দিন পৰি নেথাকে কিন্তু। বুজিছা ? শীঘ্ৰে এটা সিদ্ধান্ত লৈ আহা। তাইক বহুতে আশা কৰিছে। এক লাখ টকা ! বহুতৰ আকৌ টকাখিনিলৈহে লোভ। অৱশ্যে তোমাৰ কথা সুকীয়া। ঠিক কৰা। বেচ ভাবি চিন্তি কথাটো ঠিক কৰা।

ফাদাৰ অলপ পৰ ৰ'ল। শেষত ক'লে—যোৱা দেওবাৰে চাৰ্চলৈ যাবা কিন্তু।

এন্টনী বহাৰ পৰা থিয় হ'ল। সহ্যৰ এটা সীমা আছে। পিছে সি মুখৰ হাঁহিটো একেই ৰাখিলে। কথাও কঠুৱা নহ'ল। সি খুব লাহে লাহে ক'লে—মিষ্টাৰ গঞ্জালভেচ, মোৰ এতিয়া জৰুৰী কাম আছে। অনুগ্ৰহ কৰি......

—হ'ব নোৱাৰে। আজি মই তোমাৰ পৰা হয়-নিচয় কিবা এটা খাটাং কথা শুনিবলৈ আহিছোঁ। তুমি দেওবাৰে চাৰ্চলৈ আহিবা। এজন কেথলিক নৰকলৈ যাব আৰু মই চাই থাকিম ? ই কেনে ধৰণৰ কথা ?

এন্টনীয়ে 'দাচন খুড়া' বুলি ডাঙৰকৈ মাতিলে। মাৰিয়াদাচন হাজিৰ হলহি ; কাৰণ সি দুৱাৰৰ ওচৰতে আছিল।

এন্টনীয়ে হুকুম দিলে—মিষ্টাৰ গঞ্জালভেচক বাহিৰত থৈ আহাচোন।

এন্টনীয়ে কাৰো ফালে নেচাই ঘপ কৰে চিড়িয়েদি নামি আহিল। মাৰিয়াদাচনৰ চকু এন্টনীৰ পিঠিৰ ওপৰত। ফাদাৰৰ মুখৰ হাঁহিটো আচলতে মাৰ গ'ল।

সন্ধ্যা বীচ ৰোডৰ কাৰ্দোজা ব্ৰাদাৰ্চৰ অফিচৰ আগত হুলস্থুল। ফুটপাথ পৰ্যন্ত মানুহৰ ভিৰ। মাছমৰীয়া মানুহৰ। উত্তৰ-দক্ষিণৰ বহুত মাছমৰীয়াৰ এই ঠাইৰ লগত সম্পৰ্ক বেছি আৰু এই ঠাইয়েই সিহঁতৰ ভাগ্য নিৰ্ণয় কৰে।

মাছ ধৰা নাও বা জাল নেথাকিলে কাৰ্দোজা ব্ৰাদাৰ্চলৈকে সিহঁত যাব লাগিব। টকা পাবা। কিন্তু সুত বহুত। পিছে বৈ থাকিলে হ'ব জানা? চিকিউৰিটিও নেলাগে। কিন্তু ৰিস্কটো কেনেকৈ কভাৰ কৰিব? সকলো সাধাৰণ মাছমৰীয়া। সম্পত্তিৰ ভিতৰত মাথোন একোটা তালপাতৰ ঘৰ। তাতে এলুমিনিয়ামৰ ফুটা থাল দুখনমান আৰু মাটিৰ চৰু দুটামান। লগতে দুটামান গাহৰি আৰু কুকুৰা। ইমানেই।

অলপ লিখা-পঢ়া জনা হ'লে সুবিধা। চহী দিয়া আৰু টকা নিয়া। নেজানিলেও বেছি অসুবিধা নহয়। চিপ চহী। মেজেণ্টাৰ চিয়াহীৰে বুঢ়া আঙুলিৰ পেটটো বোলাই বগা কাগজত বহুৱাই দিয়া। সেই কাগজত কি লিখা আছে তোমাৰ জানিবৰ দৰ্কাৰ নাই। টকা পালেই হ'ল। অৱশ্যে যিমান টকা বিচৰা সিমান টকা নোপোৱা। তাৰপৰা প্ৰথম মাহৰ সুতখিনি বাদ যাব। বাকীখিনি টকা পাই কি কৰিবা? আৰক-তাড়ি খাই দুদিনতে শেষ কৰিবা? গতিকে আমিয়েই নাও সাজি দিছোঁ। আমাৰ তাত ওস্তাদ মিস্ত্ৰী আছে। একো চিন্তা নাই। কিন্তু কাঠৰ দাম অলপ বেছি। কিন্তু সেই বিষয়ে ভাবিবৰ দৰ্কাৰ নাই। অৱশ্যে আচল আইনিপুৰচি কিনিবলৈ বহুত পইচা লাগে। দাম বেছি। ই সমুদ্ৰৰ তুফান সহিব পৰা কাঠ।

কোনো চিকিউৰিটিৰ দৰ্কাৰ নাই। কেৱল মনত ৰাখিবা, তুমি কেথলিক খ্ৰীষ্টান। বিশ্বাস তোমাৰ মূলধন। ভগবানত বিশ্বাস। চাৰ্চত বিশ্বাস। চালাকী কৰিলে ভগবানে সুদায়ে নেৰে। সাগৰ এনে এক ঠাই য'ত বোপায়ো নাই, আইয়ো নাই। তাত ভগবানেই একমাত্ৰ ভৰসা। মা মেৰীও ভৰসা। ঈশ্বৰৰ সন্তান যীশু ভৰসা। তেওঁলোকৰ নামত টকা নিয়া। নিতৌ ধৰা মাছখিনিৰ আধা দি সুত পৰিশোধ কৰা। মূলধনৰ কথা নেভাবিবা। সেয়া তোমাৰ সন্তানে পৰিশোধ কৰিব। পিছে এটা কথা। টকা ধাৰে ল'লেই কাম্মাৰকাৰ মহাজন সমিতিৰ সভ্য হ'ব লাগিব। মাছৰ একো একোটা ভাগেই হ'ল

মাহেকীয়া চান্দা। মাছ ধৰা মানুহটোৱে প্ৰতি মাছৰ এটা অংশ। জাল আৰু নাৱৰ বাবেও মাছৰ এটা অংশ।

কাৰ্দোজাইঁতৰ এয়ে আচল মূলধন। ইয়াৰ পৰাই মালবাহী তোনী। ইয়াৰ পৰাই দেশে দেশে শুকান মাছৰ কাৰবাৰ। বাৰ্মা, মালয়, চিঙ্গাপুৰ আৰু হংকঙত। মিনিকয় আৰু লাক্ষাদ্বীপৰ পৰা শুকান টুনা আমদানীৰ একচেটীয়া ব্যৱসায়।

শুকান টুনা। দেখাত এটুকুৰা শুকান ৰোজউড। কুটা পিঁয়াজ দি ইয়াৰে চিনি-চাম্বাৰ বনায়। ইডিয়াপ্পানো হয়। ই কেথলিক খ্ৰীষ্টানৰ প্ৰিয় খাদ্য।

কাৰ্দোজা ব্ৰাদাৰ্চৰ অংশীদাৰ দুজন। চুচান আৰু তেওঁৰ ভায়েক মেনুৱেল। চুচান চচিয়েল ৱাৰ্কাৰ। কংগ্ৰেছ কৰ্মী। তেওঁৰ বাহিৰত বহুত কাম। কাৰবাৰ দেখাশুনা কৰে মেনুৱেল, কিন্তু আচলতে গ্ৰেগৰী লোবো নহ'লে কাৰবাৰ অচল। তাৰ মুখখন দীঘল। ওপৰ পাৰিৰ দুটা দাঁত দঁতাল হাতীৰ দৰে ওলাই থাকে। কাণ দুখন থিয়। মানুহটো লেৰেলা। চেহেৰাটো জেঠীটোৰদৰে।

কাৰ্দোজা ব্ৰাদাৰ্চত ৰাতি দহটাতহে ভিৰ কমিল।

—ছিন্না আইয়া। এবাৰ ঘৰলৈ যাওক। গ্ৰেগৰীয়ে ক'লে। বাহিৰলৈ আহিবলৈ সিহে আগৰ পৰা চটফটাই আছিল।

মেনুৱেলে গ্ৰেগৰীৰ ফালে চালে। চকু-মুখ ভাবালেশহীন। তাৰ উঠিবৰ ইচ্ছা নাই। ক'লে—আগতে তুমি যোৱা। মোৰ আৰু কাম আছে।

গ্ৰেগৰীয়ে মিচিকিয়াই হাঁহি ৰাস্তাত নামিলহি। ঘৰটো পাই মেনুৱেলে দাৰোৱানটোক ক'লে—সমুখৰ দুৱাৰখন বন্ধ কৰি দে। মাংস আনিছ?

দাৰোৱানে মূৰ দুপিয়ালে।

মেনুৱেল অফিচৰ পাছফালে ঘৰটোলৈ আহে। সজাই-পৰাই ৰখা ঘৰ। খাটৰ ওপৰত সুন্দৰ বিছনা এখন পৰা আছে। ভৰিপঠানৰ ফালে এখন ইজি চেয়াৰ। দাঁতিত ত্ৰিপায়। আনফালে ওয়াড্ৰোব। ঘৰটোত দুটা লাইট। এটা সেউজীয়া। ঘৰৰ পিছফালে এখন দুৱাৰ। সেইখন দুৱাৰ খুলিলেই পিছফালৰ গলিটো।

কাৰ্দোজা ব্ৰাদাৰ্চৰ গেষ্ট ৰুম। কাৰ্দোজাসকলে অনেক মানুহক এন্টাৰটেন কৰিব লাগে। কাৰবাৰৰ স্বাৰ্থত। ৰাজনীতিৰ স্বাৰ্থত।

গ্ৰেগৰী এতিয়া বীচ ৰোডত। লৰালৰিকৈ খোজ দিছে। জেঠী এতিয়া চিকাৰৰ সন্ধানত। সি প'ৰ্টৰ এলেকা পাৰ হৈছে। সমুদ্ৰৰ পাৰত এটা ভগা মজলীয়া ধৰণৰ তোনী বহুদিন ধৰি পৰি আছে। মেৰামত কৰিবলৈ মালিকৰ টকা নাই। গ্ৰেগৰী সেই তোনীখনৰ ভিতৰত সোমাল। বাহিৰৰ পৰা কাকো দেখা নেযায়। তোনীৰ ভিতৰলৈ সোমোৱা বাটটো বন্ধ কৰি দিলে।

গ্ৰেগৰীয়ে ফুচ-ফুচাই সুধিলে—আহিছনে?

নাৰীকণ্ঠই উত্তৰ দিলে—কেতিয়াবাই আহিলোঁ। আইয়াৰ কাৰণে বহি বহি আমনি লাগিল, টোপনিও ধৰিছে।

গ্রেগৰীৰ বন্দবস্ত পকা। প্রায়েই সি বজাৰলৈ যায়। সুত হিছাবে মাছৰ ভাগ ঠিক মতে দিয়া হৈছে নে নাই তাকে চাবলৈ। তাতেই কেইদিনমানৰ আগতে সি এই তিৰোতাজনীক লগ পায়। মুখখন বিশ্রী। চুলিও জ'ট বন্ধা। কিন্তু দেহটো বঢ়িয়া। অসম্ভৱ আকর্ষণীয়। শিলত কটা মূর্তিৰ দৰে। কোনোমতে চাদৰে ঢকা বুকুখন যেন গড়ৰ খর্গহে।

—এই কোন?

—জোনাথান ফার্ণাণ্ডোৰ তিৰোতা। মাছ বেচিবলৈ আহিছে।

—মাছ বেচি পইচা কৰিব খুজিছ যদি ৰাতি ভগা তোনীৰ ভিতৰলৈ আহিবি। গ্রেগৰীয়ে জোনাথানৰ তিৰোতাজনীৰ কাণত ফুচফুচাই ক'লে। জেঠীয়ে পুৰা টোপ গিলিছে। তাই আজি ঠিক সময়ত ঠিক ঠাইত হাজিৰ।

তাইক গ্রেগৰীয়ে সাবট মাৰি ধৰিলে। তাই জোকাৰ মাৰি তাক আঁতৰাই ক'লে—বজৰুৱা মাইকী পাইছা? মই কি······

গ্রেগৰীৰ খং উঠিল। তাই পিছে ক'বলৈ ধৰিলে—নটিনীৰ পো জোৱাকিমে এনেদৰে নীলাম ডাকিলে আমি পাৰিম কেনেকৈ? তাৰ লগত ডাঙৰ ডাঙৰ পেৰিয়া-মুদলালিবোৰ। আমি কোন কুটা? আমাৰ কাৰবাৰ হ'ল পাঁচ ছয় আনাৰ।

তাই জানে যে জোৱাকিম গ্রেগৰীৰ মানুহ। সেয়েহে তাই আচল অভিপ্রায় জনাই দিলে—মোক খুচী কৰা, মই তেহে তোমাক আৰাম দিম। কেনেকৈ আৰাম দিব লাগে মই জানো।

—কি কৰিলে তই খুচী হ'বি? গ্রেগৰীৰ হাতখন তাইৰ বুকুত।

—আটাইতকৈ ডাঙৰ মাছ। আটাইতকৈ কম দামত।

—ঠিক আছে, ঠিক আছে। সেয়ে হ'ব। গ্রেগৰী কামোন্মত্ত।

—মোৰ মতাটোৰ সুতখিনি অলপ কমাই দিয়া। মই তোমাৰ বান্দী হৈ······

—হ'ব, হ'ব, সেয়ে হ'ব। এতিয়া······। গ্রেগৰীৰ অৱস্থা কাহিল। তাৰ তেজ উতলিছে। কামোন্মত্ত। কপালৰ শিৰ দুডাল ধপ-ধপাইছে। এনে অৱস্থাতো তাৰ মনত সন্দেহ। সি সুধিছে—সদায় আহিবিতো? তোৰ মানুহ······

—মোৰ মতাটো ইমান সময়ত সাগৰত বৰশী পেলাবলৈ যায়। ৰাতি বাৰটাৰ পাছতহে ঘৰলৈ আহে। কিন্তু তুমি জকৰ জোৱাকিমক কৈ······

—মা মেৰীৰ শপত, যীশুৰ শপত। বিশ্বাস হ'লনে? আহ এতিয়া, মই নিজেই তোক খুচী কৰাত······

একে সময়তে গেষ্ট ৰুমৰ ইজি-চেয়াৰত বহি মেনুৱেলে জলকীয়া দি বন্ধা মাংস চোবাইছে। এই পর্যন্ত এবটল আৰক শেষ। আৰু এটা বটল কাষত থোৱা

আছে। ৰাতি দুটা বজাৰ আগতে সি কেতিয়াও ঘৰলৈ নেযায়। অন্ততঃ লিনডা নোশোৱা পৰ্যন্ত। লিনডাক সন্তুষ্ট কৰাটো তাৰ কাৰণে অসম্ভৱ কথা। লিনডাক কিয়, কোনো মাইকী মানুহকে সি সন্তুষ্ট কৰিব নোৱাৰে। ডাক্তৰবোৰ অপদাৰ্থ। সিদ্ধ কবিৰাজবোৰক সিদ্ধ কৰি জোল বনাব লাগে। ইহঁত চব অপদাৰ্থ।

মেনুৱেলৰ ডাঙৰ ডাঙৰ চকু দুটা ৰঙা। আজি তাৰ দুয়োখন গালেদি চকুলো বৈছে। বুকুৰ মাজৰ কলিজাটো চুপি চুপি খাবলৈ তাৰ বৰ ইচ্ছা হয়। কিন্তু মনৰ ইচ্ছাহে। তাৰ শৰীৰ অসমৰ্থ। হাজাৰ চেষ্টা কৰিলেও……। ছালা, সিদ্ধ কবিৰাজবোৰে শই শই টকা ঘটিছে। কেৱল বহুত মাহ মদনানন্দ মোদক খাবলৈ কৈছে।

লিন্‌ডা মেমচাহাব চচাইটি লেডী। মেক আপ-টু-ডেট। চেহেৰাও সুন্দৰ। গাৰ ৰং বগা। দেহৰ গঠন অপূৰ্ব। সাজি-পাৰি ওলালে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব পাৰে। ৰ'টাৰী ক্লাবৰ ডিনাৰত তাইক কেন্দ্ৰ কৰি পুৰুষ-ভোমোৰাই গুণগুণায়। লিন্‌ডা মেমচাহাবৰ মন ভুলাবলৈ সকলো ব্যস্ত হৈ পৰে। ডেকাবোৰেও, আদহীয়াবোৰেও। ইউৰোপীয়ান ক্লাবটোত এতিয়া বেছি ভাগেই দেশী চাহাব। লিন্‌ডা মেমচাহাব তালৈ গৈ মাজে মাজে বহেগৈ। তেতিয়া পুৰুষবোৰৰ চঞ্চলতা……

লিন্‌ডাই এইবোৰ দেখি বেছ এন্‌জয় কৰে। কোনো কোনো ডেকা বহুদূৰ আগুৱাই আহে। এতিয়া লিন্‌ডাই ডিঙিটো আগুৱাই দিয়ে, ব্ৰাটো খুলি সুবিধা কৰি দিয়ে।

কোনোবা স্মাৰ্ট অফিচাৰ চহৰলৈ নতুনকৈ আহিলে লিন্‌ডাই তেওঁক ঘৰলৈ মাতে। প্লেটৰ ওপৰত ব্ৰেজ্‌ড্‌ কাট্‌লেট থৈ কোমল মাতেৰে আকৰ্ষণীয়ভাৱে কয়—আই ছেল গিভ্‌ ইউ মাই বেষ্ট।

লিন্‌ডা দেখাতহে পকা নীলম আমটোৰ দৰে। কিন্তু তাইৰ বাৰ মাহত তেৰটা বেমাৰ। চিষ্টাৰ চোফায়াই তাইক সদায় পুৱা চাই যায়হি। এইটো চোফায়াৰ দৈনন্দিন কাম। কন্‌ভেন্টৰ চিষ্টাৰহঁতে নিজে বনোৱা আঙুৰৰ মদো আনে। ৰঙা মদ। এই মদেইহে একমাত্ৰ লিন্‌ডাৰ দৰব। মাজে মাজে মদ কাঢ়া হয়। তথাপি তাই খায়। মদেহে তাইৰ অসুখ দমাই ৰাখিছে। আন হাতেদি এই অঞ্চলৰ সকলো ডাক্তৰে হাৰ মানিছে। সঠিক ডায়গোনোচিচ কৰিবলৈ কাৰো সাধ্য হোৱা নাই। কাৰ্দোজাসকলে চাৰ্চত আৰু কন্‌ভেন্টত যথেষ্ট দান-বৰঙনি দিছে বাবে আৰু মেনুৱেলে অনুৰোধ কৰাৰ বাবেও চিষ্টাৰ সদায় আহিবলগীয়া হয়।

সন্ধিয়া হ'লেই লিন্‌ডাৰ অসুখ বেছি হয়। গা-হাত-ভৰি ছিগি-যায় ভাগি-যায় কৰে। মুৰৰ বিষ হয়। একো মুখত দিবলৈ মন নোযোৱা হয়। ভোক হৰে। ৰাতি যিমানে আগুৱায়, অসুখো সিমানে বাঢ়ে। গাত জৰ জৰ ভাব। বেঞ্জামিন আহিব ৰাতি দহটাত। লিন্‌ডা মেমচাহাবৰ ঘৰটোৰ পিছ দুৱাৰেদি। বেঞ্জামিন হ'ল কাৰ্দোজা ব্ৰাদাৰ্চৰ এটা টিণ্ডেল।

সি অহাৰ আগতে লিন্‌ডাক এবাটি বটিয়াকৈ ৰন্ধা মাংস দি যায়হি। লগত আধা বটল আৰক। এই কাম কৰে তাইৰ চাকৰণী ৰাকেলাই। সমুখৰ দুৱাৰৰ ওচৰত বেৰত ভেঁজা দি তাই বহি থাকে—পাহাৰাৱালা বুলডগৰ দৰে। তাই কাকো লিন্‌ডাৰ ঘৰটোৰ ওচৰলৈ আহিবলৈ নিদিয়ে। আনকি লিন্‌ডাৰ গিৰিয়েক মেন্নুৱেলকো। এয়ে মেমচাহাবৰ হুকুম।

মেমচাহাবে এটা দীঘল চেমিজ পিন্ধে। নাইটি। ঘৰৰ পোহৰ কম। সেই পোহৰ সেউজীয়া। মেমচাহাব চকিত বহে। মজিয়াত বহি বেঞ্জামিনে গোগ্ৰাসে মাংস খায়। তাৰ লগত এধোক এধোককৈ আৰক। সি বেছিকৈ খাবলৈ বিচাৰে। কিন্তু মেম-চাহাব বৰ কাঢ়া। 'ইমানেই খাব লাগে। আৰু এটোপাও বেছি খাব নোৱাৰা।' মেম চাহাব বৰ হুচিয়াৰ। আৰকে অলপতে ধৰে। বেছি হ'লেই বিপদ।

খাই লৈ বেঞ্জামিনে মেমচাহাবৰ নাইটিৰ ৰচি খুলিব। অলপ পাছতে মেম-চাহাবৰ গাখীৰ যেন বগা শৰীৰটো ওলাই পৰিব। বেঞ্জামিনৰ অতি চিনাকি শৰীৰ। এইটো শৰীৰৰ ভূগোল বেঞ্জামিনৰ মুখস্থ। সি টেলকাম পাওদাৰৰ টেমাটো লৈ মেমচাহাবৰ সমগ্ৰ শৰীৰত পাওদাৰ চটিয়াব। বেঞ্জামিনে এনেকৈয়ে কাম আৰম্ভ কৰে। মেমচাহাবে বিছনাত গাটো এৰি দিব। বেঞ্জামিনে মেচেজ কৰিব। পোনতে ভৰিত, তাৰ পাছত কৰঙনত। তাৰ পাছত আৰু ওপৰত।......

বেঞ্জামিনৰ বয়স ত্ৰিছৰ ওচৰাওচৰি। স্বাস্থ্যবান তজবজীয়া ডেকা। প্ৰকাণ্ড প্ৰকাণ্ড তোনীক বশ মনোৱা তাৰ হাত দুখন লোহাৰ দৰে টান। সি লিন্‌ডাৰ শৰীৰৰ কোমল মাংসবোৰ খামোচ মাৰি মাৰি ধৰি তাইক অনাবিল আনন্দ দিব।

সি মেমচাহাবৰ গাটো পিহি থাকিব। এবাৰ নহয়, দুবাৰ নহয়, অনেক বাৰ। দুঘন্টামানৰ পাছত মেমচাহাবৰ গতিমতি আন এফালে ঢাল খাব। বেঞ্জামিনে কথাটো ভালকৈ বুজি পাব। মেমচাহাবৰ তেতিয়া উশাহবোৰ ঘন ঘন হ'ব। নাকৰ পাহি দুটা ফুলি উঠিব। মেমচাহাবে তলৰ ওঁঠখন কামুৰি ধৰিব।

তেতিয়া মেমচাহাবক বেছি জোৰেৰে মেচেজ কৰিব লাগিব। লগে লগে সৰুকৈ চাপৰ একোটাও মাৰিব লাগিব। দৌৰ দিয়া ঘোঁৰাৰ খুৰৰ শব্দৰ দৰে শব্দ এটা হ'ব লাগিব। এনে সময়তে লিন্‌ডা মেমচাহাবে বেডচুইচত টিপা মাৰি কোঠাটো অন্ধকাৰ কৰি বেঞ্জামিনক গুৱাই লৈ তাক অজগৰৰ দৰে মেৰিয়াই ধৰিব।

এনে সময়ত বেঞ্জামিনৰ সদায় মনত পৰে চুজিৰ মুখখনলৈ। তাইৰ শৰীৰটোলৈয়ো। চুজি তাৰ ঘৈনীয়েক। বাইছ বছৰীয়া ছোৱালী। শৰীৰেৰে আৰাম দিব পৰা ছোৱালী চুজিৰ দৰে আৰু কোনো হ'ব নোৱাৰে। দুয়োৰে প্ৰেম গাঢ়। বেঞ্জামিনে কয়—চুজি, তোৰ সমান আৰু কোনো হ'ব নোৱাৰে। চুজিয়ে কয়—তেন্তে সেই হাৰামজাদীজনীৰ ওচৰলৈ যাব্ব কিয়?

—গৰু ম'হে পাল খোৱা দেখিছ? যিটো ষাড় এই কামত লিপ্ত তাৰ মালিকৰ

বেচ লাভ হয়। মালিকে পইচা পায়। মষো ষাড়। নহ'লে মাহে মাহে ইমান টকা, ভাল ভাল খোৱা বস্তু ক'ত পাবি? বজাৰত বস্তুৰ দাম কিমান তই জান? তোক সুখী ৰাখিবলৈকে এইবোৰ লেতেৰা কাম কৰিছোঁ।

এটা সময়ত বেঞ্জামিন সুককা মাৰি ওলাই আহে। পিছ দুৱাৰেদি গলি সোমায়হি। লিনডাৰ দেহটো তেতিয়া ধুনা তুলাৰ পাঁজিৰ দৰে পৰি থাকে। লিনডাৰ গভীৰ টোপনি হয়।

ৰাতি দুটা বজাৰ সময়ত মেনুৱেল মনে মনে ঘৰলৈ আহে। বিচনাত পৰিয়েই নাক বজোৱা আৰম্ভ কৰে। মেনুৱেলৰ নাকত মেঘৰ গৰ্জন। লিন্ডাই বিৰক্ত হৈ চুইচ টিপি লাইট জ্বলায়। একেলগে দুগিলাচ পানী খায়। বিছনাত মেনুৱেলক দেখে। জঘন্য। তাইৰ ঘিণ লাগে। সমান তালত নাক বাজিছে। সি একতীয়াহৈ শুইছে। কেৰাবিয়েদি লেলাৰতি বৈছে। এয়ে প্ৰতি ৰাতিৰ ৰুটীন।

কিন্তু আজি হঠাৎ ইয়াৰ ব্যতিক্ৰম হ'ল। বেঞ্জামিন নাহিল। দহটা। চাৰে দহটা। এঘাৰটা—ৰাকেলা, তাৰ আজি কি হ'ল অ'? এতিয়ালৈকে নাহিল দেখোন। এবাৰ চাগৈচোন।

ৰাকেলা ৰাস্তা পালেগৈ। তাত জনপ্ৰাণী এটাও নাই। তাই অন্ধকাৰত পিছ ফালৰ গলিৰ মূৰটো পালেগৈ। এটা হৃষ্ট-পুষ্ট তজবজীয়া ল'ৰা দেখি তাই ক'লে—ৰ'চোন। তোৰ লগত কথা আছে।

ৰাকেলা লৰালৰিকৈ আহি মেমচাহাবক ক'লেহি—বেঞ্জামিনে গড্উইনৰ ঘৰত চুৰ কৰিবলৈ গৈ ধৰা পৰিছে। সি এতিয়া হাজোতত। এটা নতুন ল'ৰা আনিছোঁ। দুৱাৰ খুলি ৰাখিবা……

—লেতেৰা-পেতেৰা নহয়তো? চোৰ-তোৰ নেকি? বেমাৰ-চেমাৰ……

—চাই লবা। পছন্দ হ'লে ৰাখিবা। ন'হলে পঠাই দিবা। কিন্তু সি একদম ভাংকা মাল। তাৰ কিজানি বিয়া-চিয়া হোৱা নাই।

—নতুন কাৰণে সি চব কাম বুজিব জানো? লিন্ডাৰ সন্দেহ।

—অলপ অচৰপ শিকাই বুজাই ল'বা। ৰাকেলাৰ মুখত হাঁহি। তাই লৰালৰিকৈ পিছ ফালৰ গলিটোলৈ গ'ল। কাৰণ ল'ৰাটোক পাছ ফালৰ বাটটো দেখুৱাই দিব লাগিব।

সমুদ্র নিশ্চল। ক'তো ঢৌ এটা নাই। ৰ'দ প্ৰখৰ। আকাশ নিৰ্মল। নীলা আকাশ সুন্দৰ। আবেলিৰ বতাহ বলিবলৈ বহু সময় আছে।

সিংগাৰায়ণে সাগৰলৈ চাই চাই বহি আছে। নাওখন ভাঁহি আছে। মিছা-মাছবোৰ পলাই পত্ৰং দিছে। পানী নিৰ্মল কাৰণে তলিখনো দেখা যায়।

সাগৰতলিত নানা ৰঙৰ ফুল। ৰঙা, নীলা, সেউজীয়া, বেঙুনীয়া। সাগৰ-তলি বাগিছাৰ দৰে। শিলৰ ওপৰত ফুলৰ গছ। বাগিছাখন পাৰৰ কাষৰ পৰা গভীৰ সমুদ্ৰলৈ নামি আহিছে। পাৰত এতিয়া ছাঁ। মিউনিচিপেলিটিয়ে বহুত গছ ৰুইছে। চহৰৰ ভাঙৰ মানুহৰ ল'ৰা-ছোৱালীবোৰ এইফালে ফুৰিবলৈ আহে। দুপৰীয়াটো জনপ্ৰাণীহীন।

খটং! এটা শিলগুটি তাৰ ভৰিৰ ওচৰত পৰিছে। সি ভৰি দুখনলৈ চাইছে। সি ভাবিছে, শিলগুটিটো ক'ৰ পৰা পৰিল বাৰু। নাই, কোনো নাই। এনে চোকা ৰ'দত ইয়ালৈ এতিয়া কোন আহিব? তাৰ লগৰ কেইটাই কিজানি পেট পুৰাই খাই ফত্তি মাৰি শুইছে। আজি দেওবাৰ। সকলোৰে ছুটী। সেয়েহে কোনো মাছমৰীয়া সাগৰলৈ অহা নাই। পেৰিয়ানাই তেওঁৰ নাও লৈ গৈছে নাল্লাতানি থিৰুৰ[1] ফালে। সেই নাওখন সিংগাৰায়ণৰ বাপেকৰ। মাজে মাজে বাপেকৰ নাওখন লৈ সাগৰত অনাই-বনাই ফুৰি সিংগাৰায়ণৰ বৰ ভাল লাগে।

খটং, খটং, খটং। এটাৰ পাছত এটাকৈ কেবাটাও শিলগুটি নাৱত পৰিল। সিংগাৰায়ণে পাৰৰ ফালে চাইছে। হঠাৎ হাঁহিৰ খিলখিলনি। হাঁহি হাঁহি গা নচুৱাই নচুৱাই গছৰ আঁৰৰ পৰা এজনী প্ৰায় পোন্ধৰ-ষোল্ল বছৰীয়া ছোৱালী ওলাই আহিছে। পিন্ধনত বগা ফ্ৰক। বৰ কটা চুলি। আঠুলৈকে লিপিট খোৱা মোজা। বৰ মৰম লগা চেহেৰা। সিংগাৰায়ণৰ তাইক চিনাকি যেন লাগিছে।

—কেনেকৈ ভয় খুৱালোঁ দেখিলা? তুমি পানীত ইমানকৈ কি চাইছা? ছোৱালীজনীয়ে হাঁহি হাঁহি কৈছে।

—সৰু সৰু মাছবোৰ চাইছোঁ। সিংগাৰায়ণে গহীনাই উত্তৰ দিলে। সি ছোৱালীজনীক এতিয়া চিনি পাইছে। জেন। বেনী মিৰাণ্ডাৰ ছোৱালী।

1 থিৰুৰ—মিঠা পানীৰ দ্বীপ।

বেনী মিৰাণ্ডা চহৰৰ এজন জনজাত সম্ভ্ৰান্ত লোক। সিংগাৰায়ণৰ বাপেকে মিৰাণ্ডাৰ তোনীত কাম কৰিছিল। নাৱৰীয়া হিছাবে। সেই হেতুকেই সিংগাৰায়ণৰ তেওঁলোকৰ ঘৰলৈ অহা-যোৱা। তেতিয়া তাৰ বয়স আঠ-ন বছৰ। তেতিয়াই এই ছোৱালীজনীৰ লগত খেলিছিল। সিংগাৰায়ণে তাইক চিলা বনাই দিছিল। ধেনু সাজি দিছিল। তাই যি কয় তাকে কৰিছিল। তাৰ ভাল লাগিছিল। সি নেথাকিলে ছোৱালীজনীৰো খেল নজমিছিল। এতিয়া তাই দেখোন বেচ ডাঙৰ হ'ল। ৰূপতো অপেচৰী।

—এইবিধ সৰু মাছৰ নাম প্লাংটন। আমাক চিষ্টাৰে শিকাইছে……

—অ', হয় নেকি? মই হ'লে এইবোৰ নাম নেজানো। তুমি স্কুলত পঢ়া?—ইয়াকে কৈ সি নাওখন পাৰত লগাই দিলে।

—স্কুলত নহয়; কলেজত। ফাৰ্ষ্ট ইয়েৰ। জেনে গৰ্বেৰে ঘোষণা কৰিলে।

—একদম লেডী! ইয়াকে কৈ সি জাপ মাৰি পাৰত থিয় হ'লহি।

—সিংগাৰায়ণ, তুমি আমাৰ ঘৰলৈ নাহা কিয়?

—সময় ক'ত? সি গহীন হৈ ক'লে। নাওখন গছ এজোপাত বান্ধি সি তাইৰ মুখামুখি হ'ল। আকৌ ক'লে—সাগৰত মাছ মাৰি সময়কে নেপাওঁ। পিছে এই ভৰ দুপৰত তুমি অকলে কি কৰিছা?

—প্লাংটন চাইছোঁ; চি-এনিমোন চাইছোঁ।

—তেনেহলে বেছ চিনি পোৱা। এইবোৰ তলত কি কোৱাচোন।

—পানীৰ তলত যে সৌবোৰ বাগিছাৰ ফুল যেন দেখিছা, আচলতে সেয়া বাগিছাৰ ফুল গছো নহয়, ফুলো নহয়। কি জানা? এইবোৰ এক প্ৰকাৰৰ প্ৰাণী। মানে মিছা মাছ, তৰা মাছ বা জেলি মাছৰ নিচিনা প্ৰাণী।

—সঁচা? বঢ়িয়া কথা। সিংগাৰায়ণৰ মনত বিস্ময়ৰ ভাব। সিও দশমমান শ্ৰেণীলৈকে পঢ়া। কিন্তু এইবোৰ কথা সি নেজানে। সি সুধিলে—তুমি এইবোৰ কথা জানা কেনেকৈ?

—আমাৰ চিষ্টাৰ চোফায়াৰ পৰা। চিষ্টাৰে কয়, নেচাৰৰ দৰে মনোৰম বস্তু একো থাকিব নোৱাৰে। এয়া চোৱা, তুমিতো এইবোৰক ফুলৰ গছ বুলি ভাবিছিলা! এইবোৰ গছ হ'বই নোৱাৰে। মই পাৰত বহি ভালকৈ চাইছিলোঁ। এই প্ৰাণীবোৰৰ দেহৰ ভিতৰৰ পৰা হেজাৰ হেজাৰ সৰু-সৰু শুঁড় ওলাইছে। শুঁড়বোৰ কিমান লাহে লাহে লৰিছে, দেখিছা? নচুৱাইছে যেনহে লাগিছে। চিষ্টাৰে কয় যে নেচাৰক চাবৰ বাবে এনেকুৱা নিৰিবিলি ঠাই লাগে। য'ত মানুহৰ ভিৰ তাৰ পৰা নেচাৰক চোৱাটো বিড়ম্বনা মাথোন। আৰু এটা বস্তু চাই লোৱা।

জেনে খপহ কৰে সিংগাৰায়ণৰ হাতখনত ধৰিলে। ক'লে—এইফালে আহাঁ। হাতত সাৰে ভৰিত সাৰে……

হাতৰ স্পৰ্শত সিংগাৰায়ণৰ দেহত শিহৰণ উঠিল। ইয়াত জনপ্ৰাণী এটিও নাই। চৌদিশ নিমাত। এনে এটা অৱস্থাত এই পৰী যেন ছোৱালীজনীয়ে তাক টানি লৈ গৈছে। তাই ডাঙৰ হৈছে; অথচ তাইৰ লাজ-সংকোচ নাই। কোনোবাই যদি দেখে?

কেইজোপামান গছৰ মাজত সিহঁত থিয় দি ৰ'ল। তাই চিঞৰিলে—সৌৱা চোৱা।

পাতল সেউজীয়া ৰঙৰ দুটা পখিলা যোৰ পাতি আছে। দুটাৰ মুখ দুখন দুফালে। মাত্ৰ পিছফাল দুটাহে এঠা লগাদি লাগি আছে। দুয়োটা পখিলা এটা পাতৰ ওপৰত। পাতটো অকণো ল'ৰা নাই। দৃশ্যটো কাগজত আঁকা ছবিৰ দৰে। তাকে দেখি সিংগাৰায়ণৰ যোৰ বন্ধা কুকুৰ-কুকুৰণীৰ দৃশ্য এটা মনত পৰিল। কাণ্ডটো তেনেকুৱাই। এনেকৈ বান্ধ খাই থকা কুকুৰৰ যোৰা সি বাটে-পথে বহুত দেখিছে। ইয়াৰ গূঢ়াৰ্থও সি নজনা নহয়। সি মনে মনে বৰ লাজ পাইছে। সি কৈছে—ছিঃ, অসভ্য……

জেনে ওঁঠত আঙুলি এটা থৈছে। তাই কৈছে—চুপ। যেন স্কুলৰ বাইদেউ-হঁতৰহে ধমক। তাই সিংগাৰায়ণক আঁতৰলৈ টানি আনি সুধিলে—ছিঃ অসভ্য বুলি কিয় কৈছা?

জেনৰ খং উঠিছে। কাণ দুখন ৰঙা পৰিছে। তাই কৈছে—লাজ পাবলৈ কিটো আছে? আচলতে কথাটো কি জানা? চিষ্টাৰ চোফায়াই কয়, এয়া প্ৰজনন। প্ৰাণীবোৰে এইদৰে সন্তানৰ জন্ম দিয়ে। দাৰুণ চিৰিয়াচ কথা……

সিংগাৰায়ণে হাঁহিছে। হাঁহি দাঁত উলিয়াই কৈছে—জানো।

—জানা যদি দাঁত উলিয়াই হাঁহিছা কিয়? এনেকুৱা কথাত হাঁহিলে মোৰ ভীষণ খং উঠে।

এতিয়া সিংগাৰায়ণৰ মুখখন আঁজলা ল'ৰাৰ দৰে হৈ পৰিছে। করুণ মুখ। সি যেন ভয়ানক অন্যায় এটাহে কৰিছে। সিহঁত দুয়োটা এতিয়া নিমাত। সিংগাৰায়ণে লাহে লাহে কৈছে—আৰু এনে নকৰোঁ……

—তুমি মোক সাগৰৰ বুকুলৈ লৈ যাবা?

—নিশ্চয়। এতিয়াই নিম। উঠা।

এনেকৈ ক'লে যদিও তাৰ পেটে পেটে ভয়। যদি কোনোবাই দেখা পায়।

—কোনে আৰু দেখিব……

—তোমাৰ দেউতাৰাই।

—দেউতা সম্প্ৰতি মাদ্ৰাজত। তাৰ পৰা দিল্লীলৈ যাব। কয়লাৰ ঠিকা ল'বৰ বাবে দেউতা বৰ ব্যস্ত হৈ পৰিছে। বলা, মোৰে শপত।

সাগৰত এতিয়া ভাটা। পানীও পাৰৰ পৰা ভালেখিনি দূৰৈত। জৰি টানি সিংগাৰায়ণে নাওখন ওচৰলৈ আনিলে। ক'লে—নামা।

জেনে ভয় লগা যেন দেখুৱাই ক'লে—বহুত তলত দেখোন। জপিয়ালে পানীত পৰি যাম।

এতিয়া তাইৰ ওস্তাদী ভাবটো নাই। সৰু ছোৱালী। ভয় খাইছে। সিংগাৰায়ণে একে জাপে নাৱত উঠি হাত আগবঢ়াই দিছে। তাই চকু মুদি সিংগাৰায়ণৰ দুহাতক ভৰসা কৰি নিজকে এৰি দিছে।

সিংগাৰায়ণৰ দুয়োটা হাতত যেন অজস্ৰ ফুলৰ পাহি। জেনৰ চুলিত পাতল সুগন্ধ। সিংগাৰায়ণৰ হিয়া উজনী ভাটী। এটা ভাল পোৱাৰ সোৱাদ। এনেধৰণৰ সোৱাদ জীৱনত এয়ে প্ৰথম। তাই তাৰ বুকুত। তাইক বুকুৰ পৰা আঁতৰাবলৈ তাৰ একেবাৰে ইচ্ছা হোৱা নাই। ভাব হৈছে যেন সিহঁত অনবৰত এনেকৈয়ে......। কিন্তু নিমিষতে তাৰ ভীষণ লাজ।......ছিঃ, ছিঃ, মই কি কৰিছোঁ? এনেকৈ মনে মনে ভাবি সি জেনক নাৱৰ তক্তাত বহুৱাই দিলে। সি নাও চলালে।

ছোৱালীজনীৰ মনত অপাৰ আনন্দ। তাই হাততালি দিবলৈ ধৰিলে।—কিমান সুন্দৰ! অপূৰ্ব! সাগৰখন ইমান বিশাল!

হঠাৎ তাইৰ চকু সিংগাৰায়ণৰ প্ৰশস্ত সুগঠিত বুকুখনৰ ওপৰত, ফুলি উঠা পেশীবোৰৰ ওপৰত। তাই তাৰ বুকুখন আৰু বাহুত হাত ফুৰালে।

—তোমাৰ গাত বৰ জোৰ। নহয়নে? তুমি মোক অনায়াসে দাঙি ল'ব পাৰিলা। মইতো এতিয়া ডাঙৰ হৈছোঁ। মোৰ ওজন ষাঠি কেজি।

সিংগাৰায়ণে হাঁহিছে; দুহাতেৰে ব'ঠা মাৰিছে। সিহঁত গৈ আছে হেয়াৰ আইলেণ্ডৰ ফালে।

—এতিয়াও তোমাক মাৰই বকে? সিংগাৰায়ণে জানিবলৈ বিচাৰিছে।

জেন হ'ল বেনী মিৰাণ্ডাৰ প্ৰথম পক্ষৰ কন্যা। দ্বিতীয় পক্ষৰ পত্নী গৰাকীয়ে অনবৰত বকি থাকে। তাই কাজিয়াত পাকৈত। সিংগাৰায়ণৰ তাইক ভাল নেলাগিছিল। তাই মাক নথকা ছোৱালী, মাউৰী। সিংগাৰায়ণৰ তাইলৈ পুতৌ উপজিছিল। এতিয়া সেইবোৰ কথা তাৰ মনত পৰিছে।

জেনৰ উলাহৰ ভাবটো থিতাতে নোহোৱা হ'ল। বেলুন এটাহে যেন পিন মাৰি ফুটোৱা হ'ল। তাইৰ দুচকুত পানী। কোনো উত্তৰ নাই। তাইক দেখিয়েই সিংগাৰায়ণ অপ্ৰস্তুত হ'ল। তাই বহু পৰৰ মূৰত ক'লে—মোক কোনেও ভাল নেপায়। মায়েও, দেউতায়ো। দেউতা ঘৰত নেথাকেই।

হঠাৎ তাৰ মুখত হাঁহি আৰু একে সময়তে চকুত পানী। তাৰ তাইক

আকোৱালি লৈ অজস্ৰ চুমাৰে ওপচাই পেলাবৰ ইচ্ছা হৈছে। চুমা খাই চকুৰ পানী নাইকিয়া কৰিবৰো তাৰ ইচ্ছা হৈছে।

—আমাৰ চিন্টাৰে মোক বৰ ভাল পায়। চিন্টাৰ চোফায়া। তুমি তেওঁক দেখিলে আৰু কেতিয়াও পাহৰিব নোৱাৰা। বৰ ধুনীয়া। তেওঁ বৰ ভাল পঢ়ায়। সেয়েহে মোৰ কলেজত থাকিহে ভাল লাগে। ঘৰলৈ আহিবলৈকে মন নেযায়।

জেনৰ মুখখন অযথা গম্ভীৰ। তাই কয়—তুমি মোক সকলোতে বৰ ভাল পাইছিলা। সিংগাৰায়ণ, তুমি মোক পুনৰ ভাল পাবা?

সিংগাৰায়ণে ব'ঠা মাৰি ক'লে—তোমাক যি দেখিব সিয়েই ভাল পাব। সি এতিয়া জেনক নয়ন ভৰি চাইছে। দৃষ্টি তীব্ৰ। ছোৱালীজনীয়ে তাৰ লগত ধেমালি কৰিছে নেকি? নিশ্চয় কৰা নাই। কাৰণ তাইৰ চকুমুখত তেনে পাতল ভাব নাই। তাই গহীন। সি এজনী সৰু ছোৱালীক চোৱাদি তাইলৈ মৰমেৰে চাইছে। এৰা, এই অকণমানি ছোৱালীজনী মৰমৰ বাবে বিয়াকুল……

জেনৰ চুলিবোৰ আউল-বাউল। কিছুমান চুলি কপালত পৰিছে। এখন হাতেৰে কপালৰ চুলি আঁতৰাই আকৌ সুধিলে—তুমি মোক ভাল পাবা?

—নিশ্চয়।

—তেনেহলে ব'ঠাপাত থোৱা। তুমি মোৰ কাষত বহা। নাওখন যেনি যায় যাওক।

জেন যেন মহাৰাণীহে। আগতেও তাইৰ কথা সি পেলাব নোৱাৰিছিল আৰু এতিয়াও নোৱাৰে। বঠাপাত থৈ সিংগাৰায়ণ জেনৰ ওচৰ পালেগৈ। তাই তাৰ মজপুত কঠিন হাতখন তাইৰ বুকলৈ আনি ক'লে—এইবাৰ সঁচাকৈয়ে প্ৰতিজ্ঞা কৰা—মা মেৰীৰ নামত—তুমি মোক ভাল পাবা……

সিংগাৰায়ণৰ বুকুখনে যেন ধানহে বানিছে। ভিতৰৰ পৰা এটা দাৰুণ চাপ। সেই চাপৰ প্ৰভাব অপৰিসীম। তাৰ হাত দুখন আপোন-আপুনি ওপৰলৈ উঠিল। সি জেনক টানি আকোৱালি ধৰিলে। কোনো ফালে নোচোৱাকৈ সি জেনৰ মুখ চুমাৰে ওপচাই পেলালে।

সেই সময়ত সাগৰত অলপ অলপকৈ বতাহ বলা আৰম্ভ হ'ল। নাওখন গৈ গৈ হেয়াৰ আইলেণ্ড পালেগৈ।

মাদ্ৰাজ ল কলেজ হোষ্টেললৈ কনকাম্মালৰ জৰুৰী তাৰবাৰ্তা। শীঘ্ৰে আহঁা। দেউতাৰাৰ বেমাৰ। ৰামন পাছদিনা সদামঙ্গলমত।

দেউতাকৰ অৱস্থা সংকটজনক। কণকৰ নাচ চলিছিল। তেখেতে বজাইছিল। হঠাৎ মগজৰ ধমনী ছিগাৰ কাৰণে তেখেত অজ্ঞান। তেখেতে আৰু জ্ঞান ঘূৰাই নেপালে।

ঘৰত মাকৰ কান্দোন আৰু লগে লগে অভিশাপ। ক'লে—ৰামন, তোৰ দেউতাৰক সেই ডাইনীজনীয়ে খালে।

তাৰ দেউতাক মৰাৰ পাছত কণকমাই সকলো বিসৰ্জন দিলে। আঠুলৈকে পৰা দীঘল চুলিটাৰ কাটিলে আৰু বিধবাৰ বেশ ল'লে। ঘৰত নাচগান বন্ধ। কনকমাই সকলো হেৰুৱালে। নিঃস্ব হ'ল।

ৰামনৰ মাকে তলে তলে ভনী-জোঁৱায়েক সুন্দৰৰাজনৰ লগত হাত মিলালে। —এই ডাইনীজনীক গাঁৱৰ পৰা খেদা। তাইক নিঠৰুৱা কৰা। এয়া হ'ল মাকৰ কথা। সুন্দৰৰাজনৰ পৰামৰ্শও হ'ল তেনেকুৱাই। সি মাদ্ৰাজৰ খ্ৰীষ্টিয়ান কলেজৰ গ্ৰেজুৱেট। তামিলনাড়ুৰ এণ্টি-নাচ মুভ্‌মেণ্টৰ এজন ডাঙৰ পাণ্ডা।

তেতিয়া দেশত দুটা ডাঙৰ আন্দোলন। স্বদেশী আন্দোলন আৰু এণ্টি-নাচ আন্দোলন। এই দুয়োটা আন্দোলনৰ মাজত তামিলনাড়ু তোলপাৰ। ইফালে ৰামনৰ মনতো তোলপাৰ।

ব্ৰিটিছ ভাৰত এৰা। আমাৰ দেশ আমি নিজে শাসন কৰিম। আমাৰ হাতত শাসনৰ ভাৰ দিয়া। এয়ে নেচনেল কংগ্ৰেছৰ দাবী আৰু আবেদন-নিবেদন। আনফালে টেৰৰিষ্ট মুভ্‌মেণ্ট। ইহঁতক মাৰিম আৰু খেদিম। বঙ্গ, পঞ্জাব, মহাৰাষ্ট্ৰ আৰু মাদ্ৰাজৰ বহু ঠাইত অফিচাৰক হত্যা আৰু চৰকাৰৰ ধেমাধৰাবোৰক হত্যা। কাগজত বিপ্লৱীক ফাঁচী দিয়াৰ খবৰ। ব্ৰিটিছ চৰকাৰ বিৰক্ত। ৰাজভক্তসকলো বিৰক্ত।

ৰামনৰ চকুত এটা কথা ধৰা পৰিছে। এণ্টি-নাচ মুভ্‌মেণ্টৰ প্ৰায় সকলো পাণ্ডাই ৰাজভক্ত। পেণ্ডুলামৰ গতি তেতিয়া অন্য ফালে। ৰামানুজনৰ কথাটো সত্য। যাক অধীনত ৰাখিব লাগে তাৰ জাতীয়তাবোধৰ মেৰুদণ্ডত আঘাত কৰা আৰু প্ৰাচীন ঐতিহ্যক নিশ্চিহ্ন কৰি পেলোৱা।

এনে সময়তে ট্ৰেনত এজন ভদ্ৰলোকৰ লৈতে দেখা হয়। ভদ্ৰলোকৰ নাম জি. এস. আৰুণ্ডেল। বিলাতৰ শিক্ষক। এগৰাকী মহিলাৰ আহ্বানত তেওঁ ঘৰ-বাৰী আৰু চাকৰী এৰি ভাৰতলৈ আহিছে। শ্ৰীমতী এনী বেচান্ত। এতিয়া এনী বেচান্ত আৰু আৰুণ্ডেলৰ দেশ একেখন: ভাৰতবৰ্ষ।

—ভাৰতত কি আছে? কিয় বিলাত এৰি ইয়ালৈ……

—ভাৰতৰ প্ৰাচীন ঐতিহ্য অদ্বিতীয়, তুলনাহীন।

—সেয়া হ'ল ইয়াৰ দৰ্শন। কিন্তু ইয়াৰ সমাজ……

—পুৰণি সমাজ। ইয়াত ভাল বেয়া দুয়োটা আছে।

—ভাল আৰু ক'ত? দেবদাসী প্ৰথা আছে। নাচ-গান, ভালগাৰিটি……

—আপুনি কিয় এনেকৈ কয়? দেবদাসীয়েহে এইখন দেশৰ নাচগানৰ পুৰণি ঐতিহ্য জীয়াই ৰাখিছে। তেওঁলোক নোহোৱা হ'লে সকলো শেষ হ'লহেঁতেন। মোৰ স্ত্ৰী ৰুক্মিণী দেবী। সম্ভ্ৰান্ত বামুনৰ ঘৰৰ ছোৱালী। তেওঁ নাচ শিকিছে। এনী বেচান্তৰ মতে ভাৰতনাট্যম বিশ্বৰ শ্ৰেষ্ঠ নাচ। এই নাচ উচ্চস্তৰৰ কলা-সাধকহে নিৰ্ভুলভাৱে পৰিবেশন কৰিব পাৰে।

ৰামন হতবাক!

তাৰ পাছতেই এনী বেচান্তৰ লগত দেখা হয়। এনী বেচান্তে ৰামনক পথৰ নিৰ্দেশ দিলে। ক'লে—তুমি ৰসিক, কলাকুশলী শিল্পী। তোমাৰ দেউতাৰা এগৰাকী মহান সঙ্গীতসাধক আছিল। তুমিও ইয়াৰে সাধনা কৰা। এই এন্টি-নাচৰ যোগ্য প্ৰত্যুত্তৰ দিয়া।

ফাদাৰ যোজেচ বিপাঙত পৰিল। তেওঁ হাৰ মানিলে। এয়ে হ'ল এন্টি-নাচৰ যোগ্য প্ৰত্যুত্তৰ। নাচ শিকাৰ প্ৰয়োজন। কণকমাৰ নাচৰ কথাও তেওঁৰ মনত পৰিল।

—কণকমা, তুমি মোক নাচ শিকাবা?

—বোপা, মোৰ সাধনা আছিল ৰসিক শিল্পীৰ মনত ৰসৰ যোগান ধৰা। মই তাকেই কৰিছোঁ। তেওঁ গুচি গ'ল। ময়ো নাচ এৰিলোঁ। মোক আৰু অনুৰোধ নকৰিবা। তুমি মোৰ গুৰু নটেচন আয়াৰৰ তালৈ যোৱা। মেলাটুৰ গাঁৱলৈ। তেওঁ নটৰাজৰ অৱতাৰ……

মাদ্ৰাজ আৰু মেলাটুৰ। তাঞ্জাবুৰৰ মেলাটুৰ গাঁও। ভিট্ৰাৰ নদীৰ পাৰত। মাজে মাজে এদিন দুদিন সদামঙ্গলমত। হঠাৎ এদিন তেওঁৰ দৃষ্টিগোচৰ হ'ল যে সুন্দৰৰাজনে মাকক হাত কৰি, তেওঁৰ পৈত্ৰিক সম্পত্তি গ্ৰাস কৰিব খুজিছে। ৰামন অলপ দিন ঘৰত থাকিল। সুন্দৰৰাজনক অপমান কৰি ঘৰৰ পৰা খেদিলে। ঘৰৰ সকলোকে সাৱধান কৰি দিলে। সি যেন পুনৰ ঘৰ নোচাপেই।

এনী বেচান্তৰ দাবী হ'ল হ'মৰুল। ভাৰতবাসীয়ে নিজেই নিজক শাসন কৰিব।

ব্ৰিটিচ, তুমি ইয়াত হাত নিদিবা। হ'ম ৰুলৰ দাবীৰ ভিত্তিত গঢ়ি উঠিল হ'ম ৰুল লীগ। এনী বেচান্তে নিজ হাতে গঢ়িলে। মাদ্ৰাজত ৰামন এই লীগৰ এজন প্ৰধান কৰ্মী। নিউ ইণ্ডিয়া নামৰ কাগজখন হ'ল লীগৰ মুখপত্ৰ। এই কাগজৰ বাবে প্ৰবন্ধপাতি যোগাৰ কৰাৰ আৰু প্ৰুফ চোৱাৰ দায়িত্ব হ'ল ৰামনৰ।

1917 চনত তেওঁ মাদ্ৰাজৰ পৰা কলিকতালৈ যোৱা ভলণ্টিয়াৰ দলৰ নেতৃত্ব ল'লে। তাত নেচনেল কংগ্ৰেছৰ অধিবেশন হৈছিল। সভাপতি আছিল শ্ৰীমতী এনী বেচান্ত।

মাদ্ৰাজৰ কলেজ-ইউনিভাৰচিটিৰ ছাত্ৰৰ মাজত দেশৰ হকে ভবা ছাত্ৰৰ সংখ্যা খুব কম আছিল। সকলোৰে উদ্দেশ্য আছিল—পঢ়াশুনা কৰি পৰীক্ষা পাচ কৰি ভাল চাকৰি এটা লৈ নাইবা ভাল ব্যৱসায় এটা কৰি পইচা উপাৰ্জন কৰি সুন্দৰী তিৰোতাৰ স্বামী হৈ সুখে-সন্তোষে বাস কৰা।

এনেবিধৰ ছাত্ৰৰ মতিগতি সলনি কৰাৰ প্ৰয়োজন। ছাত্ৰ সংগঠনৰ প্ৰয়োজন। সেয়েহে সংগঠনৰ কামত ৰামনে নিজক সঁপি দিলে। এই বিষয়ে আলোচনা হ'ল, তৰ্কবিতৰ্ক হ'ল। সভা-সমিতি হ'ল। এনেদৰে বহুদিন ধৰি কঠোৰ পৰিশ্ৰম। 1918 চনত ষ্টুডেণ্ট্‌চ কন্‌ভেন্‌চন হ'ল। ৰামন চুপ্ৰীম কমিটিৰ সদস্য হ'ল। জইণ্ট চেক্ৰেটাৰীও হ'ল। আন এজন জইণ্ট চেক্ৰেটাৰী আছিল উড়িষ্যাৰ লিঙ্গৰাজ পানীগ্ৰাহী।

ইয়াৰ ভিতৰতে এদিন তেওঁ মেলাটুৰ গাঁৱত উপস্থিত হ'লহি। নটেছন আয়াৰক ঘৰতে পোৱা গ'ল।

—মই নটেছন আয়াৰ। বোপা, বহাচোন। তোমাৰ নাম কি?

ওচৰত থিয় দি আছে এনে এজন মানুহ যাৰ মুখ আৰু দেহৰ ক'তো অকণো কোমলতা নাই। দৃষ্টিও কঠিন। দাঁতৰ পাৰি দৃঢ়, বুকু ওখ আৰু বহল, পেশী-সমূহ স্ফীত। বিশেষকৈ বুকু আৰু হাতৰ পেশী। মূৰৰ আগ ভাগত চুলি নাই।

ৰামনে আয়াৰ এনেকুৱা বুলি ভবাই নাছিল। কিন্তু তেওঁ ৰামনে ভবাতকৈ বহুত বেলেগ। চেহেৰাত পৌৰুষৰ চিন। এজন বলী মানুহ। গাত ক'তো অকণো অতিৰিক্ত মঙহ নাই। ক'তো অকণো চৰ্বি নাই। ৰ'দত শুকোৱা লাখুটিৰ দৰে চেহেৰা।

তুমি কিয় আহিছা? —মাতটো কিন্তু বেচ কোমল।

ৰামনে কনকমাৰ চিঠিখন তেওঁক দিলে আৰু সাষ্টাঙ্গে প্ৰণিপাত জনালে।

—তুমি যথেষ্ট পঢ়াশুনা কৰিছা। পণ্ডিত পিতৃৰ পণ্ডিত পুত্ৰ। আগতে ভৰতৰ নাট্যশাস্ত্ৰখন পঢ়া। তাৰ পাছত তোমাক নিজে নাচ শিকাম। চিদাম্বৰমৰ নাৰায়ণ শাস্ত্ৰী এতিয়াও জীয়াই আছে। এই বিষয়ত তেখেত অদ্বিতীয়। দুমাহৰ পাছত আকৌ আহিবা......

মেলাটুৰৰ পৰা চিদাম্বৰম। অধ্যাপক নাৰায়ণ শাস্ত্ৰী। শাস্ত্ৰীৰ বয়স নব্বৈৰ ওচৰাওচৰি। এতিয়াও শৰীৰটো অকণো হলা নাই। গাৰ ছাল অলপহে সোতোৰা-সুতুৰি পৰিছে। এই বয়সতো চেহেৰাটো সুন্দৰ। আকৰ্ষণীয়। এটাও দাঁত লৰা নাই। মূৰৰ চুলিহে পকা। চুলি চুটি চুটিকৈ কটা। মূৰৰ পিচফালে টিকনি। কপালত বিভূতি।

ৰামনে নিজৰ পৰিচয় দিলে।

আহঁা, আহঁা বুলি তেওঁ ৰামনক আলহ-উদহ কৰি দেখুৱালে। পণ্ডিতগৰাকী বৰ হলহলীয়া স্বভাৱৰ। অকণো পাণ্ডিত্যৰ অহংকাৰ নাই।

—তোমাৰ দেউতাৰাৰ বাজনা মোৰ এতিয়াও কাণত বাজি আছে। সেই বাজনা কণকৰ নাচৰ লগত বৰ মিলিছিল। তুমি ইয়াতেই থাকি যোৱা। সেই বাহিৰৰ ঘৰত......।

ৰামনে মাত্ৰ কিন্তু কিন্তু কৰিলে। তাকে শুনি আয়াৰে ক'লে—এনেকৈ কিন্তু কিন্তু কৰিলে নহ'ব। নটেছনে পঠিয়াইছে যেতিয়া মই তোমাৰ দায়িত্ব ল'লোঁ। পৃথিৱীৰ সকলো নাচ-গান কৰা মানুহ মোৰ আত্মীয়।

ৰামন হতবাক! বৃদ্ধ পণ্ডিতজনৰ তেওঁ কাৰো প্ৰতি সুকীয়া ভাব নাই; সকলো আপোন। তেখেতে কৈ গ'ল—ইয়াত বাদেও নাট্যশাস্ত্ৰ অধ্যয়ন কৰাৰ আগতে মই তোমাক লৈ কিছুমান ঠাই ঘুৰিব লাগিব। নাচৰ ভঙ্গীবোৰ দেখুৱাব লাগিব। কেৱল দেখুৱাই নহয়, সেইবোৰৰ নাম মুখস্ত কৰোৱাব লাগিব। তাতে এমাহমান সময় লাগিব। গতিকে তুমি দুমাহ ইয়াত থাকিবই লাগিব।

ইয়াকে কৈ তেখেতে সুন্দৰী বুলি কাৰোবাক মাতিলে। এজনী ছোৱালী ভিতৰৰ পৰা ওলাই আহিল। তাইক দেখিয়েই ৰামনৰ বুকুত শিহৰণ। ইয়াতকৈ হ'ম কৰ আহিব লাগিছে আৰু ত্ৰিচিছে ভাৰত এৰিছে বুলি ভবাও সহজ। ৰুক্মিণী আম্মালৰ কন্যা ৰত্নামাল অধ্যাপক শাস্ত্ৰীৰ ঘৰত আছে বুলি ভবাটো বৰ টান। অসম্ভৱ কথা!

—এওঁ কোৰ্দণ্ড ৰামন। সদামঙ্গলমৰ অনন্ত কৃষ্ণানৰ বেহেলা শুনিছা? এওঁ অনন্ত কৃষ্ণানৰে ল'ৰা। বহুত লিখা-পঢ়া জনা ল'ৰা। এওঁ মোৰ ওচৰত নাট্যশাস্ত্ৰ পঢ়িব। মোৰ সৌভাগ্য। এওঁৰ যেন থকাৰ কোনো অসুবিধা নহয়। সুন্দৰী, তুমিয়েই দেখাশুনা কৰিবা।

শাস্ত্ৰীয়ে অভিভূত হৈ থকা ৰামনলৈ চালে আৰু ক'লে—এই ছোৱালীজনীয়েই মোক দেখাশুনা কৰে। মোৰ নাতিনী ৰত্না......

ৰত্নাৰ মূৰটো দোঁ খালে। যেনেকৈ ওলাইছিল তেনেকৈয়ে ভিতৰলৈ সোমাই গ'ল।

ৰামনৰ ৰুক্মিণী আম্মালৰ মুখখন মনত পৰিল। শাস্ত্ৰীৰ মুখৰ লগত সেইখন মুখৰ তফাৎ নাই। ৰামন আচৰিত।

মগজত অনেক চিন্তা। তেওঁৰ বহুত কাম। হ'ম ৰুল লীগ। নিউ ইণ্ডিয়া পেপাৰ। ষ্টুডেণ্ট্চ কন্‌ভেনচন। ইয়াৰ ভিতৰতে জুনিয়ৰ হিচাবে বাঘ যেন উকীল পতঞ্জলি শাস্ত্ৰীৰ তলত এপ্ৰেন্‌টিচ। বাৰলৈ অহা-যোৱা কৰিব লাগে। ইমান কামৰ মাজতে তেওঁ লুকাই ৰখা মণিৰ বাকচটো মাজে মাজে খুলি চায়। বাকচটো ভেল্‌ভেটেৰে তৈয়াৰী। লাহে লাহে তেওঁ খুব সাৱধানে সাফৰটো খোলে। সেই মুখ, সেই মঙহাল চেলাউৰি। তাৰ তলত বিলৰ গভীৰ পানীৰ দৰে জিলমিল চকু। জোঙা নাক। হীৰাৰ নাকফুলি……

এতিয়া সেই জীৱন্ত মূৰ্তি চকুৰ আগত। তাইক তেতিয়া পায়ো পোৱা নহ'ল। কাৰণ হ'ল সংস্কাৰৰ ভূতটো। এতিয়া ধাৰণাটো সুকীয়া। তাই ৰামন সলনি হৈছে বুলি জানেনে? এতিয়াৰ ৰামন আৰু আগৰ ৰামন নহয়।

সেইদিনা সন্ধিয়া নাৰায়ণ শাস্ত্ৰীয়ে ক'লে—ভাৰতত শিৱৰ দুটা ৰূপ। দুটা ৰূপেৰে আচল মৰ্ম কিন্তু একে। শিৱ সুন্দৰৰ দেৱতা, আনন্দৰ দেৱতা। এক শিৱ, লিঙ্গমূৰ্তি। অন্য শিৱ, মহাকাল।

—তুমি নাড়ী চাব জানা? হাতত আঙুলি চেপি ধৰা। দেখিবা যে তাত তেজৰ ঢৌ এবাৰ কমিছে, এবাৰ বাঢ়িছে। মাজত অলপ সময়ৰ বিৰতি। ইয়াত ছন্দ আছে, তাল আছে। বুকুৰ ধপধপনিও ঠিক তেনেকুৱাই। তাতো এনেকুৱাকৈ তেজৰ নাচোন চলি আছে। সময়ান্তৰত উঠা-নমা। ইয়াকে নাচোন নোবোলে জানো? সময়ৰ আন নাম কাল। সময়ৰ আৰম্ভনিও নাই, শেষো নাই। সেয়েহে সময় হ'ল মহাকাল। কোনো এক অজান মুহূৰ্তৰ পৰা মহাকালৰ নাচোন আৰম্ভ হৈছে। সেই নাচোন বন্ধ হোৱা নাই। তাৰ শেষ নাই। এই মহাকালৰ নাচোনেই দিনৰাতি। ইয়েই পৃথিৱীৰ সূৰ্যক কেন্দ্ৰ কৰি কৰা পৰিভ্ৰমণ। এইদৰে গ্ৰহ, উপগ্ৰহ, চন্দ্ৰ, নক্ষত্ৰ আদি সকলো ঘূৰিছে। এই অনাদি অনন্ত আকাশৰ শূন্যতাৰ মাজতো মহাকালৰ নাচোন চলিছে।

—মহাকালেই নটৰাজ। সূৰ্য, চন্দ্ৰ আৰু তৰাবোৰে অগ্নিপিণ্ডৰ দৰে তাৰ চৌপাশে ঘূৰিছে। মহাকালৰ নাচোনত ছ'টা ঋতুৰ পুনৰাবিৰ্ভাব ঘটি আছে। বছৰ বছৰ ধৰি। পুৰণি মৰিছে। নতুনৰ জন্ম হৈছে। এই সকলোবোৰ ঘটিছে এটা ছন্দেৰে। নাচোনৰ তালেৰে। মনৰ আকাশেই হ'ল চিদাম্বৰ। সেই মন-আকাশৰ পটত তুমি মহাকাল নটৰাজৰ নাচ চোৱা। তাম্বি, তুমি আয়েঙ্গাৰ বৈষ্ণৱ……

শাস্ত্ৰীৰ কথাত এতিয়া অলপ ঠাট্টা কৰাৰ সুৰ।—কিন্তু নাচৰ সকলোখিনিয়েই শিৱৰ। তুমি বৈষ্ণৱৰ গোৱামি এৰিব লাগিব।

এইবাৰ শাস্ত্ৰীয়ে খুব হাঁহিলে।

ৰামনৰ চকু ৰঙা। নাই, নাই, মোৰ তেনেকুৱা গোৰামি নাই। এনী বেচান্ত আৰু জৰ্জ আৰুণ্ডেলে মোৰ গোৰামি নাইকিয়া কৰিলে। ৰামনে তৎক্ষণাৎ উত্তৰ দিলে।

—অ', হয় নেকি? বৰ ভাল কথা। আচলতে জাত-ফাত একো নাই। যি নাচে, গায়, ছবি আঁকে, কাব্য ৰচনা কৰে, এওঁলোক সকলোৱেই এটা জাতৰ। এওঁলোক ৰসিকৰ জাত। এওঁলোকৰ ৰসক বুজোৱাৰ ক্ষমতা থাকে আৰু থাকে ৰস সৃষ্টি কৰাৰ শক্তি। এওঁলোকৰ সকলোৰে মনৰ ভিতৰত নটৰাজৰ নাচোন চলি থাকে। ৰসিক মানুহৰ মন চিদাম্বৰমৰ মন্দিৰ……

ৰামনৰ এনী বেচান্তৰ কথা মনত পৰিল। এনী বেচান্তে কচ্মিক শব্দটো ব্যৱহাৰ কৰে। সেয়ে আকাশ। আকাশ অনাদি অনন্ত। এই আকাশত নটৰাজৰ নাচ। ইংৰাজীত কচমিক ডেন্স। লগে লগে তেওঁৰ মনলৈ আহিল সাগৰৰ জোৱাৰৰ দৃশ্য।

দুৱাৰৰ কাষত- মিঠা মাত—খাবলৈ আহকচোন।

ভিতৰৰ দুৱাৰেদি শাস্ত্ৰীৰ লগত ৰামন গৈ ঘৰৰ ভিতৰ পালেগৈ। ভিতৰত সৰু চোতাল এখনো আছে। তাৰ বাওঁফালে ৰান্ধনিঘৰ। ওচৰতে সোঁফালে দুটা ঘৰ। ৰান্ধনিঘৰৰ মজিয়াত আসন পাতি থোৱা আছে। ওচৰত ৰাতিৰ আহাৰ। ৰত্নাই একো কোৱা নাই। পাতত চাম্বাৰ, ভাত, তৰকাৰি, দৈ আৰু ঘোল। খাই থাকোঁতে তাই কিবা লাগিব নেকি বুলিও সোধা নাই।

শাস্ত্ৰীয়ে হাঁহি মুখে খাইছে। কথা কোৱা নাই। সম্ভৱ এই ব্ৰাহ্মণ পণ্ডিতজনে খোৱাৰ সময়ত কথা নকয়।

ৰামন ৰাতি বাহিৰৰ ঘৰৰ সুন্দৰ বিছনাত পৰিহে আছে। টোপনি হ'লে অহা নাই।

তেওঁৰ মনত অস্বস্তি। এটা অপৰাধবোধ। শান্ত নয়নযুগল তাৰ চকুত ভাঁহি উঠিছে। ঘনাই ঘনাই। তাইৰ মুখত এষাৰো মাত শুনা নগ'ল! মনে মনে থাকি শান্ত চকু দুটাই যেন কৈ গ'ল—তুমি অপৰাধী। ৰামন, তুমি যিমানেই বিদ্বান নোহোৱা লাগে, তুমি মানুহক মানুহ বুলি নেভাবা। সাধক শিল্পীক তুমি তেওঁৰ প্ৰাপ্য সন্মান দিব নোখোজা। তুমি এঘৰত গৈ নেখাই গুচি আহিছিলা। অনুৰোধ কৰা সত্বেও তুমি কাণসাৰ দিয়া নাছিলা। তুমি অপৰাধী……

—তাইৰ পৰা মই ক্ষমা-ভিক্ষা খুজিব লাগিব। তাইৰ মনৰ বাতৰি ল'ব লাগিব। তাইক জনাব লাগিব যে তাইৰ অবিহনে মই জীয়াই থকাটো সম্ভৱ নহয়।……

নাচ বা গানবাজনাৰ সাধনাত মনটোক সদায় তুষ্ট কৰি ৰাখিব লাগে; ৰসসিক্ত কৰি ৰাখিব লাগে। যোৱা কেইমাহমানৰ ভিতৰতে এইটো কথা ৰামনে ভালকৈ উপলব্ধি কৰিব পাৰিছে। তেওঁৰ দেহ আৰু মনে তাইকেই বিচাৰিছে। ৰত্নাক।……

# 25

চিদাম্বৰমৰ নটৰাজ মন্দিৰ শ্ৰীৰঙ্গমৰ মন্দিৰৰ দৰে ডাঙৰ নহয়। পিছে বৰ সৰুও নহয়। মন্দিৰৰ চৌপাশে চাৰিখন তোৰণ, গোপুৰম। শাস্ত্ৰীয়ে ৰমনক লগত লৈ গোটেই মন্দিৰটো চালে। খুব পুৰাতে। কাউৰীয়ে কা-কা নকৰোঁতেই। মন্দিৰত তেতিয়া মানুহ প্ৰায় নায়েই।

মঙ্গলৰাতি এইমাত্ৰ শেষ হৈছে। শাস্ত্ৰীয়ে ক'লে—আগতে নাচৰ ৰজাক চাই আহোঁ।

গৰ্ভগৃহৰ আগত দুয়োজন থিয় হ'লহি।

নাচৰ ৰজা নটৰাজ। সঙ্গীতৰো ৰজা। অভিনয়ৰো ৰজা। ওস্তাদৰ ওস্তাদ নটসকলৰ ৰজা।

—ভৰতৰ নন্দনশাস্ত্ৰৰ মতে ক'লা চৌষষ্টি প্ৰকাৰৰ। ইয়াৰ ভিতৰত নৃত্যকলাই শ্ৰেষ্ঠ। নাচ, গান আৰু অভিনয় সুকীয়া সুকীয়া কলা। নৃত্যকলাই কিন্তু ঐ সকলোকে সামৰে। শাস্ত্ৰীয়ে সৰু সৰুকৈ কৈছে।

সোঁ ভৰিটো দাঙি নটৰাজে নাচিছে। বাওঁ ভৰিটো কিঞ্চিৎ ওপৰলৈ উঠিছে। গোটেই ভঙ্গীটোৱেই ঢৌৰ নিচিনা। সমুদ্ৰৰ ঢৌ। ঠিক ভাগি পৰাৰ আগৰ অৱস্থা।

নটৰাজৰ এহাতত ডম্বৰু, আনটো হাতত অগ্নিপিণ্ড। মূৰ্তি যেন নেলাগেই। অদ্ভুত জীৱন্ত। নটৰাজক এটা চক্ৰই বেৰি আছে। তাত অনেক অগ্নিপিণ্ড। এয়ে আকাশ বুলি সহজে বুজিব পাৰি। আকাশত থাকে চন্দ্ৰ, সূৰ্য আৰু বহুত তৰা। সেইবোৰে নাচে। চন্দ্ৰই নাচে, সূৰ্যই নাচে, তৰাই নাচে। তাৰ মাজত নটৰাজে আপোন পাহৰি নাচে। ভৰিৰ তলত এটা শিশু। শিশু পৃথিৱী। সদ্যজাত। ৰামনৰ ভাব হৈছে, শিশুটোৱেও যেন নাচিছে। ৰামনে যেন শুনিবলৈ পাইছে ডম্বৰুৰ ডুগ ডুগ ধ্বনি।

ইমান পৰ ৰামন চিন্তাত বিভোৰ হৈ আছিল। শাস্ত্ৰীয়ে গাত হাত দিয়াতহে তেওঁ বাস্তৱৰ পৃথিৱীখনলৈ ঘুৰি আহিল।

তেওঁলোক দুয়ো আকৌ বাহিৰত। বহুত সময় পাৰ হৈছে। বেলিৰ ৰেঙনি হেলনীয়া হৈ মন্দিৰত আৰু গোপুৰমত পৰিছে। শাস্ত্ৰীয়ে ৰামনৰ ওচৰত থিয় দি কৈছে—চোৱা, তাম্বি, গোপুৰমৰ বেৰৰফালে ভালকৈ চোৱা……

বেৰত ভালেমান মূৰ্তি। শিব বিয়া কৰাবলৈ গৈছে। পিছত বৰযাত্ৰীৰ দল। দেব-মুনি-ঋষি-মানুহ-ভূত-প্ৰেত। তাৰ পাছতেই শিবৰ বিয়া। হৰপাৰ্বতীৰ হাতত বন্ধন। পাৰ্বতীৰ মুখৰ লাজকুৰীয়া হাঁহিটো বৰ মিঠা। ষোল্লবছৰীয়া ছোৱালী এজনীয়েহে যেন বৰৰ হাতত ধৰিছে। চাৰিওফালে গান-বাজনাৰ জোৱাৰ। মৃদং, মুৰজ আৰু বীণা বজোৱা দৃশ্য। এঠাইত শিবই ত্ৰিপুৰ অসুৰক বধ কৰিছে। ৰামনে সকলো তন্ন-তন্নকৈ চাইছে। শাস্ত্ৰীয়ে সিমান লক্ষ্য কৰা নাই। মাত্ৰ অহা-যোৱা কৰা বাটটোৰ ওপৰৰ বেৰখনলৈ আঙুলিয়াই দেখুৱাইছে।

বহুতো সৰু সৰু মূৰ্তি। ওপৰৰ পৰা তললৈ নামি আহিছে। শাস্ত্ৰীয়ে নেদেখুৱাহেঁতেন ৰামনৰ চকুতে নপৰিলহেঁতেন। ভালকৈ চালে ধৰিব পাৰি যে এইবোৰ মূৰ্তি খোদিত কৰা লোকসকল আনতকৈ উচ্চ স্তৰৰ। আটাই কেইটা মূৰ্তিয়েই নাচৰ ভঙ্গী দি থকা।

ৰামনে সুধিলে—মুঠতে এনেকুৱা মূৰ্তি কিমান?

—এশ আঠটা। ভৰত মুনিৰ নাট্যশাস্ত্ৰত এশ আঠটা কৰণৰ কথা কোৱা হৈছে।

—কৰণ কি? ৰামনৰ চুটি প্ৰশ্ন।

শাস্ত্ৰীৰ দুচকুত আলোৰ পৰশ। অধ্যাপক শাস্ত্ৰীয়ে ৰামনক বুজাইছে। ভৰতৰ নাট্যশাস্ত্ৰৰ লগত শাস্ত্ৰীৰ গভীৰ পৰিচয়।

—নাচ আৰম্ভ কৰাৰ আগতে শিল্পী এঠাইত স্থিৰ হৈ থিয় দি থাকিব। অকণো লৰচৰ কৰিব নোৱাৰিব। আনকি চকুৰ পতাও স্থিৰ হৈ থাকিব লাগিব। শিল্পীয়ে শিলত খোদিত কৰা মূৰ্তিৰ দৰে নিশ্চল হৈ থাকিব লাগিব। এনেকৈ বিশেষ ভঙ্গীত থিয় দি থকাকে স্থানক বোলে।

—ইয়াৰ পাছতেই বাজনা আৰু গানৰ লগে লগে শিল্পীয়ে ভৰি পেলোৱা আৰম্ভ কৰিব। এনে অৱস্থাক কয় চাৰী। চাৰীত ভৰি পেলোৱাৰ লগে লগে হাতৰ মুদ্ৰা আৰম্ভ হ'ব। চকু-মুখৰ ভঙ্গীও আৰম্ভ হ'ব। স্থানক, চাৰী আৰু মুদ্ৰাক একেলগে কৰণ বোলে। ভৰতৰ নাট্যশাস্ত্ৰমতে স্থানক ছবিধ, চাৰী বত্ৰিছ বিধ আৰু মুদ্ৰা সাতাইশ বিধ। ইয়াৰ লগত আকৌ নাচৰ শব্দও আছে। কৰণেই নাচৰ শব্দ। আকৌ কৰণৰ লগতে আছে অঙ্গহাৰ। অঙ্গহাৰ নৃত্যকলাৰ বাক্য। এটা সম্পূৰ্ণ বাক্য। ইয়াৰ এটা সম্পূৰ্ণ অৰ্থ থাকে।

—এয়া এজনী গাভৰুৱে পিছফালে এটা ভৰি দাঙি আছে। বঢ়িয়া ভঙ্গী। ৰামনৰ কৌতূহল।

—ইয়ো এটা কৰণ। ইয়াৰ নাম লতাবৃশ্চিক।

—আৰু দুফালে হাত দুখন প্ৰসাৰিত কৰা গাভৰুজনী? তাই এখন ভৰি এনেকৈ পিছফালে ৰাখিছে যে তাইক দৌৰি থকা যেন লাগিছে।

—দৌৰি থকা নাই। উৰিছে বুলি ক'ব পাৰি। হাত দুটা ভেউকা মেলাৰ দৰে। আকাশলৈ উৰা মাৰিছে। ইয়াকে গৰুড়প্লুতক বোলে। এয়া চোৱা, আৰু দুখন ভেউকা মেলা উড়ন্ত ভঙ্গী। এইটো ভঙ্গীক গৃধবলীনক বোলে। আৰু এইটো ময়ূৰললিতা……

ৰামনে আৰু এগৰাকী গাভৰু দেখিছে। তাইৰ বুকু আৰু পেট আকাশৰ ফালে কৰি চিৎ খাই পৰি আছে। গাটো কিন্তু ধেনুভিৰীয়া কৰিছে। তাইক এটা চাৰিঠেঙীয়া জন্তু যেন লাগিছে।

—এইটো কি? ৰামনৰ প্ৰশ্ন।

—এটা খোঁৰা। শকটাশ্ব। শাস্ত্ৰীৰ উত্তৰ।

—তেনেহ'লে নাচ শিকিবলৈ হ'লে শৰীৰ-চৰ্চা কৰিব লাগে?

—নিশ্চয়। শৰীৰটোক কেৱল আটিল আৰু বলী কৰি তুলিলেই নহ'ব। হাত, ভৰি, বুকু, পেট, চকু, মুৰ, আঙুলি আদি প্ৰতিটো অঙ্গক ইচ্ছামতে বেকা কৰিবলৈ শিকিব লাগিব। শৰীৰটোক বীণাৰ তাৰৰ দৰে ব্যৱহাৰ কৰিব জানিব লাগিব। শৰীৰক এটা সুৰত বান্ধিব লাগিব। এনেকৈ বান্ধিব লাগিব যে স্পৰ্শ কৰা মাত্ৰেই যেন অনায়াসে মীৰ-গমক ধ্বনিত হয়। শৰীৰেও ৰাগ-ৰাগিণী বজাব পাৰিব লাগিব। ইয়াৰ বাবে সাধনাৰ প্ৰয়োজন। ই এটা তপস্যা। তুমি নটেছন আয়াৰক দেখিছা। তেখেত পঞ্চাশ বছৰ ধৰি পালোৱান। কিন্তু এই মানুহজনে যেনেকৈ শৰীৰলৈ লাস্যভাব আনে, তাকে দেখি তেওঁ নাৰী নে পুৰুষ ধৰিবই নোৱাৰিবা। তেওঁৰ শৰীৰত ফুলৰ পাহিৰ দৰে কোমল ভাব ফুটি উঠে। ৰাধাৰ বিৰহ বা পাৰ্বতীৰ মিলন, এইবোৰৰ সুকোমল ভাববোৰ তেওঁৰ চকু-মুখত এনেকৈ ফুটি উঠে যে এনেয়ে মানুহজন দেখি তুমি একো অনুমানকে কৰিব নোৱাৰিবা।

—লাস্যভাব কি?

—কোমল মধুৰ ভাব। নাৰীসুলভ ভাব বুলি ক'ব পাৰা। বাৎসল্য, প্ৰেম, বিৰহ, মিলন, শৃঙ্গাৰ আদিৰ ভাব বা অভিব্যক্তি। লাস্যভাবৰ নাচ নাচে কেৱল ছোৱালীহঁতে। পুৰুষৰ ভাব হ'ল তাণ্ডৱ। খুব প্ৰতাপেৰে ভৰি পেলায়। নাচোতাজনৰ ভাব ভয়ঙ্কৰ অথচ সুন্দৰ। যেন শিবৰ ৰুদ্ৰমূৰ্তিহে। পুৰুষেহে তাণ্ডৱ নাচে। ভৰতে এই নাচক দুভাগে বিভক্ত কৰিছে। বাৰু আজিলৈ ইমানতে এৰিছোঁ। এতিয়া যাওঁ দিয়া। তুমি ইয়ালৈ সদায় আহিব লাগিব। এই কৰণবোৰৰ বিষয়ে জানিব লাগিব। এনেকৈয়ে নাচৰ বৰ্ণ পৰিচয় আৰু শব্দ পৰিচয় আৰম্ভ হ'ব।

—এশ আঠোটা কৰণ অভ্যাস কৰিবলৈ কিমান সময় লাগে?

শাস্ত্ৰীৰ মুখত হাঁহি।

—এয়া কি সহজ সাধনা! তোমাৰ গোটেই জীৱনটোৱেই লাগিব পাৰে।

একোটা কৰণ আয়ত্ত কৰিবলৈ ছয়-সাত বছৰ লাগিব পাৰে। মই সমগ্ৰ দক্ষিণ ভাৰতৰ ভিতৰত এজন শিল্পীৰহে কথা জানো যি মাকৰ পেটতেই প্ৰতিভা লাভ কৰি আহিছে। নাচ-গানত তেওঁ অতুলনীয়। তেৰোঁ দহটা কৰণহে দেখুৱাব পাৰে। তেনেহ'লে......

দুয়োজন ঘৰৰ ফালে আহিছে। বুঢ়া পণ্ডিতজনে অনৰ্গল কৈ গৈছে—শিৱৰ শিষ্য তণ্ডুৰ ওচৰত ভৰত মুনিয়ে নাচ শিকিছিল। তণ্ডুৰ পৰা তাণ্ডৱ হৈছে। ভৰত মুনিয়ে নাচৰ খুঁতিনাতি সম্পৰ্কে লিখা অধ্যায়টোৰ নাম দিছে—তাণ্ডৱ লক্ষণ। স্বৰ্গত এবাৰ হৈ-চৈ লাগিল। ব্ৰহ্মাই নিজে এখন নাটিকা লিখিছে। অমৃত মথন। স্বৰ্গৰ পৰা ভৰত মুনিৰ ওচৰলৈ অনুৰোধ আহিল—তুমি নাটিকাখনক নৃত্য-নাটিকালৈ ৰূপান্তৰিত কৰা। ভৰতে দুখন নাটিকাক নৃত্যৰূপ দিলে। অমৃতমথন আৰু ত্ৰিপুৰদহৰ। তাৰ পাছত নৃত্যনাট্যৰ অভিনয়। হিমালয়ৰ কোলাত। তাত বিৰাট ৰঙ্গমঞ্চ। চাৰিওফালে খোলা। অতুলনীয় পৰিবেশ। দৰ্শক হ'ল দেৱ-দানৱ, মানুহ, যক্ষ, ৰক্ষ প্ৰভৃতি। দৰ্শকৰ ভিতৰত ওস্তাদৰ ওস্তাদ শিৱও আছিল। নৃত্য-নাট্য দেখি তেওঁ বৰ আনন্দিত। তেওঁ ভৰতৰ কৰণ অঙ্গহাৰৰ প্ৰশংসাত পঞ্চমুখ। আগতে তেওঁ এনে অপূৰ্ব নাচ দেখা নাছিল। তাকে শুনি ব্ৰহ্মাই ভৰতক কৰণ শিকাবলৈ অনুৰোধ কৰিলে। এয়ে ভৰত মুনি যি ব্ৰহ্মাৰো গুৰু আছিল।

আজিকালি ভাৰতৰ দুঠাইতহে সঠিক নৃত্যচৰ্চা হয়। অন্ধ্ৰৰ কুচিপুডিত আৰু আমাৰ তাঞ্জাবুৰত। তাঞ্জাবুৰৰ ছখন গাঁৱত ভাৰতনাট্যমৰ সাধনা দেৰশ বছৰ ধৰি চলি আহিছে। গাঁও কেইখন হ'ল—সুমঙ্গলম, উত্তাক্কাড, চালিয়ামঙ্গলম, নাল্লুৰ, তেপ্পেৰুমানাল্লুৰ আৰু মেলাটুৰ। শ্ৰেষ্ঠ ঠাই হ'ল মেলাটুৰ। নটেছন আয়াৰৰ কাৰণেই। যোগী তীৰ্থনাৰায়ণৰ সুন্দৰ সুন্দৰ পদসমূহ তেওঁৰ ওচৰতে পাবা।

শাস্ত্ৰীয়ে কৈয়ে গৈছে—ভৰতৰ নাট্যশাস্ত্ৰ ললিতকলাৰ বেদ। নন্দনতত্ত্বৰ বেদ। চাৰি বেদৰ পাছত ই পঞ্চম বেদ। ইয়াত ছয়ত্ৰিছটা অধ্যায় আছে। ছ হেজাৰ শ্লোক। বেদটীকাৰ যোগেদিহে অধ্যয়ন কৰিব পাৰি। যাস্কৰ আৰু সায়নাচাৰ্যৰ টীকা। নাট্যশাস্ত্ৰ পঢ়িবলৈকো টীকাৰ প্ৰয়োজন। টীকাকাৰসকল হ'ল—উদ্ভট্ট, লোল্লট, মাত্ৰাগুপ্ত, শঙ্কুক, ভট্টনায়ক, অভিনৱগুপ্ত আদি বহুত। কিন্তু শ্ৰেষ্ঠ ভাষ্যকাৰ বা টীকাকাৰ হ'ল অভিনৱগুপ্ত। অভিনৱ ভাৰতী নিজেই এক অভিনৱ সৃষ্টি। তাম্বি, তুমি অভিনৱ ভাৰতীতে পোনতে হাত দিয়া। বুইছা?......

সন্ধিয়া ঘৰত সৰু-সুৰা আসৰ হয়। আসৰেই আটাইতকৈ ভাল ক্লাছ। শাস্ত্ৰী অধ্যাপক। ৰামন ছাত্ৰ। শাস্ত্ৰীৰ কাষত এখন প্ৰকাণ্ড সৰস্বতী বীণা। এই বীণাই ৰুক্মিণী আম্মাললৈ মনত পেলায়। ৰামনৰ এতিয়া কথাবোৰ বেচ পৰিষ্কাৰ হৈছে। ৰুক্মিণী আম্মালৰ বীণাৰ ঘৰাণা শাস্ত্ৰীৰ।

আসৰত ৰত্না বেশ অদ্ভুত। আঠুলৈকে অনাবৃত। ভৰি দুখন মেহদিৰে চিত্র-বিচিত্র। হাতৰ খাৰু গাঁঠিও অঙ্কিত। চাদৰখন বুকু-পিঠি বগাই আহি কঁকালত বান্ধ খাই ৰৈছেহি। বুকুত দৃঢ়ভাৱে বন্ধা কাঁচুলি। কাঁচুলিৰ তলৰ পৰা নাভি পৰ্যন্ত উন্মুক্ত।

ৰত্না নাচৰ বাবে সাজু। সাজপোছাক কিন্তু কণকস্বাৰ নিচিনা নহয়। সাধাৰণ সাজ-পোছাক, সাধাৰণ কাঁচুলি। কেবল চকুৰ পাতত কাজল। প্ৰকাণ্ড খোঁপাটোত ফুল।

ৰত্নাই আঠু লৈ আছে। ৰামনৰ দৃষ্টি তাইৰ মুখত, বুকুত। উন্মুক্ত কান্ধ দুখনত আৰু ভৰিত। তাৰ শৰীৰত শিহৰণ। তাৰ বুকু বেছিকৈ ধপ-ধপাইছে। সি ওঁঠ দুখন কামুৰি ধৰিছে। শৰীৰৰ ক'তো শিথিল ভাব নাই।

বীণাত সুৰ বান্ধি বান্ধি শাস্ত্রীয়ে ক'লে—এনেকৈ বহি আছা কিয়? একেবাৰে ধনুত কাড় মৰাৰ আগৰ অৱস্থা!

ৰামনে সচকিত হৈ শাস্ত্রীলৈ চালে। ৰামনৰ কাণ দুখন গৰম হৈছে। শাস্ত্রীৰ ওঁঠত মিচিকনি। অৰ্থপূৰ্ণ মিচিকনি।

শাস্ত্রীয়ে হাঁহি হাঁহি ক'লে—নাচ-গান-বাজনা আনন্দৰ কাৰণেহে। মনৰ তাৰবিলাক যিমান শিথিল কৰিবা, সিমানেই উপভোগ কৰিব পাৰিবা। সোনকালে শিকিবও পাৰিবা।

বীণাত টুং-টাং শব্দ। এটা সম্পূৰ্ণ ৰাগৰ পাতনি। বৃন্দাবনী সাৰং। আন্দোলন। গমক। মীড়। নিমিষতে সুৰৰ অপূৰ্ব ঝংকাৰ। ৰমনৰ দুচকু বন্ধ। মনে মনে ওস্তাদজনক বাঃ বাঃ দিছে। আৰু এক মন উতলা কৰা ঝংকাৰ। দুপৰৰ ৰ'দবোৰ যেন গোলা আবিৰ হৈছে। ৰঙীন জিকিমিকি ৰ'দ। বৃন্দাবনী সাৰঙৰ যাদু পৰশ চৌদিশে ব্যাপ্ত।

অকস্মাৎ এটা গান ভাঁহি আহিল। ৰামনৰ অত্যন্ত পৰিচিত গান। বহুবাৰ শুনা। মুত্তুস্বামী দীক্ষিতৰ কীৰ্তি—শ্ৰীৰঙ্গপুৰবিহাৰ জয় কোদণ্ডৰামাৱতাৰ......

গানৰ উৎস বীণাখনেই নহয়, কণ্ঠও। ৰত্নাই গাইছে। বীণাৰ সুৰে সুৰে মিলাই। দুহাতেৰে মুদ্ৰা দেখুৱাইছে। কোমল দেহত বীৰৰ ভাব প্ৰকাশ পাইছে। চকুমুখত বীৰৰ ভাব। চকুৰ পতা পৰ্যন্ত লৰা নাই। দেহো নিশ্চল।

শাস্ত্রীয়ে বীণা বজোৱা অলপ পৰ এৰি কৈছে—এওঁ ৰামচন্দ্ৰ। কোদণ্ড ৰামন। ভাৰতৰ সৰ্ব সময়ৰ সৰ্বশ্ৰেষ্ঠ নায়ক। ধীৰোদাত্ত নায়ক......

শাস্ত্রীয়ে ৰত্নাক বহিবলৈ ইঙ্গিত দিলে। এতিয়া শাস্ত্রীয়ে অধ্যাপকৰ ভূমিকা ল'লে।

—মনত ৰাখিবা, তাম্বি, দুনিয়াত বসেইহে আছল বস্তু। অৰণ্যৰ আকাশচুম্বী গছৰ পৰা ঘাঁহ জোপালৈকে সকলো ৰসৰ কৃপাতহে জীয়াই আছে। গছ-গছনি

ৰসৰ প্ৰভাৱতে সেউজীয়া হয়, সতেজ হয়, বাঢ়ে ; গছত ফুলফল ধৰে। গতিকে জীৱৰ প্ৰাণ হ'ল ৰস। ৰসৰ অবিহনে পৃথিৱী হ'ব মৰুভূমিৰ শুকান বালি।

—মানুহৰ ক্ষেত্ৰতো কথাটো একেই। যাৰ জীৱনত ৰস নাই সি মাথোন এমুঠি শুকান বালি। সি মৃত। জীবিত থাকিও মৃত। যাৰ জীবন ৰসসমৃদ্ধ তেওঁৰ অঙ্গীভঙ্গী আৰু কথা-বতৰাতো ৰস। তেওঁ নাচে, গায়, বজায়। ছবি আঁকে। গল্প কয়। কৱিতা শুনায়। নায়িকাৰ লগত আদিৰসৰ আলোচনা কৰে। তেওঁ সকলোকে আনন্দ দিয়ে আৰু নিজেও......

—শাস্ত্ৰত ৰস নটা। শৃঙ্গাৰ, কাৰুণ্য, বীৰ, অদ্ভুত, হাস্য, বীভৎস, ভয়, ৰুদ্ৰ আৰু শান্ত। শুনা......

ইমানকে ব্যাখ্যা কৰি শাস্ত্ৰীয়ে বীণাত সুৰ দিলে। কানাড়া বাজিল। শাস্ত্ৰীয়ে বজাই বজাই ক'লে—এয়া হ'ল এবিধ বিশেষ কানাড়া। নবৰস কানাড়া।

লগে লগে এটা গান।

ৰত্নাই পুনৰ ৰামচন্দ্ৰৰ ৰূপ ল'লে। ভঙ্গী আগৰ দৰেই। তাই থিয় দি গাইছে—শৃঙ্গাৰ ক্ষিতি নন্দিনী বিহৰণে......

এইবাৰ বাজনাৰ লগে লগে ভৰিৰ উঠা-নমা। হাতেৰে মুদ্ৰা। চকু-মুখৰ ভাব......

'তাই কি সঁচাকৈয়ে পুৰুষ হৈ পৰিছে? সীতাক আলিঙ্গন কৰি মৰম কৰিছে। সোঁহাতখনে সীতাৰ মুখখন ওপৰলৈ তুলিছে আৰু চুমা খাইছে। পুৰা শৃঙ্গাৰৰ ভাব। আনকি যুৱতী সীতাৰ দুই স্তনৰ ওপৰত হাত......

ৰামনৰ শৰীৰত অদ্ভুত শিহৰণ। দেহ-মন তাৰ উপবাসী। সি ৰসৰ বাবে ব্যাকুল। শিল্পীৰ জীৱনত ৰসৰ বৰ প্ৰয়োজন। তাক এই গাভৰুজনী লাগে। ৰামন অতিশয় অস্থিৰ। বাৰে বাৰে দীঘলীয়াকৈ উশাহ লৈছে......।

ৰত্নাই গানৰ লগে লগে কৰণসমূহ দেখুৱাইছে। শাস্ত্ৰীয়ে বাজনাৰ ফাঁকে ফাঁকে এটাৰ পাছত এটাকৈ নামবোৰ কৈ গৈছে। এটা বিভৰ্তিতক। এটা অক্ষিপ্ত। এটা বিদ্যুৎ-ভ্ৰান্ত। এটা ললাট-তিলক......। দুটা কৰণ মিলি যি ভাব প্ৰকট হ'ল, তাৰ নাম হ'ল মাতৃকা। তিনিটা কৰণত কল্লক। চাৰিটা কৰণত ভাণ্ডক। পাঁচটাত সংঘটক। এটা এটা অঙ্গহাৰত এনেকুৱা বহুত।

—আকৌ কৰণত বাদেও অলপ অলপ কাম আছে। যেনে পিণ্ডিৰ কাম। ৰেচকৰ কাম চাৰিবিধ। হাত, ভৰি, কান্ধ আৰু কঁকালৰ। এই অঙ্গ কেইটাই নাচৰ ভঙ্গীত উঠা-নমা কৰে। চকৰী ঘূৰাদি ঘূৰা......

—পিণ্ডি অঙ্গহাৰৰেই অংশবিশেষ। দীঘল মালাৰ দৰে অঙ্গহাৰৰ পিণ্ডিও একো একোটা খণ্ডহে। দেৱদেবীৰ নামেৰেই পিণ্ডিসমূহৰ নামাকৰণ কৰা হৈছে। শিবৰ পিণ্ডিৰ নাম ঈশ্বৰী। নন্দীৰ পট্টাশী। চন্দিকাৰ সিংহবাহিনী......

আগত ৰত্নাই ঘুৰি ঘুৰি নাচিছে। তাইৰ মুখত নাচৰ বোল। তা-থিন-থিন-তা। শাস্ত্ৰীৰ হাতত তাল। মাজে মাজে কয়—বাঃ, চমৎকাৰ……

—তাম্বি, এই অঙ্গহাৰটো চোৱা। অঙ্গহাৰ মানেই হ'ল কিছুমান ভাবৰ ব্যঞ্জনা। এটা পুৰা ভাব দেখুওৱা হ'ল। নায়িকাই দেখুৱালে—তেওঁ নায়কক মনপ্ৰাণ সঁপি দিবলৈ বিচাৰে। তেওঁৰ যৌৱন সকলো নায়কৰ বাবে সাজু। এটি ফুলৰ দৰে। আহা নায়ক, মোক ভোগ কৰা……

নাচ শেষ হ'ল। ৰত্নাৰ মুখত বিন্দু বিন্দু ঘাম। তাইৰ নাকৰ পাহি ফুলি উঠিছে। নাচোতে শৰীৰৰ বেছ পৰিশ্ৰম হয়। নাচ ব্যায়ামৰ দৰেই।

—ভৰতৰ ৰীতি মানি লৈ নাচ দুই ধৰণে দেখুৱাব পাৰি। এজন শিল্পীয়ে নাচৰ যোগেদি এটি নাটকৰ বাতাবৰণ সৃষ্টি কৰে। তেওঁ কৰণ আৰু অঙ্গহাৰৰ যোগেদি নটা ৰস সম্পূৰ্ণৰূপে দেখুৱায়। ইয়াৰ নাম সাদিৰ নৃত্য।

—আৰু এবিধ নাচ আছে। বহু ক্ষেত্ৰত অভিনয়ৰ দৰেই। নৃত্যনাট্য। নটেছন আয়াৰ নৃত্যনাট্যৰ এজন ডাঙৰ প্ৰবক্তা। মেলাটুৰত প্ৰায়েই নৃত্যনাট্য অনুষ্ঠিত হয়। এইবোৰ পাছে পৰে দেখিবলৈ পাবা।

বহুত ৰাতিলৈকে ৰামনৰ চকুত টোপনি নাই। সি গভীৰ ৰাতি বিছনাৰ পৰা উঠিল। পুনৰ শুই পৰিল। মনৰ ভিতৰত অসহ্য দহন। ৰামন দুৱাৰ-মুখলৈকে আহি বৃদ্ধ পণ্ডিতৰ নাকৰ মাত শুনিবলৈ পালে। ওচৰৰ দুৱাৰখনৰ কাষলৈ গৈ সি কাণ পাতি ৰ'ল। কোনো সা-শব্দ নাই।

দুৱাৰত ভিতৰৰ পৰা খিলি মৰা আছে। ৰামনে দুৱাৰৰ ৰিং জোকাৰি শব্দ কৰিলে। সামান্য শব্দ। শব্দটো নিজে শুনি নিজেই সি চমকি উঠিল। সি অলপ পৰ থমকি ৰ'ল। পুনৰ বিছনালৈ ঘুৰি আহিল।

দিনে দিনে আসৰৰ আয়োজন। শাস্ত্ৰীৰ অধ্যাপনা। এদিন শাস্ত্ৰীৰ লগত তাঞ্জাবুৰত……

তাঞ্জাবুৰত বৃহদীশ্বৰৰ মন্দিৰ। চোল ৰজাসকলৰ কীৰ্তি। ভিৰ বাদ দি গৈ থাকি শাস্ত্ৰী ৰামনৰ লগত গৰ্ভগৃহৰ দুৱাৰ পালেগৈ। তাত কেইজনমান পুৰোহিত বৈ আছিল। বৃদ্ধ শাস্ত্ৰীয়ে তেওঁলোকক কিবা ক'লে। এজনে তেওঁক আৰু ৰামনক ভিতৰলৈ লৈ গ'ল। চিৰিৰে দুতলালৈ। তলত বৃহদীশ্বৰৰ বিৰাট লিঙ্গমূৰ্তি। লিঙ্গৰ মূৰৰ ওপৰত এটা ঘৰ। ঘৰৰ ভিতৰৰ পৰা এটা পুৰণি গোন্ধ আহিছে। তাৰ লগত মিহলি হৈছে তলৰ চাকিবোৰৰ ধোঁউ আৰু তেল পোৰাৰ গোন্ধ। ঘৰটো অন্ধকাৰ। একো দেখা নেযায়। শাস্ত্ৰীয়ে পুৰোহিতজনক ক'লে—এটা তেলৰ জোৰ বাতি জলাই আনাচোন।

জোৰ বাতি আহিল। সেই পোহৰত ৰামনে দেখিলে যে ঘৰৰ ওপৰ ভাগ ডোমৰ দৰে। ভিতৰৰ বেৰত কেইটামান নৃত্যৰ মূৰ্তি।

শিৱই নাচিছে।' তলত হাজাৰ হাজাৰ লোকৰ ভিৰ। তাত হুলস্থুল। পূজাৰ ঘণ্টা বাজিছে। সকলো বাদ দি এই নিৰলাত শিৱই নাচি আছে। ৰামন অবাক। ৰামনে শিৱৰ মুখখনো দেখিছে। সি নিষ্পলক দৃষ্টিৰে চাই আছে। চতুৰ্ভুজ শিৱৰ নাচ। আকাশৰ প্ৰতীক এই ডোমৰ তলত। এয়ে শাস্ত্ৰীয়ে কোৱা মহাকাল। শিৱ নাচৰ আনন্দত নিমগ্ন। শিৱ নাচৰ সাগৰত ডুব গৈ আছে।

নাচৰ ভঙ্গী বহুত ধৰণৰ। সকলোবোৰ মূৰ্তিয়েই শিৱৰ। ৰামনে গন্তি কৰি এশটা মূৰ্তি পালে। কিন্তু নাচৰ আনন্দত নিমগ্ন হোৱা মূৰ্তিটো ৰামনৰ আটাইতকৈ বেছি ভাল লাগিল। শিৱ নাচি নাচি অজ্ঞান। চৌদিশ পাহৰি গৈছে।

সেই মূৰ্তিটোৰ ওচৰত ৰামন থিয় হ'ল। শিলত কটা এনে সুন্দৰ মূৰ্তি সি কাহানিও দেখা নাছিল।

—এইটো মহাকালৰ আনন্দ-তাণ্ডৱ মূৰ্তি। ইয়াকে ধ্যানত ধৰি ৰাখা। শাস্ত্ৰীয়ে গহীন হৈ ক'লে।

ৰামনে তিনি সপ্তাহৰ ভিতৰত অভিনৱ ভাৰতী পঢ়ি শেষ কৰাৰ পাছত শাস্ত্ৰীয়ে ক'লে—এবাৰ নৰ্তননিৰ্ণয়ৰ পৰা শিক্ষা লোৱা। পুণ্ডৰীক ভিট্টলৰ বিখ্যাত গ্ৰন্থ।

এইখন গ্ৰন্থও সি পঢ়ি শেষ কৰিলে। শাস্ত্ৰীয় ক'লে—তাম্বি, সঙ্গীতৰ বিষয়ে অলপ. পঢ়াশুনা কৰা। ভাৰতীয় মাৰ্গীয় সঙ্গীতৰ উদ্ভৱ, ইতিহাস, ৰাগ-ৰাগিণী আৰু এইবোৰৰ ছবি সম্পৰ্কে জ্ঞানলাভ কৰা। কাৰণ সঙ্গীত আৰু নৃত্য অঙ্গাঙ্গী বস্তু।

কুম্ভকৰ্ণ ৰজাৰ সঙ্গীতৰাজ পঢ়া হ'ল। হৰিপালদেৱৰ সঙ্গীতসুধাকৰ। সোমেশ্বৰদেৱৰ মানসোল্লাস। সকলোৰে শেষত শাৰ্ঙ্গদেৱৰ সঙ্গীতৰত্নাকৰ। শাৰ্ঙ্গদেব অতুলনীয়। যিমান ৰসাল আৰু মধুৰ, তত্ত্বৰ খুঁতিনাতিৰ বৰ্ণনাও সিমানেই নিৰ্ভুল।

দুই এদিনৰ ভিতৰতে ৰামনে চিদাম্বৰম এৰিব। শাস্ত্ৰীৰ ওচৰত নাচৰ শাস্ত্ৰীয় দিশটো ভালকৈ শিকা হ'ল। কিন্তু তাৰ চিদাম্বৰম এৰি যাবলৈ মন যোৱা নাই।

প্ৰতি ৰাতি সি এবাৰ ৰত্নাৰ দুৱাৰৰ কাষলৈ গৈ মৃদু টোকৰ মাৰে। কিন্তু তাই দুৱাৰ নোখোলে। ৰত্নাই তাক যা-যতন লোৱাত ত্ৰুটি কৰা নাই। সেৱাত আন্তৰিকতাৰ অভাৱ দেখা নেযায়। কিন্তু তাই কথা নেপাতে।

—তাম্বি, তুমি বিয়া কৰালা? ইমান দিনৰ মূৰত শাস্ত্ৰীৰ প্ৰশ্ন।

—নাই। ৰামনৰ চমু উত্তৰ।

—কোনোবা ছোৱালীক ভাল পাইছা? তাইক কাষত পাইছা? তাইক ভোগ কৰিছা? তাইক আনন্দ দিছা?......শাস্ত্ৰীৰ অসংখ্য প্ৰশ্ন।

ৰামনৰ মুখখন ৰঙাছিঙা পৰিছে। কৈছে—নাই, আচাৰ্যদেৱ……

—তুমি তেনেহলে নাচ কেনেকৈ শিকিবা? শিৱৰ পাৰ্বতী; কৃষ্ণৰ ৰাধা। ৰামৰ সীতা। নায়ক-নায়কী ভাব নাচৰ আটাইতকৈ ডাঙৰ ভাব। সেই ভাব তুমি কেনেকৈ ফুটাই তুলিবা? নাচ শিকাৰ আগতে এজনী মনৰ লগত মিলা ছোৱালীক সঙ্গিনী কৰি লোৱা ····

এইখিনি কথা ৰত্নাক আঁৰত ৰাখিহে শাস্ত্ৰীয়ে কৈছে। সেয়েহে তেওঁৰ ওঁঠত হাঁহি আৰু চকুত ইঙ্গিত। তেওঁ স্পষ্টভাবে সুধিছে—আমাৰ সুন্দৰীক তোমাৰ পছন্দ হয়?

ৰামনে শাস্ত্ৰীৰ ভৰি দুখনত ধৰি ক'লে—আপুনি সৰ্বজ্ঞ……

—তেনেহলে আজি ৰাতি নদীৰ ঘাটলৈ যোৱা……। তাই বৰ জেদী। যদি তাইৰ মন পোৱা, তেনেহলে তোমাৰেই সৌভাগ্য। এনে ছোৱালী সঁচাকৈয়ে বিৰল। তাইক সঙ্গিনী হিচাবে পালে তুমি নাচৰ ৰজা……

ঘৰৰ পিচফালেই নদী। ৰাতি কিমান হ'ল ৰামনৰ ভাবেই নহ'ল। নদীৰ ঘাটত ৰত্না বৈ আছে। ঘাটৰ দাঁতিত আকাশৰ ফালে চাই তাই মনে মনে বহি আছে। ফটফটীয়া. ফৰিংফুটা জোনাক। চাৰিওফালে নিৰ্জন। ক'তো অকণো সাঁ-শব্দ নাই। কোনো জনপ্ৰাণী এটা নাই। বতাহত ফুলৰ গোন্ধ। ৰত্নাৰ খোপাত ফুল। কণ্ঠত কণ্ঠহাৰ। তাই এনেকৈ সাজি-পাৰি আহিছে, যে এইমাত্ৰ যেন তাই মঞ্চত অবতীৰ্ণ হ'ব।

নহয়। তাই নিস্তব্ধ হৈ থকা নাই। সি তাইৰ কাষলৈ গৈ তাইৰ মুখত গানৰ গুণগুণনি শুনিলে। পন্থু বৰাড়ী ৰাগৰ অলপ। স্ৰষ্টা ত্যাগৰাজ। —নিন্নু নাৰে নাম্বি নানুৰা। ৰামা ৰামাইয়া।……

ৰামনৰ বুকুত অজান শিহৰণ। সি ৰত্নাৰ মুখামুখি হ'ল। ক'লে—মই কাইলৈ যামগৈ। যোৱাৰ আগতে আপোনাক……

ৰত্না খপহ কৰে থিয় হ'ল। কণ্ঠৰ গুণগুণনি বন্ধ হ'ল।

সি কৈছে—আপোনাক, আপোনাক জনাওঁ যে……। তাৰ সকলো কথা ওলট-পালট হৈ গৈছে। অলপ পৰৰ পাছত সি আচল কথাটোৱেই কৈ পেলালে। দুবাহু মেলি সি ৰত্নাক বুকুলৈ চপাই লৈ ক'লে—মই তোমাক বিচাৰিছোঁ, তোমাক……

ৰত্নাই লাহে লাহে নিজকে তাৰ বন্ধনৰ পৰা মুক্ত কৰি আঁতৰি গ'ল। তাই ক'লে—ছিঃ, মই দাসী। মোক ছুব নেলাগে।……

ৰামনৰ অৱস্থা ফুটা বেলুনৰ দৰে। ৰাতিটো যেন আঁউসীহে। বুকুৰ ভিতৰত এটা ঘৃণাৰ ভাব। তুমি এটা মূৰ্খ। তুমি নিজৰ কথাবোৰ ভালকৈ নেজানিলা। ভুল বুজাবুজি থাকি গ'ল ·····

ৰামনে মনে মনে চাই আছে। ৰত্না খটখটিয়েদি ওপৰলৈ উঠি গৈছে।

—ৰত্না শুনা……ৰামনে মাতিলে। তাৰ পাছত আৰু সি মাতিব নোৱাৰিলে। তাৰ কণ্ঠৰোধ হ'ল।

পাছদিনাই সি চিদাম্বৰম এৰিলে। বিদায়ৰ আগতে আশীৰ্বাদ—দীৰ্ঘায়ু হোৱা। মনত ৰাখিবা, কলালক্ষ্মী একে দিনাই কোনেও আয়ত্ব কৰিব নোৱাৰে।……

নাওখন এতিয়াও বহুত দূৰত। তথাপি এন্টনীয়ে বুজিলে যে পিটাৰ আহিছে। পিটাৰৰ হাতত পালৰ ৰচি। পালখনক ইফাল-সিফাল কৰি বতাহত ধৰি ৰাখিছে। এতিয়া সকলোবোৰ নাও পিছত। এনেকৈ নাৱৰ ৰেচ বৰ থ্ৰিলিং।

দক্ষিণ পাৰত মাছৰ বজাৰ। বেছি মানুহ হোৱা নাই। গ্ৰাহক অহা আৰম্ভ কৰিছেহে মাত্ৰ। জোৱাকিম মাচাদোৱে ইফালে-সিফালে ঘূৰাপকা কৰি আছে। এন্টনীক দেখি সি নমস্কাৰ নকৰিলে। সেইফালে নেচাই আঁতৰি গ'ল।

হঠাৎ অলপ দূৰৈত হুলস্থূল। কেইটামান মানুহে আলিত মৰামৰি কৰিছে। এটা মানুহ একেবাৰে পানীৰ ওচৰ পাইছেহি। ওচৰত থকা ল'ৰাবোৰে মজা পাই হাততালি দিছে।

ভদ্ৰলোক আদহীয়া বয়সৰ। বয়স পঞ্চাছৰ ওপৰ। মূৰত কেঁচা-পকা চুলি। চেহেৰাটো বেচ ভদ্ৰ। এওঁৰ লগতে মৰামৰি হৈছিল। এনেকুৱা মানুহে মৰামৰি কৰাটো নুশুৱায়। এতিয়া এওঁ যেন এটা জাপানী পুতলাহে। স্প্ৰিং দিয়া পুতলা। মানুহটোৱে জপিয়াইছে। পাগলৰ দৰে হাতভৰি এচাৰিছে। মুখত অশ্লীল শব্দ।

এন্টনীয়ে পিটাৰৰ নাৱলৈ নেচাই এইবোৰকে চাইছে। মানুহটোৰ গাত অসম্ভব জোৰ। দুটা ডেকা ল'ৰাই মানুহটোক ধৰি ৰাখিব পৰা নাই। সি কৈছে—মই সাগৰত পৰি মৰিম……

পিটাৰো আহি হাজিৰ হৈছেহি। লগত পাঁচোটা ডেকা। মানুহটো পাগলৰ দৰে পানীত জপিয়াই পৰিল। পাৰৰ পৰা মানুহে চিঞৰিলে—মৰিল, মৰিল, ধৰা, ধৰা!

পিটাৰে মাছখিনি চিঙ্গিল লগাই আছিল। সি দেখা পাই সাঁতুৰি গৈ মানুহটোক ধৰিলে আৰু পাৰলৈ টানি আনিলে।

পাৰত উঠিয়েই মানুহটোৱে আগৰ দৰে অবাইচ মাত মাতি গালিশপনি পাৰিবলৈ ধৰিলে—চুয়ৰৰ বাচ্চাইঁত, কুত্তাইঁত, হাৰামজাদাইঁত, তইঁতে মোক মৰিবলৈকো নিদিয়। এৰি দে, মোক এৰি দে। মই মৰি ৰক্ষা পাওঁ।

পিটাৰে হাঁহি হাঁহি ক'লে—ইমান সোনকালে মৰিবা? আমি হ'লে তোমাক মৰিবলৈ দিব নোৱাৰো। খুড়া, তোমাৰ……

মানুহটোৱে অলপ পৰ অবাক হৈ পিটাৰৰ মুখলৈ চালে। সি হঠাৎ ইনাই-বিনাই কান্দিবলৈ ধৰিলে। শেষত ক'লে—মোৰ শপত, পিটাৰ, এই কুকুৰ-নেচীয়াসোপাৰ হাতৰ পৰা মোক বচোৱা।...

মানুহটোৰ মুখত মদৰ উৎকট গোন্ধ। এণ্টনী, পিটাৰৰ ওচৰ পালেগৈ।

'—তই আহিছ যেতিয়া ভালেই হ'ল। চিবেষ্টিন খুড়াক তই ঘৰলৈ লৈ যা। খুড়াৰ পৰা চব কথা জানি ল'ব লাগিব। মই ম্যাছখিনিৰ কিবা এটা ব্যৱস্থা কৰি সোনকালে যাম।

আলিয়েদি এখন ঘোঁৰাগাড়ী গৈছিল। পিটাৰে গাড়ীখন ৰখাই চিবেষ্টিনক তাতে বহুৱাই দি ক'লে—খুড়া, তুমি এটা ভাল ল'ৰাৰ দৰে মনে মনে গুচি যোৱা। বাটত গণ্ডগোল কৰিলে কিন্তু কথা ভাল নহ'ব। কৈ দিছোঁ।......

যোৱান ল'ৰা দুটাই ক'লে—আমাৰ পিতাইক তুমি লৈ যাবলৈ কোন? তোমাৰ কি এক্তিয়াৰ আছে?

পিটাৰে সিহঁতৰ ধমকলৈ কাণেই নিদিলে। সি নাৱৰ ফালে খোজ দিলে।

আচৰিত কথা যে চিবেষ্টিন খুড়াই গাড়ীত অকণো গণ্ডগোল নকৰিলে। মনে মনে থাকিল। অলপতে লম্ফ-জম্ফ কৰি মৰিবলৈ ওলোৱা মানুহটো তেনেই লেতুসেতু হ'ল। ঘৰ পাওঁতে গাড়ীৰ পৰা এণ্টনী আৰু চিবেষ্টিন খুড়া নামিল। এণ্টনীয়ে গাৰোৱানক পইচা দিব খোজোতেই খুড়াই ক'লে—হ'ব নোৱাৰে। মই দিম। সি তিতা কামিজটোৰ জেপৰ পৰা এটা আধলি উলিয়াই গাৰোৱানক দিলে।

গাড়ীখন আঁতৰি যোৱাৰ পাছত খুড়াৰ কথাত মাৰ্জনা মগাৰ সুৰ।—সাগৰৰ পাৰত যিখন নাটক কৰি আহিলোঁ তাৰ বাবে ক্ষমা বিচাৰিছোঁ। কিন্তু মোৰ আৰু কৰিবলৈ একো নাছিল। বিশ্বাস কৰক......

এণ্টনী ভিতৰলৈ গ'ল। মানুহ এটাক শুকান ভেষ্টি আৰু চাদৰ আনিবলৈ ক'লে। চিবেষ্টিনৰ ওচৰলৈ আহি ক'লেহি—আপুনি ওচৰৰ ঘৰটোলৈ গৈ তিতা পোছাকযোৰ সলাওকগৈ।

শুকান ভেষ্টি আৰু চাদৰ পিন্ধাৰ পাছত খুড়া বেছ ভদ্ৰলোক হৈ পৰিল। তেনেই অধ্যাপকৰ দৰে চেহেৰা। একো নেমাতি খুড়া গড্উইন ফাৰ্ণাণ্ডোৰ অইল-পেইণ্টিংখনৰ ওচৰলৈ গৈ চকু দুটা মুদি, হাতযোৰ কৰি প্ৰাৰ্থনাৰ সুৰত ক'বলৈ ধৰিলে—আইয়া, প্ৰভো! আপুনি আমাৰ সমাজৰ আদৰ্শ পুৰুষ। আপোনাৰ বুকুখন যিমান বহল আছিল, সেই অনুপাতে কাম কৰাৰ ক্ষমতাও সিমানেই আছিল। আপুনি মোক দয়া কৰক। আপোনাৰ অদ্ভুত কলিজাখনৰ অলপ সাহ আৰু বল মোক দিয়ক। পৰক পিছফালৰ পৰা কাঠি মাৰিবলৈ বিচৰা এই ভণ্ড পাপীষ্ঠহঁতক হোলোকে-হোলোকে পানী খুৱাই এসেকা দিব

খুজিছোঁ। পাপীষ্ঠইঁতে নিজক মীনপাৰোৱা কেথেলিক বুলি কয়। ছালা, চুয়ৰৰ বাচ্চা, ছালা শগুণৰ জাত......। সিইঁতে মোৰ পিছত বৰকৈ লাগিছে......

এন্টনীৰ সমুখত যেন আৰু এখন নাটক। মানুহটোৱে নাটকীয় পৰিস্থিতি সৃষ্টি কৰি ভাল পায় কিজানি। মানুহটোৰ বিষয়ে এন্টনীয়ে এই পৰ্যন্ত ইমানকে বুজিছে। তাৰ চাল-চলন আৰু কথা কোৱাৰ ভঙ্গীত নাটক। সাগৰৰ পাৰত আচৰিত নাটক এখন দেখুৱালে। এতিয়া খুড়াই গড্উইনৰ অইল পেইন্টিঙৰ পৰা চকু আঁতৰাই আনিলে। সি ওচৰতে এন্টনীক দেখি ক'লে—মোৰ নাম চিবেষ্টিন কোৰেৰা। এই চহৰৰ সম্ভ্ৰান্ত বংশৰ সন্তান। আপুনি মোক চিনি নেপাব। আপুনি গড্উইন ফাৰ্ণাণ্ডো মহাশয়ৰ পুতেক নহয় জানো? মই আপোনাক জানো। পিছে আগতে দেখা নাছিলোঁ। আপুনি লণ্ডনত থাকে......

এন্টনীয়ে মনে মনে শুনি গ'ল। এন্টনী এবাৰ ভিতৰলৈ গৈ কফি দুকাপ লাগে বুলি ক'লেগৈ। সি ঘুৰি আহি দেখিলে যে চিবেষ্টিন খুড়াই চকু জপাইছে। বোধ হয় টোপনি ধৰিছে। খোজ দিয়াৰ শব্দ শুনি খুড়াই চকু মেলি চালে। ওচৰত এন্টনী আৰু এটা ল'ৰা। ল'ৰাটোৰ হাতত কফিৰ ট্ৰে। ট্ৰেত ধোঁৱাই থকা কফি আৰু খোৱা বস্তু।

এন্টনীয়ে কফিৰ কাপটো দিয়াত চিবেষ্টিনে দুয়োখন হাতেৰে ধৰিলে। ক'লে—ধন্যবাদ, মিষ্টাৰ ফাৰ্ণাণ্ডো। আপুনি হ'ষ্ট হিচাবে এক্চেলেন্ট। এৰা, ঠিক সময়ত কফি কাপ পাইছোঁ। লগতে মোৰ এটা অনুৰোধ......

—কওক, নিঃসঙ্কোচে কওক। এন্টনীয়ে ক'লে। চিবেষ্টিনে তিতা নোট এখন উলিয়াই ক'লে—এপেকেট চিগাৰেট আৰু এটা জুইশলাৰ বাকচ যদি...... মোৰ পেকেটটো জেপত আছিল। চব তিতি বোকা হৈ গ'ল। নোট কেইখনো।

—চিগাৰেট ঘৰতেই আছে। এন্টনীয়ে ল'ৰাটোক শীঘ্ৰে চিগাৰেট আৰু জুইচলাৰ বাকচটো আনিবলৈ আদেশ দিলে। দু'ধোকমান কফি খাই খুড়াই গাত বল পালে। ওচৰত চিগাৰেটৰ পেকেট। ফাইভ ফাইভ ফাইভ।

—এয়া একদম বিলাতী চিগাৰেট!

—আপুনি গোটেই পেকেটটোৱে ৰাখি থওক।

—নেলাগে, নেলাগে......

চিবেষ্টিনে মুখত চিগাৰেটটো গুজি অগ্নিসংযোগ কৰি এনে এটা দীঘল হোপা মাৰিলে যে চিগাৰেটৰ আধা অংশ পোৰা গ'ল। পাছত নাকে-মুখে ধোঁৱা এৰিলে। খুড়া যেন এটা মাস্তুলহে। অলপ পৰৰ পাছত চিবেষ্টিনৰ কথাৰ আখৈ ফুটিবলৈ ধৰিলে—আচল বিলাতী বস্তু বাবে বেচ আল কম। কিন্তু ফ্লেভাৰ অপূৰ্ব। আগতে মই এই ব্ৰেণ্ডৰ চিগাৰেটেই খাইছিলোঁ। বহু বছৰৰ

আগৰ কথা কৈছোঁ। কিন্তু এতিয়া এইবোৰ চিগাৰেটে আৰাম দিব নোৱাৰে। কাঢ়া চিগাৰেট লাগে। আপুনি ইয়াত কিমান দিন......

চিবেষ্টিনৰ মুখত হাঁহি। এন্টনীয়ে ক'লে—কেতিয়া ইয়াৰ পৰা যাব পাৰিম সঠিককৈ ক'ব পৰা নাই।

—আপোনাক এটা পৰামৰ্শ দিওঁনে? চিবেষ্টিনৰ কণ্ঠত কুণ্ঠা।

—কওক, কওক, নিঃসংকোচে কওক। এন্টনীয়ে হাঁহি হাঁহি ক'লে।

—ইয়াত নেথাকিব। পলাওক। পৈত্ৰিক সম্পত্তি শীঘ্ৰে বেচি পেলাওক। নগদ টকা লৈ গুচি যাওকগৈ। এই ঠাই বৰ ভয়ানক......

এন্টনীয়ে মনে মনে শুনি গৈছে। সি কথাটোত বিশেষ গুৰুত্ব দিয়া নাই। তাকে গম পাই চিবেষ্টিনে কৈছে—পিটাৰৰ বাপেকৰ হত্যাৰ ঘটনাটো আপুনি শুনিছেনে? ই এটা সাংঘাতিক ঘটনা। অতি অমানুষিক। পিছে কোনে সাক্ষী দিব? এই চহৰৰ কোনো মীনগাৰোৱা সাক্ষী দিবলৈ ৰাজী নহ'ল। মই ক'লোঁ—মই সাক্ষী দিম। মই আদালতত সকলো ক'ম।

এন্টনীয়ে মানুহটোক নতুন দৃষ্টিৰে চাবলৈ চেষ্টা কৰিলে। তেওঁ কৈ গ'ল—কিন্তু কি হ'ল জানে? ক'ৰবাৰ খবৰ ক'ৰবালৈ গ'ল। পুলিচে ৰিপৰ্ট দিলে যে মোৰ হেনো মগজৰ গণ্ডগোল। ফলত মই সাক্ষী দিয়াটো অথলে গ'ল। এতিয়া আপুনি যি বুজে বুজক। তলে তলে ইমান ষড়যন্ত্ৰ।

চিবেষ্টিনে আৰু একাপ কফি ঢালি ল'লে। আৰু এটা চিগাৰেট মুখত গুজিলে।

—আজিকালি সেই দিন উকলিল। ব্ৰিটিছ আছিল তৃতীয় ব্যক্তি। ভাৰত-বাসীয়ে নিজৰ মাজত খৰিয়াল কৰোঁতে ব্ৰিটিছৰ আদালতে ন্যায় বিচাৰ লাভ কৰিছিল। সেইবাবে এতিয়াও ব্ৰিটিছৰ আদালতৰ সুনাম আছে। আমি স্বাধীন হলোঁ। লগে লগে দেশত ন্যায় বিচাৰ নোহোৱা হ'ল। নীতিবোধো নাইকিয়া হ'ল। আনকি দেশবাসীৰ লাজ-কাজো নোহোৱা হ'ল। দেশত এতিয়া চয়তানৰ প্ৰাদুৰ্ভাব বেছি হৈছে। ইয়াৰ সলনি আমি ব্ৰিটিছৰ দিনতে বেছ সুখে-সন্তোষে আছিলোঁ।

ইমান পৰৰ মূৰত এন্টনীয়ে প্ৰতিবাদ কৰিলে—এনে কথা মুখলৈ নানিবচোন। দেশ স্বাধীন কৰিবৰ বাবে বহু বছৰ ধৰি সংগ্ৰাম কৰা হ'ল। বহুতে আত্মবলিদান দিলে; জীৱন উছৰ্গা কৰিলে। কতৰ ফাঁচী হ'ল। দেশবাসীৰ ইমান ডাঙৰ আকাঙ্ক্ষা......

চিবেষ্টিনৰ কথাৰ সুৰ কিন্তু সুকীয়া। তেওঁ অভিভূত নহৈ আগৰ সূত্ৰ ধৰিয়েই কৈ গ'ল—এইবোৰ কথা শুনিবলৈহে। পৰৰ মূৰত কঠাল ভঙা মানুহবোৰহে এতিয়া দেশসেৱক।

এন্টনীয়ে প্ৰত্যুত্তৰ নিদিলে। সি চিবেষ্টিনৰ মুখলৈ তন্ন-তন্নকৈ চাইছে। চিবেষ্টিনে গৰম কফি খাইছে। লগতে চিগাৰেট হুপিছে।

—ফলচ, ফলচ। এভ্ৰিথিং ফলচ। বিগ হ'ক্স। —চিবেষ্টিন হঠাতে চিঞৰি উঠিল। কফি খোৱা বন্ধ হ'ল। চকু দুটা ৰঙা পৰিল। চিবেষ্টিনে গৰ্জিবলৈ ধৰিলে—স্বাধীনতা, গণতন্ত্ৰ, এই সকলোবোৰ মিছা। আপুনি বিদেশত থাকে বাবে বহুত কথাই নেজানে। এমুঠি মানুহে গোটেই দেশখনৰ ৰাইজক শোষণ কৰিছে। যি আচলতে হাড়ক মাটি তেজক পানী কৰি খাটিছে সিহঁতে দুবেলা দুমুঠি ভাত খাবলৈ নেপায়। সিহঁতৰ বোৱাৰী-জীয়াৰীৰ লাজ ঢাকিবলৈ এডোখৰ কাপোৰ যোগাৰ কৰিব নোৱাৰে।

এন্টনীৰ সিদিনাৰ কথাটো মনত পৰিল। কাঠকটীয়া, কৰতীয়া আৰু কমাৰ-বোৰৰ ছবি তাৰ চকুৰ আগত ভাঁহি উঠিল। তথাপি সি যুক্তিৰ স্বাৰ্থতে ক'লে—কেই বছৰমানৰ ভিতৰতে দেশৰ দুৰ্দশা দূৰ কৰিব নোৱাৰি। তাৰ বাবে বছৰ বছৰ ধৰি……

এন্টনীৰ মুখৰ পৰা কথাখিনি কাঢ়ি আনি চিবেষ্টিনে ক'লে—এতিয়া দেশত যি ব্যৱস্থা চলিছে সেই ব্যৱস্থা মতে বছৰে বছৰে দুৰ্দশা বাঢ়িহে যাব, নকমে।

এন্টনীয়ে অবাক হৈ সুধিলে—সঁচাকৈয়ে কৈছেনে?

চিবেষ্টিনে অধিক দৃঢ়তাৰে ক'লে—আচল কথাই কৈছোঁ। আপুনি বিলাতত থাকে। আপুনি ইয়াৰ বস্তিবোৰ দেখিছে? ইউৰোপ-আমেৰিকাৰ আঢ়ৈশ বছৰৰ আগৰ বস্তিৰ অৱস্থাৰ বিষয়ে ভাবি চাওকচোন। সেই বস্তিবোৰ নিশ্চয় এইখন দেশৰ কুৰি শতিকাৰ বস্তিবোৰৰ তুলনাত স্বৰ্গৰ নিচিনা……

ৰেল লাইনৰ দাঁতিৰ বস্তিবোৰৰ চেহেৰাটো এন্টনীয়ে মনত পেলালে। বিষ্ণুধনগৰ, মানিয়াচি, সাতুৰ, তুত্তুকুড়ি, সকলো একেই। বোধহয় সমগ্ৰ ভাৰতবৰ্ষৰ বস্তিবোৰেই এনে নৰকসদৃশ। এই বস্তিবোৰত থকা মানুহবোৰক কোনোপধ্যে মানুহ বুলি ক'ব নোৱাৰি।

—আপোনাক পলাবলৈ কোৱাৰ কাৰণ বহুত। চিবেষ্টিনে কথা আৰম্ভ কৰিলে।—এইখন সাঁথৰৰ দেশ; সদায় এটা সাঁথৰ। এতিয়া বেছি হৈছে।

এন্টনীৰ দুচকুত প্ৰশ্ন আৰু কৌতুহল।

—এইখন আমাৰ দেশ। ইয়াত এশটা মানুহৰ ভিতৰত চাৰিটাই নামটো চহী কৰিব পাৰেনে নোৱাৰে সন্দেহ। তদুপৰি যি শিক্ষাৰ জৰিয়তে মানুহ নিজৰ ভৰিত নিজে থিয় হ'ব পাৰে তেনে শিক্ষাও অক্ষৰ-জ্ঞান থকাসকলে পোৱা নাই। এই শিক্ষাই আমাক এনে এটা উপলব্ধি নিদিয়ে যে মই মানুহ; কুকুৰ বা গাহৰি নহওঁ। অথচ এনে উপলব্ধিয়েই হ'ল গণতন্ত্ৰৰ বুনিয়াদ। কিন্তু ইয়াত ভয়াবহ কাণ্ড চলিছে। এজন পলিটিকেল ফিলজফাৰে হেনো কৈছিল—ডেমোক্ৰেচি

ইন দ্য হেণ্ড্‌চ অব্‌ ফুল্‌চ ইজ এ ডেঞ্জাৰাচ ৱেপন। এই মূৰ্খ জাতিটোৰ হাতত এতিয়া ডেমক্ৰেচি এটা মাৰাত্মক অস্ত্ৰ।......

চিবেষ্টিনে হোঁ-হোঁকৈ হাঁহি আকৌ কৈ গ'ল—সাবধান হওক, মিষ্টাৰ ফাৰ্ণাণ্ডো, যি দেশত দাৰিদ্ৰ্য আৰু গৰ্ব একেলগে আছে সেই দেশত......

এন্টনীয়ে মাত লগালে—সেই বাবেই চৰকাৰে পাঁচবছৰীয়া পৰিকল্পনা হাতত লৈছে। তেসত্তৰ চৌসত্তৰ চনৰ ভিতৰত আমাৰ জাতীয় আয় দুগুণ হ'ব। খেতিয়কৰ সংখ্যা কমাই শতকৰা ষাঠি ভাগ কৰা হ'ব। দহ-এঘাৰ বছৰীয়া ল'ৰা-ছোৱালীবোৰৰ সকলোৱেই পঢ়াশালিত পঢ়িব। বিনা মাছুলে। এই শিক্ষা বাধ্যতা-মূলক হ'ব। এয়া হ'ব 1966 চনৰ আগতেই। ইয়াকে কৰিবলৈ সময় আৰু ধৈৰ্যৰ প্ৰয়োজন। তথাপি আপুনি সাঁফৰৰ জোট নেভাগে বুলি কৈছে কিয়?

—সাঁফৰ নহয়। মই অৰ্থনীতিৰ কিতাপ পঢ়ি বুজিলোঁ যে ইউৰোপ আৰু আমেৰিকাৰ অৰ্থনীতি হ'ল পুঁজিবাদী আৰু ৰাছিয়াৰ হ'ল সাম্যবাদী। এই দুবিধেই অৰ্থাৎ যিকোনো এটাই মানুহৰ উন্নতি সাধিব পাৰে, যদিহে কৰ্মকৰ্তাসকল নিষ্ঠাবান হয়। কিন্তু ইয়াৰ এটাকো গ্ৰহণ নকৰি দুয়োবিধ অৰ্থনীতিৰ পৰা অলপ অলপ গ্ৰহণ কৰাটো জানো আমাৰ বাবে সাঁথৰ নহয়?

এন্টনীৰ বহু দিনৰ মূৰত আবোল-তাবোল নামৰ সুকুমাৰ ৰায় ৰচিত কিতাপখনলৈ মনত পৰিল। তাত বকচ্ছপ, হাতিমি আদি অদ্ভুত অদ্ভুত শব্দ আছে আৰু তাৰ ছবিবোৰো কিম্ভূত-কিমাকাৰ। তথাপি তৰ্কৰ খাতিৰতে এন্টনীয়ে ক'লে—দুয়োৰে ভাল বস্তুখিনি গ্ৰহণ কৰি নতুন অৰ্থনীতি তৈয়াৰ কৰিব নোৱাৰিনে?

—পাৰিনে নোৱাৰি তাকে লৈ ডাঙৰ ডাঙৰ অৰ্থনীতিবিদসকলে মূৰ ঘমাওক। এতিয়া এটা কথা চকুত পৰিছে। অৰ্থনৈতিক পলিচিৰ ফলত দেশত মানুহৰ মাজত সম্প্ৰীতি বাঢ়ে, মানুহৰ মাজত বিশ্বাস বাঢ়ে, খোৱা-কামোৰা কমে। আপুনি ইয়াত কিছুদিন থাকি এতিয়াৰ আৰু ইংৰাজ আমোলৰ পাৰ্থক্যখিনি ধৰিব পাৰিব। কথা বঢ়াই লাভ নাই। মই ইয়াত থাকি এই আমোলতে এজন নাগৰিক হৈ গম পাইছোঁ যে আমাৰ মাজত অবিশ্বাস বাঢ়িছে। খোৱা-কামোৰা বেছি হৈছে। আমি মানুহ যদিও জন্তুতকৈয়ো অধম হৈছোঁ......

অলপ পৰ বৈ চিবেষ্টিনে এটা চিগাৰেট জ্বলাই ভালকৈ হোপা এটা মাৰি বক্তৃতা আৰম্ভ কৰিলে—আমাৰ হাড়ে-হিমজুৱে সাঁথৰ। স্কুল-কলেজৰ কিতাপত আছে যে সদায় সঁচা ক'ব লাগে। কিন্তু সমাজে প্ৰতিটো স্তৰতে মিছা কথা শিকাইছে। এজন লোক সত্যবাদী হৈ অৰ্থাৎ মিছা কথা নোকোৱাকৈ থাকিলে তেওঁ জীৱনসংগ্ৰামত বেয়াকৈ হাৰিব। অথচ কিতাপত লিখা আছে যে পৰক নঠগিবা। অথচ আমি এজনে এজনক ঠগি আছোঁ। প্ৰাণপণে ঠগি আছোঁ।

আমি বহুত কিবাকিবি কৰিছোঁ। বিজ্ঞান শিকিছোঁ। গীৰ্জা আৰু মন্দিৰৰ অনুশাসনো মানি চলিছোঁ। এটা দৃষ্টান্ত মনলৈ আহিছে। মোৰ এজন চিনাকি মানুহ বিলাতৰ পৰা ডি. এছ-চি, হৈ আহিল। ভাল চাকৰি এটা পালে। এটা ডাঙৰ চৰকাৰী বৈজ্ঞানিক প্ৰতিষ্ঠানত। তেওঁৰ গুৰুৱে ক'লে—চাকৰি নকৰিবা। বচ্, তেওঁ চাকৰি নল'লে। ইয়াৰ পৰাই সাঁথৰটো কিমান জটিল বুজি পাব। ইয়াত মাৰ্ক্স পঢ়া কমিউনিষ্টে জাত মানে, কপালত বিভূতি ঘঁহে, পূজাপাঠ কৰে। সাঁথৰৰ প্ৰভাবৰ ফলশ্ৰুতি হ'ল—দুখন নাৱত দুটা ভৰি দিয়া অৰ্থনৈতিক পলিচি। এয়া আমাৰ ডিঙিত ফাঁচী দিয়া জৰিডাল নহয় জানো?

চিবেষ্টিনে ইয়াকে কৈ খুব হাঁহিলে। তেওঁ হাঁহি হাঁহি অবশ হৈ পৰিল। হাহেঁাতে দুচকুৰেদি পানী ওলাল। এনে সময়তে সেই ঠাইত পিটাৰৰ আবিৰ্ভাব হ'ল।

27

পিটাৰে ক'লে—তোমাৰ এনে দশা কিয়, খুড়া ?

সি ইতিমধ্যে ঘৰত সোমাই গা ধুবলৈ সাজু হৈছে। পিন্ধনত এখন ভেষ্টি। গাত হাত কটা গেঞ্জি। হাতত কফিৰ পাত্ৰ। সি আকৌ সুধিলে—তোমাৰ এনে দশা কিয়, খুড়া ?

পিটাৰৰ প্ৰশ্নটো আঘাত কৰা বিধৰ। চিবেষ্টিন খুড়াই তলমূৰকৈ বহি কিবা ভাবিছে। একো উত্তৰ দিয়া নাই। খুড়াই দীঘল হুমুনিয়াহ কাঢ়িছে। পিটাৰে ঘনাই ঘনাই কফিৰ পাত্ৰত মুখ দিছে। সি কৈছে—কি দুখত ডুবি মৰিবলৈ বিচাৰিছিলা ?

—কোন সুখত বাচিম ?

ইতিমধ্যে খুড়াৰ মুখখন মাউৰা ল'ৰা-ছোৱালীৰ দৰে অসহায় হৈ পৰিছে। মুখৰ মাতো সেমেকা।

—কিয় নেবাচিবা ? তোমাৰ কিহত দুখ ? ঘৰত সুন্দৰী স্ত্ৰী ; খুড়ী তুত্তুকুড়িৰ জনাজাত সুন্দৰী। ঘৰত ল'ৰা-ছোৱালীৰে সৈতে এখন পৰিপূৰ্ণ সংসাৰ।

চিবেষ্টিন নিমাত। পিটাৰে কৈয়ে গৈছে—তোমাৰ লোণৰ ভাঁটি, ৰেলৰ কন্‌ট্ৰেক্ট, মাল চালানী কৰাৰ ব্যৱস্থা, এইবোৰ সকলো আছে। তোমাৰ কিহৰ অভাব ? দুখ কিহত ?

চিবেষ্টিনে কিবা গুণ-গুণাই শেষত স্পষ্টকৈ ক'লে—তোৰ খুড়ীয়েৰ আৰু নাই।

পিটাৰ অবাক ! সি সুধিলে—ঢুকাল কেতিয়া ? কি হৈছিল ?

—যোৱা জুলাইত। ইউটেৰাচত টিউমাৰ, মেলিগ্‌নেণ্ট টিউমাৰ।

—খুড়ী বৰ সাদৰী তিৰোতা আছিল। তেওঁৰ আত্মাই যেন শান্তি পাওক।

চিবেষ্টিনে কণ্ঠস্বৰ সলাই কৰ্কশ শব্দৰে ক'লে—শান্তিতেই থাকিব, এটা কৰ্মঠ ডেকা মানুহক এৰি থৈ যিমান শান্তিত পাৰে সিমান শান্তিত……

পিটাৰে খুড়ালৈ আচৰিত হৈ চালে। এণ্টনীও আচৰিত। এতিয়া খুড়াক দেখিলে অলপ আগতে দেশৰ ভালবেয়া আলোচনা কৰা মানুহটো যেন নেলাগে।

—তাই মোৰ গোটেই জীৱন তিতা-কেহা লগাই থৈ গ'ল।

—কি ক'লা ? ইমান ভাল মহিলা। ইমান বিবেচনা থকা, ইমান মৰমিয়াল……। পিটাৰে চিবেষ্টিনক বাধা দিলে।

মাতটো ডাঙৰ কৰি চিবেষ্টিনে ক'লে—বোপা পিটাৰ, তই মোৰ ল'ৰাৰ দৰে। তোক মই সৰুৰে পৰা ভাল পাওঁ। তোক আচল কথাকে কৈছোঁ।

—আৰকৰ বাবেই তোমাৰ এই দশা। পিটাৰে টানকৈ ক'লে।

—নহয় অ' পিটাৰ। এতিয়াও মই আৰক খাওঁ। মই মাতাল। মই ভূত। মোৰ চৰিত্ৰ বোলা বস্তুটো নাই……।

আৰু ক'বলৈ বিদি পিটাৰে ক'লে—অথচ তুমি বৰ ভাল আছিলা। সাগৰৰ পাৰৰ মাছমৰীয়াবোৰলৈ তোমাৰ কিমান মৰম! সিহঁতে তোমাৰ পৰা দিহা-পৰামৰ্শ বিচাৰিছিল। সেইবাৰ বামাৰলীয়ে সিহঁতৰ ঘৰ-দুৱাৰ ভাঙিলত তুমিয়েয়ে সিহঁতক সহায় কৰিছিলা। মই তোমাৰ লগত আছিলোঁ। সেইবোৰ দিনৰ কথা পাহৰিব নোৱাৰোঁ। আৰু পাহৰিব নোৱাৰোঁ, তোমাৰ মুখত প্ৰথম শুনা কাৰ্ল মাৰ্ক্সৰ নামটো আৰু তোমাৰ মাৰ্ক্সবাদৰ ব্যাখ্যা। খুব সহজ ভাষাত। তুমি অধ্যয়ন, চিন্তা-চৰ্চা আৰু কৰ্মৰ যোগেদি আদৰ্শ পুৰুষ আছিলা……

চিবেষ্টিনে ভেষ্টিৰ আঁচলটো মুখত লৈ খুব কান্দিলে। অলপ পৰ কান্দি লৈ নাকৰ পানী উজালে আৰু চকু মচিলে। ক'লে—শৰীৰৰ ক্ষুধা আৰু মনৰ তৃষ্ণা, দুয়োটা বৰ সাংঘাতিক বস্তু। এই দুটা পূৰণ কৰিব নোৱাৰিলে মানুহৰ কোনো গুণেই গুণ নহয়। এই ক্ষুধা-তৃষ্ণা পূৰণ কৰিবলৈকে বিয়া কৰাইছিলোঁ। কিন্তু তোৰ খুড়ীয়েৰ……

হঠাৎ চিবেষ্টিনৰ মাতটো বেলেগ হৈ পৰিল আৰু নিমিষতে মাত বন্ধ হ'ল। পিটাৰে তথাপি টান সুৰতে ক'লে—তথাপি তোমাৰ ক্ষুধা যদি বিশ্বগ্ৰাসী ক্ষুধা হয়……

—নহয় অ' পিটাৰ। মোৰ ক্ষুধা আন দহজনৰ দৰেই! কিন্তু ক্ষুধাৰ সময়ত আহাৰ নেপালে সকলোৱেই……। পেটৰ ক্ষুধাৰ কথা আনক ক'ব পাৰি। ভিক্ষাও কৰিব পাৰি। মানুহে দয়াও কৰে। কিন্তু দেহৰ ক্ষুধাৰ কথা কাকো ক'ব নোৱাৰি। সমাজত ইয়াক কোৱাটোৱেই পাপ, অশ্লীল। মোৰ ডেকা দেহটো উপবাসী বাঘৰ দৰে হৈ পৰিছিল। টেন্‌টেলাচৰ সাধুটো শুনিছ নহয়! মোৰো একে অৱস্থাই হৈছিল। কাষত সুন্দৰী তিৰোতা শুই আছে, তাইৰ গাৰ গোন্ধ নাকত লাগিছে, তাইক স্পৰ্শও কৰিছোঁ, কিন্তু তাইক পাই ক্ষুধা-তৃষ্ণা মিটাবৰ উপায় নাই। এয়া যে কি অসহনীয় শাস্তি!

এন্টনী খুব আচৰিত। সি কথাটো বুজিবৰ চেষ্টা কৰিছে। তাৰ অসীম কৌতূহল।

—কিয়?

—মোৰ স্ত্ৰীৰ ধাৰণা হ'ল স্ত্ৰী-পুৰুষৰ সহবাস দাৰুণ অশ্লীল। বাপেক-মাকে তাইক সৰুৰে পৰা ইয়াকে শিকালে। চাৰ্চৰ পুৰোহিতবোৰেও। কনভেন্টৰ

চিন্তাৰবোৰেও। তেঁওলোকৰ মতে স্ত্ৰী-পুৰুষৰ মিলা-মিছাও জঘন্য কথা। যিয়ে মনটো এই ধাৰণাৰে তৈয়াৰ কৰিব পাৰে তাইহে পবিত্ৰ আৰু শুদ্ধাচাৰিণী। আৰু বহুত ডাঙৰ ডাঙৰ সাৰশূন্য কথা......

—তেনেহলে তেওঁ নান হোৱাই ভাল আছিল। এন্টনীয়ে ক'লে।

—এৰা, উচিত আছিল। কিন্তু এইখন সাঁথৰৰ দেশ। যিটো উচিত সেইটো কেতিয়াও নঘটে। সেই বাবেই তাইৰ বিয়া হ'ল। তাকো হ'ল মোৰ লগত। মই এটা লিখা-পঢ়া জনা মূৰ্খ। তেতিয়া মোৰ ডাঙৰ মানুহ আৰু ডাঙৰ মানুহৰ পৰিয়াললৈ মোহ আছিল। সেয়েহে ফাদাৰ গঞ্জালভেচে ইয়াৰ সুযোগ ল'লে। ক্ৰুজ ৰোচৰ জীয়াৰী, ডাঙৰ বংশ, ডাঙৰ পৰিয়াল, সকলোতে খ্যাতি আছে। তদুপৰি তাই অতি সুন্দৰী। মই ভাল পালোঁ। ক্ৰুজ ৰোচক কন্যাদান কৰাৰ বাবে এক লাখ টকা দিব লাগিব। তাতো মান্তি হ'লোঁ। সুন্দৰী স্ত্ৰীক ঘৰলৈ আনিলোঁ। চহৰৰ মানুহে মোক শলাগিলে। বহুতে হিংসাও কৰিলে।

চিবেষ্টিনে কথা কোৱা বাদ দি ওচৰৰ কোঠাটিতে সোমাল। তেওঁ তিতা চোলাৰ জেপৰ পৰা বটল এটা উলিয়াই কেবা ধোকো আৰক গিলিলে। তাৰ পাছত আগৰ ঠাইত বহিলহি। তেওঁ ক'লে—তাৰ পাছত প্ৰতিটো ৰাতি সেই জঘন্য শাস্তি। পোনতে ভাল ভাল কথা। আদৰ। প্ৰেম। শেষত জোৰজবস্তি। কোৰ্টৰ ভাষাত পাশবিক অত্যাচাৰ। ৰাগ-ৰোষ। চিঞৰ-বাখৰ। কন্দাকটা। সেইবোৰ বীভৎস কাণ্ড......

—ল'ৰা-ছোৱালীবোৰ আহিল ক'ৰ পৰা? পিটাৰে সুধিলে।

—ই নিতান্ত একচিডেন্ট। তুমি কেথলিক। তুমি এবাৰ বিয়া কৰিছা যেতিয়া তাইক খেদিব নোৱাৰা। তাই যিমান দিন বাচি থাকিব তোমাক জ্বলাব......

—বাজে কথা। এন্টনীয়ে ক'লে—কিছুদিনৰ আগতে তাক ফাদাৰ গঞ্জালভেচে কোৱা কথাখিনি তাৰ এতিয়া মনত পৰিছে।

পিটাৰে কথা কোৱা নাই। সি মাথোন অবাক হৈ শুনি গৈছে।

—তাৰ পাছৰ পৰাই মই এলকোহলিক। আৰকে মোক এতিয়া খাইছে। মোক জীৱনত সুখ নাই। আনন্দ নাই। চূড়ান্ত ফ্ৰাষ্টেচন। মই ব্যৱসায়ত ভালকৈ মন দিব নোৱাৰোঁ। কোনো এটা কথা ভালকৈ ভাবিব নোৱাৰোঁ। নাৰ্ভবোৰ শিথিল হৈ গৈছে। নহ'লে বেণী মিৰাণ্ডাই মোৰ পৰা কয়লাৰ কন্ট্ৰেক্টটো কাঢ়ি নিব পাৰে? মোৰ আৰু আগৰ জোৰ নাই।

—এতিয়া কুলিবোৰৰ অবস্থা কেনে? পিটাৰে জানিব বিচাৰিলে।

—মোৰ সময়ত সিহঁতৰ বোনাচ দুগুণলৈ বঢ়াইছিলোঁ। চিকিৎসা আৰু দৰৱ বিনামূল্যে। বস্তি কেইটা ভাল কৰাৰ বাবে সময় আৰু টকা খৰচ কৰিছিলোঁ।

এতিয়া সকলো বন্ধ। শুনিছোঁ বোলে বেণী মিৰাণ্ডাৰ লগত কুলিবোৰৰ সংঘৰ্ষ হৈ থাকে। দুই এদিনৰ ভিতৰত ধৰ্মঘট হ'ব পাৰে।

পিটাৰে ক'লে—হ'ব পাৰে। কিন্তু আজি পানীত পৰি মৰাৰ কাৰণ?

চিবেষ্টিনে চাদৰখন আঁতৰাই পিঠিত বেত্ৰাঘাতৰ আঘাতত ৰঙা ফুলি উঠা চিন কিছুমান দেখুৱালে।

পিটাৰে চমকি উঠি ক'লে—কোনে এই কাম কৰিলে?

—মোৰ ডেকা গুণ্ডা ল'ৰা কেইটাই আৰু সিহঁতৰ গুণ্ডা বন্ধু কেইটাই……

—কিয়?

—মই ধৰ্ম সলনি কৰিছোঁ। মই এতিয়া মুছলমান। কল্‌মা পঢ়োঁ……

—হঠাৎ ধৰ্ম সলনি কৰিলে কিয়?

—মই গোটেই জীৱন যি আনন্দ পোৱা নাছিলোঁ এতিয়া তাকে পাইছোঁ কোচিনৰ মুছলমান ছোৱালী এজনীৰ পৰা। মই তাইক কল্‌মা পঢ়ি বিয়া কৰাইছোঁ। তাইক ঘৰলৈ আনিবলৈ বিচাৰোঁ। তাকে যাতে হ'বলৈ নেপায় তাৰ বাবে চাৰ্চে ষড়যন্ত্ৰ চলাইছে। কেইটামান ৰাজনৈতিক দলে চাৰ্চক সহায় কৰিছে। সিহঁতৰ স্বভাৱ হ'ল পৰৰ মূৰত কঠাল ভাঙি খোৱা। সিহঁতেই মোৰ ল'ৰা কেইটাক উচটাইছে। কৈছে—বাপেৰক মাৰি খেদাই দে। মোক খেদালে সিহঁতৰ লাভ হয়। ইতিমধ্যে কয়লাৰ কন্‌ট্ৰেক্টটো মোৰ পৰা নিবৰ বাবে মাদ্ৰাজ আৰু দিল্লীত লাখ লাখ টকা ঘোচ দিলে। এতিয়া মই ইয়াৰ পৰা গ'লেই লোনৰ ভাঁটীবোৰ যাব চুয়ৰৰ বাচ্চা চুচান কাৰ্দোজাৰ হাতলৈ।

এনেকৈ কৈ চিবেষ্টিন কোৰেৰাই চিগাৰেটত টান দিলে। কাৰো মুখত কথা নাই। ৰাতি প্ৰায় দহটা বাজিল। তেওঁ অলপ পৰ বৈ ক'লে—মই সকলো সম্পত্তি বিক্ৰী কৰি নগদ টকা লৈ তুত্তুকুড়ি এৰি আন ঠাইলৈ যামগৈ।

—হ'ব নোৱাৰে। তুমি যাব নোৱাৰা। মানুহ-খোৱা বাঘ ওলালে গঞাই বাঘটো মাৰিবলৈ চেষ্টা কৰে নে গাঁও এৰি পলায়? খুড়া, পলালে কাম নিসিজে। তুমি দৃঢ় হৈ প্ৰতিৰোধ কৰিব লাগিব। পিটাৰৰ কথা কোৱাৰ ভঙ্গী গহীন আৰু কথা কেইটা চোকা।

চিবেষ্টিনে করুণভাৱে ক'লে—কিন্তু, পিটাৰ, মোৰ সিহঁতৰ বিপক্ষে থিয় হোৱাৰ শক্তি নোহোৱা হৈছে।

—কোনে তোমাৰ শক্তি নাই বুলি কৈছে? এই ক্ষমতাইহে তোমাৰ অন্তৰ্নিহিত শক্তি। সেয়ে থকা বাবেই সমাজৰ অপবাদলৈ ভয় নকৰি মুছলমান বিয়া কৰালা। আমাৰ কেথলিক সমাজত ই কিমান অস্বাভাৱিক কথা তুমি হয়তো নেজানা। মান্নাৰৰ পানীলৈ নতুন সোঁত বোৱাৰ দৰে। তুমি নতুন খুড়ীক লৈ আহাঁ। ভাল-বেয়াৰ বাবে মই দায়ী।

পিটাৰে চিবেষ্টিনলৈ চাই থাকিল। চিবেষ্টিন নিশ্চুপ। সি আকৌ ক'লে—খুড়া, কিয় ভয় কৰিব লাগিছে? খুড়ীক লৈ আহা। কিন্তু এটা কথা। আৰক কিন্তু এৰিব লাগিব।

চিবেষ্টিনে পিটাৰৰ হাত দুখনত ধৰি ক'লে—বিশ্বাস কৰিবিনে, বাৰু? তোৰ নতুন খুড়ী মোৰ কাষত থাকিলে মোৰ আৰক খোৱাৰ দৰ্কাৰ নহয়......

কিবা এটা ভাবি চিবেষ্টিন কাষৰ ঘৰলৈ গৈ আৰকৰ বটলটো লৈ আকৌ আহিল। তেওঁ গড্উইনৰ ছবিখনৰ তলত থিয় হৈ চিঞৰি চিঞৰি ক'লে—আইয়া, মোৰ মনত সাহস দিয়া। মই আৰু আৰক স্পৰ্শ নকৰোঁ......

তেওঁ হাতত থকা আৰকৰ বটলটো দুৱাৰেদি দূৰলৈ দলিয়াই পেলালে। বটলটো ভগাৰ শব্দ শুনা গ'ল।

চিৰিল ফাৰ্নাণ্ডোক বিচাৰি এন্টনী তুত্তুকুৰি ষ্টেচনলৈ গৈছিল। চিৰিলে চৈধ্য বছৰৰ আগতে তাক মাদ্ৰাজলৈ লৈ গৈছিল। তাকো কয়লাৰ 'ৱাগণ' থকা ৰেলত গাৰ্ডৰ ডবাত লুকুৱাই। তাত সি মাদ্ৰাজৰ পৰা কলিকতালৈ যোৱা ভাড়া দিছিল। গতিকে চিৰিলৰ লগত এন্টনীৰ এবাৰ দেখাসাক্ষাৎ হোৱা প্ৰয়োজন।

খবৰ পাবলৈ দেৰি নহ'ল। চিৰিল এতিয়া তিৰুনেলভেলী এক্সপ্ৰেছৰ গাৰ্ড। তুত্তুকুড়িতেই থাকে। উত্তৰে চাৰ্চৰ ওচৰত সি ঘৰ এটা কিনিছে।

তাৰ পৰা ঘূৰি অহাৰ সময়ত এন্টনীয়ে হুলস্থূল এটা শুনিলে। তুত্তুকুড়ি এক্সপ্ৰেছ তুত্তুকুড়িত ৰ'লহি। প্লেটফৰ্মত বহুত লোকৰ ভিৰ। সকলোৰে হাতত ফুলৰ মালা। ইয়াৰে বহুত মানুহে চ্যুট-টাই পিন্ধি আহিছে। সম্ভৱ চৰকাৰী বিষয়া। লগতে ভেষ্টি আৰু হাফপেন্ট পিন্ধা মানুহো বহুত আছে। এইবোৰ মানুহক দেখিলেই ধৰিব পাৰি। মাৰ্কামৰা চেহেৰা। মাছমৰীয়া। সমৰ্থ যোৱান। ৰ'দে পোৰা শৰীৰ, শৰীৰৰ পেশীবোৰ মজপুত আৰু ঢৌ উঠা। এয়া আহিল, আহিল বুলি সকলো এটা প্ৰথম শ্ৰেণীৰ কোঠাৰ ফালে দৌৰি গ'ল।

কোঠাৰ দুৱাৰমুখত এজন চ্যুট-টাই পিন্ধা মানুহ। এন্টনীয়ে ধৰিব পাৰিছে যে তেওঁৰ চাৰ্জৰ চ্যুটবোৰ বেচ দামী। দুপৰীয়া অসহ্য গৰম। তথাপি এই ভদ্ৰলোকজনে গৰমক পাত্তা দিয়া নাই। তেওঁৰ মুখত হাঁহি। চ্যুট-টাই পিন্ধা মানুহবোৰে তেওঁক মালা পিন্ধাইছে। তেওঁৰ হাঁহিটো ডাঙৰ নেতাৰ দৰে।

হিৰো ৱৰ্শিপ? কোনোবা নেতা নেকি? মানুহটো কোন্? কোনোবা মন্ত্ৰী?

দৃশ্যটো চাবলগীয়া। সেয়েহে কৌতূহলবশতঃ এন্টনী ভিৰৰ এচুকত থিয় দি ৰ'ল। চ্যুট-টাই পিন্ধাবোৰৰ মাল্য-প্ৰদান শেষ হ'ল। এইবাৰ ভেষ্টি পিন্ধাবোৰৰ পাল।

দুৱাৰৰ কাষত থিয় দি থকা হিৰোজনে সুধিলে—বি. কে.? বি. কে. ক'ত?

—ছাৰ, বি. কে-ৰ পৰিবাৰৰ অসুখ।

ভদ্ৰলোক অত্যন্ত বিৰক্ত। ক'লে—ইয়ালৈ আহি সদায় একেটা কথাই শুনিছোঁ। বি. কে. ষ্টেচনলৈ নাহে।

এনে বিৰক্তিৰ অৱস্থাতেই ভেষ্টি পিন্ধাবোৰে মালা পিন্ধোৱা শেষ কৰিলে। এন্টনীয়ে জানিলে যে ভদ্ৰলোক ফিচাৰীজৰ এজন গুৰিয়াল। এই গুৰিয়ালজনে

নামি মাটিত ভৰি দিলে। পিছত সৰু-ডাঙৰ অফিচাৰৰ দল। সকলোৱে পিন্ধনত চ্যুট-টাই।

এন্টনীয়ে কেৱল এজনকহে কপাহী কাপোৰৰ পেন্ট আৰু হাৱাই ছার্ট পিন্ধা দেখিছে। তেওঁক দেখিয়েই এন্টনীয়ে চিনিব পাৰিলে। লোদোৰ-পোদোৰ মানুহটোৱে বেচ ৰসাল কথা কয় আৰু প্ৰাণ খুলি হাঁহিব পাৰে। তেওঁ সদানন্দ মুখাৰ্জি। প্ৰেচিডেন্সীৰ সদানন্দ। হিষ্ট্ৰীত অনাৰ্চ আছিল। তাৰ লগত এটা অদ্ভুত বিষয় আছিল: এনথ্ৰোপ'লজি। এইটো বিষয় তেওঁ বালিগঞ্জৰ চাইন্স কলেজত পঢ়িছিল। কলেজখন প্ৰকাণ্ড বাগিছা এখনৰ মাজত। নিৰ্জন। কুঞ্জবনৰ দৰে। তাতেই সদায় প্ৰেমজনিত ঘটনা ঘটিছিল। এতিয়া এন্টনীৰ কথাটো অস্পষ্টভাৱে মনত পৰিছে।

সদাৰ ডিঙিতো কিছুমান মালা। দুৱাৰত থিয় দি মালা গ্ৰহণ কৰা ভদ্ৰলোকে প্লেটফৰ্মৰ চ্যুট-টাই পিন্ধা মানুহবোৰৰ লগত সদাক পৰিচয় কৰি দিছে: ডক্টৰ মুখাৰ্জী ফ্ৰম এনথ্ৰোপ'লজিকেল চাৰ্ভে অৱ ইণ্ডিয়া......

সদায় অলপ দূৰলৈ চাওঁতেই এন্টনীৰ চকুৱে চকুৱে পৰিল। তেওঁ আগুৱাই আহি এন্টনীৰ হাত দুখনত ধৰি উচ্ছ্বাসেৰে ক'লে—অ', টুনটুনি দেখোন! তুমি ইয়াত? তুমি লণ্ডনত আছা বুলিহে শুনিছিলোঁ। হাই কমিচনাৰ অফিছত......

—এতিয়াও তাতে আছোঁ। দেউতা মৰাৰ পাছত ইয়াতে......

—অ', হয়তো! তোমাৰ দেশতো টিউটিকোৰিনত। টিউটিকোৰিনৰ টুনটুনি।......

—তুমি ফিছাৰী অফিচাৰবোৰৰ লগত কিয়? এন্টনীৰ প্ৰশ্ন।

—মই এতিয়া এনথ্ৰোপ'লজিকেল চাৰ্ভে অৱ ইণ্ডিয়াত। তাৰে প্ৰতিনিধিত্ব কৰি আহিছোঁ। এই মান্নাৰৰ পাৰৰ মাছমৰীয়া মানুহখিনি ভাৰতৰ এটা বিশেষ জনগোষ্ঠীত পৰে। এওঁলোকৰ বিষয়ে মোৰ বিৰাট কৌতূহল। এওঁলোকক লৈয়ে মোৰ গৱেষণা। আহাঁ, আহাঁ, পৰিচয় কৰাই দিওঁ......

ফিছাৰীজৰ গুৱিয়ালজনৰ ওচৰলৈ সদাই এন্টনীক লৈ গ'ল। পৰিচয় কৰাই দিলে। ভদ্ৰলোক কেথলিক মাছমৰীয়া নহয়; প্ৰ'টেষ্টান নাড়াৰ। ঘৰ ওচৰতে। তেওঁ এন্টনী লণ্ডনৰ হাই কমিচনাৰ অফিছৰ অফিছাৰ বুলি শুনি মুগ্ধ হ'ল। মুখৰ ভাব 'ইয়ৰ অবিডিয়েন্ট'ৰ নিচিনা। তেওঁ ক'লে—আহক, মোৰ কাৰণে গাড়ী আহিছে। আপোনাক ঘৰত থৈ আহোঁগৈ......

সদাইঁতে এন্টনীক এৰি নিদিলে। সদাই ক'লে—তুমি এই সম্প্ৰদায়ৰ মানুহ হ'ব পাৰা বুলি মই ভবাই নাছিলোঁ। আচৰিত কথা। নহয় জানো? আমাৰ টুনটুনি ফিৰিঙ্গী যে মীনপাৰোয়া......

ষ্টেচনৰ গেইটত চুচান কাৰ্দোজা। সি লৰালৰিকৈ আহিছে। পিছত এটা

এন্টনীয়ে তাইক এচাৰ মাৰি বিছনাত পেলাই দিছিল। সি কোঠাটোৰ পৰা ওলাই অহাৰ সময়ত সাপিনীৰ ফোঁচ-ফোঁচনি তাইৰ কথা কেইটা শুনিবলৈ পাইছিল—ঠিক আছে, তোমাক মই চাই ল'ম……

—মাম্মি, তুমি ইয়াত! মই তোমাক বিচাৰি গোটেইখন ঘৰ ঘুৰিলোঁ। বিশ বছৰমান বয়সৰ ছোৱালী এজনীক চুচান কাৰ্দোজাই হাতত ধৰি লৈ আহিল। ছোৱালীজনী বৰ ক্ষীণ। ৰং শেঁতা বগা। বব কটা চুলি। পিন্ধিছে এখন ফুলাম বাৰ্মিজ লুঙি! গাত হাত-কটা টাইট ব্লাউজ। টানি টানি কোৱা কথাবোৰ মৰম লগা। তাইৰ আচৰণ দহ বছৰীয়া ছোৱালী এজনীৰ দৰেহে।

চুচানে ক'লে—বেবী তোমাক বিচাৰি হাইৰাণ। আহাঁ, বেবী, তোমাৰ লগত চিনাকি কৰি দিওঁ। এওঁ মিছেচ লোবোৰ একমাত্ৰ সন্তান। ভাল নাচে। এখেতে এন্টনী ফাৰ্ণাণ্ডো। লণ্ডনৰ বাসিন্দা।

—ৰিয়েলি? লানডান? বেবীৰ চকুত অবিশ্বাস। এই ভেষ্টি আৰু কুৰ্তা পিন্ধা মানুহটো……

বাহিৰত গাড়ীৰ শব্দ। চুচান আৰু জয়াম্মাই দুৱাৰৰ ফালে খোঁজ দিলে।

চোফাৰ ইটো চুকত বেবী। তাই কথা ইংৰাজীত কৈছে। লেনীয়াকৈ। বোম্বেমাৰ্কা ইংৰাজী।

—সঁচাকৈয়ে আপুনি লানডানত থাকে? মোৰ লানডানখন চাবলৈ বৰ হেঁপাহ। বোম্বেৰ ৱালসিংহামত পঢ়াৰ সময়ত মোৰ লগত ক্ৰেছিডা নামৰ এংলো-ইণ্ডিয়ান ছোৱালী এজনীয়েও পঢ়িছিল। তাইৰ মাক-বাপেক লানডানত আছিল। তাই বছৰেকত দুবাৰ লানডানলৈ গৈছিল। তাই সেই ঠাইৰ বহুত গল্প আমাক শুনাইছিল। আৎসা, আপুনি বাৰু নাচিব……

এন্টনীয়ে বেবীক তন্ন-তন্নকৈ চাইছে। প্লাক কৰা আঁকা চেলাউৰি। চকুৰ পতাত কৃত্ৰিম আইলাছ। তাৰ তলত পাতল সেউজীয়া ৰং। দুগালত ৰুজ। ওঁঠত লিপষ্টিক। ইয়াৰ ৰং সেউজীয়া। ডিঙিত দামী গহনা। হাততো। বাওঁ হাতৰ গাঁঠিত এটি সৰু ঘড়ি বন্ধা। ছোৱালীজনীয়ে নিজেকে বেচ সজাব পৰাব জানে। বয়স অলপ……

বেবীয়ে হেলনীয়াকৈ চাই আকৌ সুধিলে—আপুনি নিশ্চয় খুব ভালকৈ নাচিব পাৰে?

—অলপ অচৰপ।

—আপুনি ডেন্সৰ পোছাক পিন্ধি নাহিল কিয়?

এন্টনীয়ে ভাবিছে। চৈধ্য বছৰৰ আগতে এই ছোৱালীজনীক তাৰ দেখা মনত নপৰে। জয়াম্মাৰ ল'ৰা-ছোৱালী আছে বুলি সি শুনা নাছিল। এই তেন্তে কাৰ ছোৱালী? মিষ্টাৰ লোবোৰ তেন্তে আন……

—বোম্বেত থাকোতে মই বহুত বিলাতী নাচ শিকিলোঁ। ফক্সট্রট, টাঙ্গো, চাম্বা, ওৱাল্‌জ। মই নাচত প্ৰাইজ……

—হয় নেকি? ভাল কথা। তুমি কি পঢ়িছা?

—মোৰ পঢ়িবলৈ ভাল নেলাগে। নাচিবলৈহে ভাল লাগে। আৎসা, লান্‌ডানত এতিয়া কি আপ-টু-ডেইট নাচ চলিছে?

—মই ক'ব নোৱাৰোঁ।

—তাকো নেজানে? মোৰ বোম্বেৰ এজন বয়ফ্ৰেণ্ড জাহাজৰ অফিচাৰ। এতিয়া হেনো তাত ৰক এণ্ড ৰ'ল আৰু টুইষ্ট। তেওঁ ঘূৰি ঘূৰি নাচিও দেখুৱাইছিল। ভেৰি ইন্টাৰেষ্টিং। মোক শিকাব বুলিও কৈছিল। পিছে মই গুচি আহিলোঁ। আৎসা, আপোনাৰ মিছেচ ক'ত?

—মই বেচেল'ৰ। এন্টনীৰ চুটি উত্তৰ।

—অ', ডিয়েৰ, ডিয়েৰ। ইউ আৰ এ বেচেল'ৰ? লান্‌ডানত আপোনাৰ কোনো গাৰ্লফ্ৰেণ্ড নাই?

এন্টনী এইবাৰ সঁচাকৈয়ে গহীন হ'ল।

—হেল্লো মিষ্টাৰ ফাৰ্ণাণ্ডো, গুড ইভিনিং।

চৰকাৰী গুৰিয়াল মানুহজন দলে-বলে হাজিৰ হ'লহি। লগত সদা মুখাৰ্জি।

—তোমালোকৰ টিউটিকুৰিনত নাইট ক্লাব! অ', নিৰামিষ প্ৰহিবিচনৰ মাজত আকৌ বাৰ……

সদাই এন্টনীৰ ফালে চাই খিক্-খিককৈ হাঁহিছে।

চুচান আৰু মিছেচ লোবো অতিথি-সৎকাৰত ব্যস্ত। কোনে কি খাব? হুইস্কি, ব্ৰাণ্ডি, বিয়াৰ? চেম্পেইনো আছে ……।

—স্কচ্। গুৰিয়াল বিষয়াজনৰ পৰা সৰু বিষয়াজনলৈকে সকলো এই ক্ষেত্ৰত একমত। জানি ৱাকাৰ, ব্লেক লেবেল……

—আপুনি মিষ্টাৰ ফাৰ্ণাণ্ডো……

—অহ্, থেংক ইউ। অৰেঞ্জ জুচ……। এন্টনীয়ে আনবোৰ নেখোৱাটোকে ঠিক কৰিলে।

—আৰে, কি কয়? নেখায়? গুৰিয়ালজনৰ চেলাউৰি কপালত উঠিলগৈ।

—মোকো অৰেঞ্জ জুচ। সদা মুখাৰ্জিৰ মাত। ইবোৰ বস্তু মই সহিব নোৱাৰোঁ। আপোনালোকে এইবোৰ ক'ৰ পৰা আনিলে? ইয়াত প্ৰহিবিচন নহয় জানো?

—হয়, প্ৰহিবিচন তো আছেই। ৰাজাজীৰ জেদ। কিন্তু আমি যোগাৰ ৰাখিবই লাগে। ইয়াত চব প্ৰহিবিচন……। কিন্তু ইয়াতনো কোনে চাবলৈ আহিব?

—ইয়াৰ বাহিৰেও এই ঠাই বাফাৰ জ'নত পৰিছে। এফালে পালিয়ামকোটা আৰু এফালে তুভুকুড়ি। এইটো অংশ কোনো অ. চি..ৰ এলেকাত নপৰে। চুচানে কৈ গ'ল। ককায়েকৰ পিছে পিছে যোনুৱেল।

আন ঠাইত এগৰাকী সুন্দৰী মহিলাক কেন্দ্ৰ কৰি মৌচাক। মহিলাগৰাকী লিন্ডা। তাইৰ কায়দা মহাৰাণীৰ দৰে। এহাল মতা-তিৰোতা দুৱাৰ-মুখত। চুচান আগুৱাই গ'ল। সিহঁতক চিনাকি কৰি দিলে—এখেত তুভুকুড়িৰ বিখ্যাত বংশৰ সন্তান। ডেভিড কোৰেৰা। ডাঙৰ কাৰবাৰী। এখেত মিছেচ……। আৰু এখেত আমাৰ এন্টনী ফাৰ্ণাণ্ডো। আমাৰ সমাজৰ নক্ষত্ৰ। লণ্ডনৰ হাই কমিচনাৰৰ অফিচৰ এজন ডিপ্লোমেট……

এন্টনীৰ মাৰ্চিক চিনি পাবলৈ অকণো অসুবিধা নহ'ল। লগত তাইৰ স্বামীও আছে। তাৰ গোটেই মূৰটো তপা। পেটুৱা। পিন্ধিছে জেকেট আৰু ৰংচঙীয়া টাই।

সি চেলাউৰি কোঁচ খুৱাই এবাৰ এন্টনীক চাই ল'লে। সি গহীন ভাব এটা দেখুৱাই ক'লে—অ', গড্উইনৰ ল'ৰা……

—ঠিকেই ধৰিছা। তোমাৰ পৰিবাৰৰ সম্পৰ্কীয় বুলি কোনোবাই কোৱা মোৰ মনত পৰিছে। এবাৰ তেওঁৰ লগতেই মেডামৰ বিয়াৰ যো-জা হৈছিল। চুচানে ক'লে। ডেভিড মাৰ্চিক লগত লৈ অলপ আঁতৰি গ'ল।

গিৰিগিৰি লোবোৱে যেন চাৰিটা ঠেঙেৰেহে জপিয়াই ফুৰিছে। ৱেটাৰবোৰে ৰক্ষা পোৱা নাই। ইয়াত দে, তাত দে। ইয়াত হুইস্কিৰ গ্লাছ। তাত ব্ৰাণ্ডি। ইয়াত জিন আৰু লাইম—মহিলাসকলৰ হাতত জিন আৰু লাইম। কেৱল মিছেচ লোবো আৰু লিন্ডাৰ বাহিৰে। তেওঁলোকৰ হাতত স্কচৰ গ্লাছ।

গিৰিগিৰি লোবো যেন এটা জেঠীহে। সি আজি চ্যুট-টাই পিন্ধি আহিছে। পেন্টটো উজ্জল। টাইৰ নটটো ডিঙিৰ পৰা দুই ইঞ্চি তলত। তাৰ খেয়ালেই নাই। সি অসম্ভৱ ব্যস্ত।

চুচান আৰু ফিছাৰীৰ গুৰিয়ালজন এখন চোফাত। তেওঁলোকে ফুচ-ফুচাই কথা পাতিছে। অফিচাৰবোৰ নিলগে নিলগে আছে। সকলোৰে হাতত গ্লাছ। ওচৰৰ টিপয়বোৰত নিমখীয়া কাজু আৰু চীপ্‌চ। মিছেচ লোবো আহি ফিছাৰীৰ গুৰিয়ালজন আৰু চুচানৰ মাজত বহিলহি। অলপ আঁতৰত লিন্ডাই পৰিবেশটো ৰসাল কৰি তুলিছে। চাৰিওফালে হাঁহিৰ ৰোল। লিন্ডাই কিন্তু হহাঁ নাই। তাইৰ চকু মিছেচ লোবোৰ ফালে। সেই চাৱনি এবাৰ পিছলি আহি এন্টনীৰ ওপৰত পৰিলহি। অবাক চাৱনি। ভেষ্টি আৰু কুৰ্তা পিন্ধা এইটো ক'ৰ গাঁৱলীয়া ?

এন্টনী আৰু সদা মুখাৰ্জি ওচৰা-ওচৰিকৈ বহিছে। সিহঁতে অৰেঞ্জ জুচ খাইছে আৰু গল্প কৰিছে।

সদা মুখাৰ্জিয়ে কৈছে—এনেবোৰ মাতালৰ পাল্লাত পৰিম বুলি জনাইছেঁতেন মই নাহিলোহেঁতেন। ইয়াত কাণ্ডকাৰখানাবোৰ ভাল দেখা নাই। বোধকৰোঁ তোমাৰ ঘৰলৈকে যাব লাগিব।

—বলা। মোৰ ঘৰত একো অসুবিধা নহ'ব। মোৰ বৰ আহল-বহল ঘৰ। তদুপৰি আমি দুয়ো প্ৰাণ খুলি কথা-বতৰা পাতিব পাৰিম।

—এন্টনী, তুমি এইখন সমাজত কেনেকৈ আছা?

—কোনো মতে আছোঁ।

হঠাৎ সদা মুখাৰ্জিৰ এটা অট্টহাস্য শুনি এন্টনীয়ে কি হ'ল বুলি সোধাত মুখাৰ্জিয়ে ক'লে—সৌ যে দেখিছা, জেঠীৰ দৰে মানুহটো, তাক চিনি পোৱা? ই কাৰ্দোজা কোম্পানীৰ মেনেজাৰ। সি মোক ৰাতিলৈ বিছনাৰ পাৰ্টনাৰ লাগিব নেকি দুপৰীয়াতে সুধিছিল। সি ক'লে যে চৰকাৰী বিষয়াই ৰাতি অকলে শুলে ভাল টোপনি নহয়।

—তই কি ক'লি? এন্টনীয়ে জানিবলৈ বিচাৰিলে।

—কলোঁ, তোমালোকৰ ঠাই বৰ গৰম। এখন বিছনাত দুজন? ঘামৰ গোন্ধত মই শুবকে নোৱাৰিম। মোৰ আকৌ অভ্যাসটো সুকীয়া।

ইয়াকে কৈ সদাই পেটটো উঠা-নমা কৰি খুব হাঁহিলে।

আঁতৰত এটা ল'ৰাৰ কান্ধত পিয়ানো একৰ্ডিয়ান। সি বজাবলৈ আৰম্ভ কৰিলে। ভৰিৰে তাল ধৰিলে। ফক্স্ ট্ৰট।

নাচ আৰম্ভ হ'ল। ফিছাৰীৰ গুৱিয়ালজনৰ লগত মিছেচ লোবো।

গুৱিয়ালজনক দেখুৱাই সদাই এন্টনীক কৈছে—ই এটা পিপা। দুপৰীয়া কল্ড বিয়েৰ ঘাইছে ছ-বটল। সি কয় যে ইয়াতকৈ কম হ'লে হেনো তাৰ তৃষ্ণা দূৰ নহয়। এতিয়া চোৱাচোন। ইতিমধ্যে দুই গ্লাছ হুইস্কি খতম কৰিলেই। সৌ মিছেচ লোবোৰ হাতত ধৰি ধৰি তৃতীয় গ্লাছ আৰম্ভ কৰিছে। চুচান কাৰ্দোজাই অহাৰে পৰা ইয়াৰ লগত ফুচফুচাই কথা পাতি আছে। ই বোধহয় এই ঠাইৰ মাছমৰীয়া সম্প্ৰদায়ৰ হৰ্তাকৰ্তা। ৰোচ ভিক্টোৰিয়া নামতহে ফিছাৰীৰ মিনিস্টাৰ। এই মাতালটোহে আচল। গতিকে কাৰ্দোজাই দহলাখমান টকাৰ ঋণৰ বাবে আমাৰ এই ফিছাৰীৰ গুৱিয়ালটোক ধৰিছে। ইয়াৰ সৰুসুৰা অফিচাৰবোৰে কাৰ্দোজাক যমৰ সমান ভয় কৰে। সি এটা বেয়া ৰিপৰ্ট দিয়াৰ লগে লগেই এটা অফিচাৰক ক্ৰুচেডাই আইলেণ্ডলৈ বদলি কৰা হ'ল। এইটো জনহীন আইলেণ্ড; তেনেই পাণ্ডৱ-বৰ্জিত। থাক তাতে পঁচি। এতিয়া একোটা কাৰ্দোজাই ফিছাৰমেন এছোচিয়েচনৰ নামত ধাৰ পাবৰ কাৰণে তেল মাৰিছে। উস, এই জঘন্য পৰিবেশটোৰ পৰা আঁতৰ হ'ব পাৰিলেই ৰক্ষা।

এন্টনীয়ে সকলো শুনি গৈছে। সিফালে বাজনাৰ অন্ত পৰিছে। যোৰবোৰ

ভাগি বিযোৰ হৈছে। গ্লাছে গ্লাছে চুমা। গৰম গৰম মাছ ভঁজা। বেটাৰবোৰ বেছি ব্যস্ত হৈ পৰিছে। আকৌ যন্ত্ৰসঙ্গীত। আকৌ নাচ। ওৱাল্‌জ। তপা ডেভিদ কোৰেৰা বেবীৰ সৈতে ফ্লৰত। বেবীয়ে তাৰ পেটৰ ওপৰত নিজকে লিপিট খুৱাই দিছে। মাৰ্চিয়ে আহি এন্টনীক ধৰিছেহি।......

এন্টনীয়ে ক'লে—মাৰ্চি, বহাঁ।

সদা মুখাৰ্জিয়ে উঠি গৈ বিভিন্ন কোণৰ পৰা হলঘৰটো নিৰীক্ষণ কৰিবলৈ ধৰিলে। তেওঁৰ চাৰিওফালে নজৰ। কৌতূহলো অফুৰন্ত।

—মাৰ্চি, তোমাৰ আৰু আগৰ চেহেৰা নাই।—এন্টনীৰ কণ্ঠত দৰদ। মাৰ্চিৰ দীঘল হুমুনিয়াটো ঘূৰ্ণি বতাহৰ দৰে। তাই হাতত থকা জিন আৰু লাইমৰ গ্লাছটোত চুমা দি কণ্ঠনলী তিয়াই লৈ ক'লে—বৰ সোনকালে বুঢ়ী হৈ গ'লোঁ, এন্টনী। শেষ হৈ গ'লোঁ। মোৰ জীৱনৰ উঁহ শুকাই গ'ল।

—তোমাৰ ল'ৰা-ছোৱালী? —এন্টনীয়ে জানিবলৈ বিচাৰিলে।

—এটা হৈছিল। তিনি মাহতে পেটতে নষ্ট হ'ল। তাৰ পাছত আৰু হোৱা নাই।

—ডাক্তৰক দেখুওৱা নাই?

—ডাক্তৰে কয়, তেওঁৰ বীজত সন্তান জনম দিয়াৰ শক্তি নষ্ট হৈ গৈছে। বলা না, মোৰ লগত অলপ পৰ নাচিবা।

—ভেষ্টি আৰু কুৰ্তা পিন্ধি জানো মানুহে নাচে? তদুপৰি ভৰিত চেণ্ডেল।

—তুমি এদিন মোৰ ঘৰলৈ আহিবা দেই।—মাৰ্চিৰ অনুৰোধ।

মাৰ্চি বহাৰ পৰা উঠিল। ওচৰত বহি থকা ডেকা এটাক লৈ ফ্লোৰত নামিল। ডেকাটোৰ নাম জুলিয়ান। প'ৰ্ট অফিচৰ কেৰাণী।

সদা আহি আকৌ এন্টনীৰ ওচৰত বহিলহি। সুধিলে—সেইজনী তোমাৰ গাৰ্ল ফ্ৰেণ্ড নেকি?

—মোৰ মাৰ ফালৰ পৰা ভনী। অৱশ্যে এদিন তাইৰ লগত বিয়াৰ কথা চলিছিল। বহুদিনৰ আগতে।

—দক্ষিণত এনে সম্পৰ্কৰ মাজতহে বাজযোৰা হয়। বিয়া নকৰিলা কিয়?

এন্টনীয়ে উত্তৰ নিদিলে। সদাই আপোন মনে কৈ গ'ল—তেতিয়া তুমি সেই ছোৱালীজনীৰ—কি নাম তাইৰ?—অ' মনত পৰিছে—চাৰুপমা উত্তৰ......

এন্টনীৰ চকু সদাৰ মুখৰ ওপৰত। তাৰ মুখত এটা তৃপ্তিৰ হাঁহি। সদাই কৈয়ে থাকিল—কি অদ্ভুত ছোৱালী! তুমি তাইকেইতো......। সেইবোৰ কথা বাদ। তুমি বিয়া-চিয়া কৰালে নে নাই?

—নাই। আজি পৰ্যন্ত। কিন্তু সোনকালে কৰাব লাগিব।

—দেশী ছোৱালী?

—দেশী ছোৱালীয়েই। আমি ছুবছৰ ধৰি এনগেইজ্ড। এইবাৰ বিয়াখন পাতিম। তোমাৰ খবৰ কি? সেই প্ৰতিমা সেন?

—কি কোৱাহে? তেখেত এতিয়া প্ৰতিমা মুখাৰ্জি। চাৰিটি সন্তানৰ জননী। আগৰ ক্ষীণাঙ্গী প্ৰতিমা এতিয়া তাৰ দুগুণ। সকলো অঙ্গ গোলাকাৰ। কঁকালত বাতবিষ। বুকুত ধপ্‌ধপনি আৰু পোৰণি। এনে এটা শৰীৰ লৈ ছোৱালী কলেজত শিক্ষকতা কৰে আৰু সংসাৰ চলায়।

সদাই আগৰ দৰে পেট নচুৱাই নচুৱাই হাঁহিবলৈ ধৰিলে। সি হঠাৎ উঠি গ'ল। এপাক ঘূৰি আহি ক'লেহি—কেলেঙ্কাৰীৰ চূড়ান্ত। ইমান মাল হজম হ'ব পাৰে জানা? ইহঁতে পৰৰ পালে অৰৰ গাৰেও খায়। এই অফিচাৰবোৰে বমি কৰি টয়লেটটো ওপচাই পেলালে।

তাৰ পাছত আকৌ পেট নচুৱাই নচুৱাই হাঁহি। —আমাৰ ফিছাৰীৰ গুৰিয়ালজনৰ আকৌ হুইস্কি খাই পেট নভৰিল, কেচুৱাৰ দৰে পিয়াহ খাবৰ মন গ'ল। শেষত মিছেচ লোবোৰ ব্ৰাত ধৰি টনাটনি। বাৰুকৈ সেই জেঠীটো আহি গুৰিয়াল মহাশয়ৰ কলাৰত ধৰি আঁতৰাই দিলেহি। জেঠীটো দেখাতহে লেং পেং, গাত খুব জোৰ।—সদা মুখাৰ্জিয়ে কথা কেইটা হাঁহি হাঁহি ক'লে। তাৰ দৃষ্টি নৈৰ্ব্যক্তিক।

ইফালে পুৰা মাত্ৰাত নাচ চলিছে।

ৰাতি বাৰ। ডিনাৰৰ বাবে অনুৰোধ। অপাৰ বস্তু। চাৰিখন টেবুলত সজাই থোৱা আছে। বুফে ডিনাৰ।

এতিয়া এণ্টনীৰ চকুৰ আগত ভাঁহি উঠিছে সাগৰৰ পাৰৰ সেই দৃশ্যটো: মাটিৰ চৰুৰ পৰা শিশু কেইটাই ভাত লৈ খাইছে।......

হঠাৎ টেবুলৰ ওচৰত থিয় দি ফিছাৰীৰ গুৰিয়ালজনে বক্তৃতা দিয়া সকলোৱে শুনিবলৈ পালে। কথাবোৰ গতানুগতিক :......আমি আজি স্বাধীন দেশৰ অধিবাসী। আজি আমি সকলো বস্তু নতুনকৈ চাব লাগিব। পাৰোৱা কমিউনিটিক আগৰ দৰে মাছমৰীয়া মানুহ বুলি অবহেলা কৰিলে নহ'ব। দেশ গঢ়িবলৈ হ'লে এই কমিউনিটিয়েও অৰিহণা যোগাব লাগিব। আমাৰ প্ৰথম পাঁচবছৰীয়া পৰিকল্পনা কেনেকৈ সফল কৰিব পৰা যাব তাৰ বিষয়ে মই এটা প্ৰবন্ধ লিখিছোঁ। ই মোৰ গবেষণা। কেনেকৈনো দেশৰ অৰ্থনীতি উন্নতি কৰিবৰ বাবে ফিছাৰমেন কমিউনিটিক কামত লগাব পাৰি এই বিষয়ে এই প্ৰবন্ধত বিস্তাৰিতভাৱে লিখিছোঁ। বি. কে.! বি. কে. ক'ত? মই তেওঁক ৰিপ্ৰিণ্টবোৰ আনিবলৈ কৈছিলোঁ।

বাহিৰত কৰ্তব্যৰত মানুহ এটাই বি. কে.-ক বিচাৰি আনিলে। বি. কে.-ৰ মুখখন প্ৰস্তৰ-সদৃশ। সি ৰিপ্ৰিণ্টৰ কথা একো নেজানে। তাক এই বিষয়ে কোনেও কোৱা নাই।

—ব্ৰথলেছ, ছিলি ফুল! ঠিক মতে এটা কামো নহয়।—ফিছাৰীৰ গুৰিয়ালজনৰ তৰ্জন-গৰ্জন।

—মোৰ লগত ৰিপ্ৰিণ্ট আছে। মই কাইলৈ সকলোলৈকে পঠিয়াই দিম। —চুচানে ক'লে।

এন্টনীয়ে একো খাব পৰা নাই। তাৰ কেৱল মনত পৰিছে এটা কথা। এটা ঘৰত এজনী মহিলা। তাইৰ বেমাৰত মৰোঁ মৰোঁ অৱস্থা। তাইৰ গিৰিয়েক এদল মাতালক শেহ ৰাতিলৈকে সন্তুষ্ট কৰাত ব্যস্ত। এন্টনীয়ে বি. কে.-ক ক'লে—মোক থৈ আহকগৈ। লগতে সদা মুখাৰ্জিও যাবলৈ ওলাল। তেওঁ ক'লে—ময়ো তোমাৰ লগত যাওঁ। মই এই মাতালবোৰৰ লগত থাকিব নোৱাৰোঁ।

চহৰ পোৱাৰ লগে লগে এন্টনীয়ে বি. কে.-ক ক'লে—আপুনি ইয়াত নামক। ঘৰ পালেহিয়েই। বি. কে. আচৰিত হ'ল। ক'লে—তেনে হ'ব নোৱাৰে, ছাৰ।

এন্টনীয়ে জেদ ধৰি ক'লে—কিন্তু মই আপোনাৰ ঘৰলৈ যামেই।

উপায় নেপাই বি. কে.-ই ড্ৰাইভাৰক নিজৰ ঘৰলৈ যোৱা ৰাস্তাটো দেখুৱাই দিলে।

ডাঙৰ ৰাস্তাটো এৰি অলপ গ'লেই বি. কে.-ৰ ঘৰ। এটা সামান্য ঘৰ। ঘৰৰ আগত গাড়ীখন ৰোৱাৰ লগে লগেই ভিতৰৰ পৰা কিছুমান মানুহ ওলাই আহিল। তেওঁলোকে বি. কে.-ক গাত ধৰি ভিতৰলৈ লৈ গ'ল।—বলা, বলা। অন্তিম সময়ত, যেয়ে হওক, ওলালাহি। ইমান সময় ক'ত আছিলা? এতিয়া মুখত এচলু পানী দিয়া।

এন্টনী মূৰ্তিৰ দৰে নিশ্চল। বিপদৰ আভাস পাই সদা গাড়ীৰ পৰা নামিল। ভিতৰলৈ গৈ ৰোগিণীক দেখি বাহিৰত ক'লেহি—ড্ৰাইভাৰ, শীঘ্ৰে এজন ডাক্তৰক আনাগৈ। ক'ৰা, তেওঁ আহিবই লাগিব।

—এন্টনী, তুমি ইয়াতে থাকা। ময়ো গাড়ীত যাওঁ।

সদা মুখাৰ্জিয়ে আধা ঘণ্টাৰ পাছত ক'ৰবাৰ পৰা এজন ডাক্তৰ আনিলেগৈ। কিন্তু ইতিমধ্যে বি. কে.-ৰ পৰিবাৰৰ বুকুৰ স্পন্দন চিৰদিনৰ কাৰণে বন্ধ হৈ গ'ল।

বি. কে.-ৰ পৰিবাৰৰ সৎকাৰ কৰি ৰাতিপুৱা এন্টনী ঘৰলৈ উভতি আহিল। লগত সদা মুখাৰ্জি। বাহিৰৰ কোঠাত ভৰি দিয়েই পিটাৰক শুই থকা দেখিলে। তাৰ ভৰিৰ শব্দত পিটাৰে সাৰ পালে।

সমুখত গড্‌উইনৰ ফুল ছাইজ অইল-পেইণ্টিং। সেইফালে দেখুৱাই সদাই ক'লে —এনেকুৱা চেহেৰা দেখিয়েই হৰ্নেলৰ ভুল হৈছিল। চকু-মুখত কি সাংঘাতিক তেজ। ভাবটো এনেকুৱা : মই দুনিয়া শাসন কৰিব পাৰোঁ। চকুৰ চাৱনি সাইলাখ ৰয়েল টাইগাৰৰ। অলপধতুৱা মানুহে এনে লোকক দেখিলে ভয় খাব। সাত ফুটমান ওখ এটা প্ৰকাণ্ড শৰীৰ। ডাঙৰ ডাঙৰ হাড়। সাইলাখ মালয়-পলিনেচিয়াৰ চৰ্দাৰবোৰৰ চেহেৰা। চকু-মুখৰ ভাবো তেনেকুৱাই। সেয়েহে হৰ্নেলৰ মতে মীনপাৰোয়াসকল আচলতে মালয়-পলিনেচিয়াৰ পৰা আহিছিল।

—হৰ্নেল নো কোন?—এণ্টনীয়ে সুধিলে।

—মাদ্ৰাজ ফিছাৰীজৰ ডিৰেক্টৰ। পঁচিশ-ত্ৰিশ বছৰৰ আগৰ। সদাই উত্তৰ দিলে।

পিটাৰে ক'লে—ৰোড্ৰিগো খুড়াই কয় যে আমি হেনো এচিয়া মাইনৰ, চিৰিয়া, ফিনিচিয়া আদি ঠাইৰ পৰা অহা। আমাৰ সম্প্ৰদায়ৰ আৰু এটা নাম হ'ল ভাৰদন। আৰ্যসকল অহাৰ বহু পূৰ্বে আমি এই দিশলৈ আহিছিলোঁ। আমাৰ নামৰ পৰাই হেনো এইখন দেশৰ নাম ভাৰতবৰ্ষ।

কথাটো মনোমত হোৱাত এণ্টনীয়ে সুধিলে—মহেঞ্জোদাৰো-হৰপ্পা আদি আমাৰ উপৰি-পুৰুষসকলৰে কীৰ্তি?

—হ'ব পাৰে। একো আচৰিত কথা নহয়। বহুতৰ ধাৰণা, মহেঞ্জোদাৰো-হৰপ্পাৰ সভ্যতা দ্ৰাবিড়সকলৰ।—সদাই এই অভিমত দিলে। অলপ পৰ বৈ ক'লে—এই মীনপাৰোয়াসকল আদিম দ্ৰাবিড়সকলৰ গোড়া মানুহখিনিৰ সমষ্টি হ'ব পাৰে। কিন্তু মই মূৰ, নাক, থুতৰি আৰু দাঁতৰ পাৰিৰ জোখ নৈহে সঠিককৈ ক'ব পাৰিম। আচলতে এইটো গৱেষণাৰহে বিষয়।

—আমি জাতি হিচাবে বৰ পুৰণি। পিটাৰে ক'লে।

—প্ৰমাণ? সদাৰ প্ৰশ্ন।

—পুৰণি জাতবোৰৰ দৰে, আমাৰ মানুহবোৰ খং উঠিলে বাঘৰ দৰে ৰক্তপিপাসু হৈ পৰে, পিশাচ হৈ পৰে। সহজে হত্যাকাণ্ডত লিপ্ত হ'ব পাৰে। তাকে দেখিলে আপোনাৰ গাৰ নোম ডাল ডাল হ'ব। পেটৰ ভোকো ৰাক্ষসৰ দৰে। দেহৰ ভোকো তেনেকুৱাই।

সদাই অলপ হাঁহি ক'লে—হয় নেকি? ছোৱালীইঁতো তেনেকুৱা?

পিটাৰে ক'লে—আৰু সাংঘাতিক। সিহঁতৰ তেজত সমুদ্ৰৰ জোৱাৰ-ভাটা। এবাৰ মন মজিলে এজনী ছোৱালী পীৰিতিৰ বানপানীত উটি ফুৰে আৰু মনৰ মানুহটোকো সেই বানপানীৰ সোঁতত পেলায়। সমাজ সংস্কাৰৰ কথা নেভাবে।

আগৰ দৰে পেট জোকাৰি জোকাৰি হাঁহি সদাই ক'লে—তেনেহলে ভাল বাচি আছোঁ। ৰাতি বেড পাৰ্টনাৰ নলৈ ভালেই কৰিলোঁ। এটা কথা। ইয়াত বাৰু পুৰণি কথা কাৰ পৰা জানিব পৰা যাব?

পিটাৰে মাত লগালে—ৰোড্ৰিগো খুড়াৰ পৰা। খুড়াই বহুত কথা জানে। খুব পঢ়াশুনা কৰে।

—তেনেহলে তেখেতৰ ওচৰলৈকে যাওঁ বলক।

পেৰিয়াকোইলৰ পিছ ফালে এটা গলিত ৰোড্ৰিগো খুড়াৰ ঘৰ। এজন চুটি-চাপৰ খীণ মানুহ। মূৰৰ চুলিবোৰ পকা। চুটি চুটি চুলি। চকুত খুব শক্তিশালী লেন্সৰ চছমা। চছমা থকা সত্বেও এডাল হেণ্ড লেন্স লৈ খুড়াই এটা সৰু আখৰেৰে ছপোৱা প্ৰবন্ধ পঢ়ি আছে। তেখেতে ইঙ্গিতেৰে পিটাৰ, এন্টনী আৰু সদাক বহিবলৈ দিলে।

দহমিনিট মানৰ পাছত ৰোড্ৰিগো খুড়াই মূৰ তুলি চালে। শক্তিশালী লেন্সৰ ভিতৰেদি দেখা সৰু সৰু চকু দুটাৰ চাৱনিটো চঞ্চল।

—পিটাৰ, কি খবৰ? এওঁলোক কোন?

ইতিমধ্যে এন্টনী আৰু সদাই প্ৰবন্ধটোত চকু ফুৰালে। ফাদাৰ হেৰাচৰ 'দ্য চুমেৰিয়ান চিভিলাইজেচন'।

—বোম্বেৰ চেন্ট জেভিয়াৰ্চ কলেজৰ প্ৰফেচাৰ ফাদাৰ হেৰাচ? সদাই সুধিলে। ৰোড্ৰিগোৱে হাঁহি এটা মাৰি ক'লে—হয়। আপুনি চিনি পায়?

—ব্যক্তিগতভাৱে চিনি নেপাওঁ। কিন্তু তেখেতৰ বহু গ্ৰন্থ আৰু প্ৰবন্ধ পঢ়িছোঁ।

—আপোনাৰ কি ধাৰণা?—ৰোড্ৰিগো সদাৰ মতামত জানিবলৈ উৎসুক। অথচ ইমান পৰ পৰিচয় ল'বলৈকে তেখেতে পাহৰি গৈছে।—তেখেতৰ মহেঞ্জোদাৰোৰ লিপিৰ বিষয়ে লিখা... ...

—মই পঢ়িছোঁ। তেখেতে কয় যে এইবোৰ প্ৰাচীন তামিল শব্দ। কিন্তু......

নিমিষতে ৰোড্ৰিগোৰ মুখৰ চেহেৰা সলনি হ'ল, তেখেতৰ হাঁহিটো মাৰ গ'ল। চেলাউৰি কোঁচ খালে। ক'লে—হেৰাচৰ প্ৰমাণসমূহ বাজে বুলি ভাবিছে? আপুনিনো কোন?

ইয়াৰ পাছত ইংৰাজী এৰি তামিলতে ক'লে—কাট্ৰ দু কাল্লালায়ু কাল্লাদাদু উলগাডায়ু[1]।

1 উলগাডায়ু—যিকণ জনা হৈছে সেয়া মাত্ৰ এটা বিন্দুহে, নজনাখিনি অনন্ত।

তেখেতৰ বৰ খং উঠিল। তেখেত কোঠাটোৰ এটা কোণলৈ লৰালৰিকৈ গ'ল।

ঘৰৰ ভিতৰত কিতাপ ঠাহ খাই আছে। বেছি ভাগ কিতাপেই পুৰণি। বেৰত মান্ধাতা যুগৰ ৰেক। তাত বাঁহৰ ঢোকা। তাত বহুত কিতাপ। ঘৰৰ মজিয়াত, কঠৰ ওপৰত আৰু তক্তপোচৰ ওপৰত কাকত আলোচনী আৰু কাগজৰ আবৰ্জনা। বহু বছৰৰ আগতে পালিছ কৰা টেবুল এখনৰ ওপৰত কিতাপ আৰু কাগজৰ দম। তাৰ মাজত ৰোড্ৰিগোৱে কিবা বিচাৰিছে।

পিটাৰে মাত দিলে—খুড়া! ৰোড্ৰিগোৱে তাৰ ফালে চোৱাত সি ক'লে—এখেত এন্‌থ্ৰোপ'লজিকেল চাৰ্ভেৰ পৰা আহিছে। আমাৰ পাৰোৱাসকলৰ বিষয়ে জানিবলৈ। এখেত হ'ল—সদানন্দ মুখাৰ্জি। এন্টনীৰ বন্ধু।

—এন্টনী? এন্টনী কোন? ৰোড্ৰিগোৱে কিতাপখন থ'লে আৰু আগুৱাই আহিল।

এন্টনীয়ে নিজেই নিজৰ পৰিচয় দিলে—মই এন্টনী ফাৰ্ণাণ্ডো।

—এন্টনী ফাৰ্ণাণ্ডো? আমাৰ পাৰোৱা কমিউনিটিৰ? দেউতাৰাৰ নাম?

—গড্‌উইন ফাৰ্ণাণ্ডো।

—অ', তাকে কোৱা। তুমি গড্‌উইনৰ ল'ৰা। গড্‌উইনে মোক দাদা বুলি মাতিছিল। মোতকৈ তিনি বছৰৰ সৰু। লিখাপঢ়া নিশিকিলে, কিন্তু সাংঘাতিক বুধিয়ক। তুমি বাপ্‌কা বেটা। তেনেহলে তোমাৰ বয়স বত্ৰিশ। হয়নে? কলিকতাৰ গ্ৰেজুৱেট। লণ্ডনত থাকা। আমাৰ সম্প্ৰদায় সম্পৰ্কে কোনো জ্ঞান......

এন্টনীয়ে এই বিষয়ে একো জ্ঞান নাই বুলি সবিনয়ে স্বীকাৰ কৰি ক'লে—মোৰ বন্ধুৰহে বৰ ৰাপ।

ৰোড্ৰিগোৱে সদাক গুৰুত্বকে দিব খোজা নাই। কিন্তু সদাও এৰি দিয়া ভকত নহয়। সি আৰম্ভ কৰিলে—আপোনালোক ভাৰতৰ এটা প্ৰাচীন সভ্য জাত......

—প্ৰাচীন মানে? ৰোড্ৰিগোৱে সদাৰ মাত বন্ধ কৰি সুধিলে। তেখেতৰ কথা কোৱাৰ ধৰণটো চেলেঞ্জৰ দৰে।—তোমালোক আৰ্যবোৰ ভাৰতলৈ অহাৰ বহু পূৰ্বে আমি আহিছিলোঁ। আমি ভাৰদনসকল......

অলপ ৰৈ আকৌ কৈ গ'ল—ঋগ্বেদৰ সময়তকৈ পাঁচ হেজাৰ বছৰ আগতে আহিছিলোঁ। আমাৰ সভ্যতা অতি কমেও আঢ়ৈ হেজাৰ বছৰৰ আগৰ। এই ভাৰত শব্দটো! ইয়াৰ যে কত ধৰণৰ হেৰ-ফেৰ। ভাৰা, বালা, পাল্লা, ভাৰ, বাহাৰ, বাৰ, মাৰা, মাল্লা, মালা, মাৰ, পালৱা, পাল্লাবা, পাৰথোবা, পাৰোৱা। তাৰ পৰাই ব্ৰাহুই। বিল্লা, ভিল্লা, ভিল্লালা......আৰু বহুত।

—ব্ৰাহুইসকল বেলুচিস্তানৰ দ্ৰাবিড়। ভিলসকল মধ্যভাৰতৰ আদিবাসী...... সদাই যোগ দিলে—মালা, মাল্লাৰ বঙ্গদেশত। কিন্তু পল্লৱসকল জানো দ্ৰাবিড়?

—নিশ্চয়। পল্লবৰাজ নৰসিংহ বৰ্মনে মাৰাঠাৰাজ দ্বিতীয় পুলকেশীক যুদ্ধত হেৰুৱায়। মহাবলীপুৰম পল্লবসকলৰে কীৰ্তি। এতিয়া তাৰ এফাল সাগৰৰ বুকুত……

—মীনপাৰোৱাসকল তেনেহলে দ্ৰাবিড় ?

—হেজাৰ বাৰ। হৰ্নেল চাহাবে যিহকে কওক লাগে। তামিলসকলৰ বিষয়ে ফাদাৰ হেৰাচৰ জ্ঞান হৰ্নেলতকৈ বহুত বেছি।

এন্টনী আৰু পিটাৰে মনে মনে শুনিহে গ'ল। পিছে সদা ৰ'ব নোৱাৰিলে। বুঢ়া ৰোড্ৰিগোৰ খং উঠে বুলি খুব সাবধানে ক'লে—কিন্তু মীন শব্দটো হ'লে সংস্কৃত……

ৰোড্ৰিগোৰ মুখত এটা অদ্ভুত হাঁহি। তাচ্ছিল্যৰ। সদাই যেন শিশুৰ দৰে বাজে কথাহে কৈছে।

—ন' ব্ৰাডাৰ, ন'। মীন[1], মাইল[2], মুত্তু[3]—এইবোৰ খাঁটি দ্ৰাবিড় শব্দ। ভোকাবুলাৰি বঢ়াবৰ কাৰণেহে এইবোৰ শব্দ সংস্কৃতলৈ গৈছে। তোমালোকৰ প্ৰফেচাৰ সুনীতিবো মোৰ লগত এক মত।

সদাৰ মুখত আচৰিত হোৱাৰ চিন। সি সুধিলে—প্ৰফেচাৰ চাটাৰ্জিৰ লগত আপোনাৰ চিনাকি আছে ?

—নিশ্চয় আছে। মাদ্ৰাজলৈ আহিলেই তেখেতে মোক মাতি পঠিয়ায়। বিৰাট পণ্ডিত। তেখেতৰ কোনো গোঁড়ামি নাই।

—পাৰোৱা শব্দটো ক'ৰ পৰা আহিল ? সদাৰ ব্যগ্ৰ প্ৰশ্ন।

ৰোড্ৰিগোৱে ক'লে—তামিলত পাৰোৱা মানে চৰাই। অতীজত দ্ৰাবিড়সকলে তিনিবিধ অগ্নিৰ পূজা কৰিছিল : সূৰ্য, চন্দ্ৰ আৰু আচল অগ্নিৰ। দ্ৰাবিড়ৰ ভিতৰতে আকৌ বহুত গোষ্ঠী। অনেক ভাগ, অনেক ক্লেন। সকলো ক্লেনৰে সুকীয়া সুকীয়া প্ৰতীক চিহ্ন। মানে এম্‌ব্লেম। এটাৰ চিহ্ন মাছ, মীন। তেওঁলোক মীনাভাৰ……। এদিন সন্ধিয়া তেওঁলোকে সূৰ্যলৈ চাই আছিল। হঠাৎ সূৰ্যৰ ভিতৰত এটা চৰাই দেখা পাইছিল। চৰাইৰ আৰু সূৰ্যৰ জ্যোতি সমান আছিল। চৰাইটো যেন সূৰ্যৰ বন্ধুহে। গৰুড়ৰ কন্‌চেপ্ট—এক্‌জেক্টলি। সেই দিনাৰ পৰা চিহ্নটো সলনি কৰি চৰাই কৰিলে। তেতিয়াৰ পৰা তেওঁলোকৰ সম্প্ৰদায়ৰ নাম মীনভাৰৰ সলনি পাৰোৱাৰ হ'ল। আচলতে ই এটা ৰূপকথাহে। ৰূপকথাক তোমালোকে মিছা বুলি কোৱা। সকলোবোৰ পুৰণি জাতৰে ক্ষেত্ৰত অলপ মিথ অৰ্থাৎ ৰূপকথা মিহলি হৈ থাকিবই। কিন্তু মিথ যদিও একেবাৰে মিছা হ'ব নোৱাৰে। ইয়াৰ মাজতে সত্য লুকাই থাকে। আমি তাকে বিচাৰি উলিয়াব লাগে। নহয় জানো ?

—এই ক্ষেত্ৰত আচল কথাটো কি ? সদাই জানিবলৈ বিচাৰিলে।

1 মীন—মাছ 2 মাইল—ময়ূৰ 3 মুত্তু—মুকুতা

—মই আগতেই কৈছোঁ যে পাৰোয়াৰ লগত ভাৰতৰ মিল……। আমি খাঁটি দ্ৰাবিড়, ৰোল্ল অনা তামিল। তাৰ প্ৰমাণ তিৰুনেল্‌ভেলী আৰু চিলোন। জাফ্‌না আৰু তিৰুনেল্‌ভেলীৰ তামিলসকল বিশুদ্ধ তামিল। তামিল ভাষাত 'চেন তামিল'। আন ক'তো তামিল ভাষা এনে শুদ্ধ ৰূপত থকা নাই।

—কাৰণ কি?

—আৰ্যসকল নিজৰ ভাষা লৈ উত্তৰৰ পৰা আহিছে। বেচ মিলামিছা হৈছে। যেনে, বামুণসকল। উত্তৰত আৰ্য আছিল, দক্ষিণত তামিল হ'লহি। তেওঁলোকে তামিল ভাষাত অজস্ৰ সংস্কৃত শব্দ সুমুৱালে। কিন্তু বিশুদ্ধ তামিল এটা সুকীয়া বস্তু। সংস্কৃতৰ 'স'টোও নাই। ভাৰতৰ সংস্কৃতিৰ আঁতিগুৰি জানিবলৈ হ'লে পণ্ডিতসকলে গঙ্গাৰ পাৰত গবেষণা কৰাতকৈ ভৈগৈ নাইবা তাম্ৰপৰ্ণীৰ পাৰতহে গবেষণা আৰম্ভ কৰা যুগুত। কিন্তু মোৰ কথা কোনে শুনিব? জৱহৰলাল কাশ্মীৰী বামুণৰ ল'ৰা। তেওঁৰ শৰীৰত খাঁটি আৰ্যৰ তেজ। ইয়াত তেওঁৰ কাম চলাইছে ৰাজাগোপালচাৰীয়ে। তেওঁৰো শৰীৰৰ তেজ আৰ্যৰ। ভাষাটোহে মাথোন তামিল……।

এণ্টনীয়ে মাত লগালে—খাঁটি তেজৰ মানুহ ভাৰতবৰ্ষত নাই। সকলোৰে তেজ মিহলি হৈ একে হৈ পৰিছে। আৰ্য, দ্ৰাবিড়, কোল, মুণ্ডা; সকলোৰে।

—ঠিকেই কৈছা। "অন দ্য চি শ্ব'ৰ অৱ হিউমেনিটি"—টেগোৰ আচল কথাই কৈছে। আমি জানো খাঁটি হৈ আছোঁ? ভালকৈ বিচাৰিলে আমাৰ তেজত পৰ্তুগীজ, দাচ, গ্ৰীক, ৰোমান, বৰ্বৰী, মূৰ, আৰবী আদিৰ তেজ পোৱা যাব। হাঃ হাঃ হাঃ……

হাঁহিটো হাঁহি নহয় যেন বোমাহে। ৰোড্ৰিগোৱে কৈয়ে আছে—মান্নাৰৰ মুকুতা বুটলিবলৈ যি আহিছে, সিয়েই এই তেজ দিছে আৰু আনৰ তেজ নিছে। তুত্তুকুড়ি হ'ল এখন হাট। দুনিয়াৰ হাট……।

অলপ পৰ বৈ ৰোড্ৰিগোৱে পিটাৰক ক'লে—তিনি কাপ কফি আৰু অলপ মুৰুকু দি যাবলৈ কোৱাচোন। মাৰিয়াক ক'লেই হ'ব।

পিটাৰ কাষৰ দুৱাৰেদি ভিতৰ সোমাল আৰু দুই মিনিট মানৰ পাছত ওলাই আহিল।

সদাই ক'লে—মই মীনপাৰোয়াসকলৰ ব্লাড-গ্ৰুপ পৰীক্ষা কৰিব খোঁজো।

ৰোড্ৰিগোৱে ক'লে—কৰিব পাৰা। তাত অনেক জাতৰ চিন পাবা।

ইয়াকে কৈ তেওঁ এক অভিনৱ ইতিহাসৰ বাতৰি দি গ'ল—মান্নাৰৰ মুকুতাৰ ইতিহাস বৰ পুৰণি। মুকুতাৰ ইতিহাস মানেই আমাৰ মীনপাৰোয়াসকলৰ ইতিহাস। আমাৰ আদি পুৰুষসকলে দুহেজাৰ বছৰ ধৰি ডুব মাৰি মুকুতা আৰু শঙ্খ তুলিছে। মান্নাৰৰ তলিৰ পৰা।……

এণ্টনীৰ বাবে এই ইতিহাস তেনেই নতুন। সি অবাক! সি নিজক নিজে কৈছে—দুহেজাৰ বছৰ! বাঃ……

ৰোড্রিগোৱে ক'লে—এৰা, দুহেজাৰ বছৰ। খ্রীষ্ট মৰাৰ পাছত এশ বছৰৰ ভিতৰত ৰোমান ঐতিহাসিক প্লিনি ভাৰতলৈ আহে। তেওঁ মান্নাৰৰ মুকুতাৰ কথা লিখে। মই আৰু এটা আচৰিত খবৰ দিওঁ। অৱশ্যে প্লিনিয়ে দিয়া খবৰ।……

তিনিওৰে চকু এতিয়া ৰোড্রিগোৰ মুখৰ ওপৰত। ৰোড্রিগোৱে যেন ৰহস্য-ৰোমাঞ্চ চিৰিজৰহে পাত লুটিয়াইছে।

—দুনিয়াৰ পহিলা নম্বৰৰ সুন্দৰী ৰাণী ক্লিউপেট্রা। মাৰ্কাচ এণ্টনিয়াচক ভোজ খুৱাইছে। ভোজসভাত ক্লিউপেট্রাৰ ৰূপ দহ গুণ বাঢ়িছে। ক্লিউপেট্রাৰ কাণত দুটা মান্নাৰৰ মুকুতা। সেই দুটা মুকুতাৰ তুলনা নাই। তাৰপৰা ৰামধেনুৰ ৰং বিয়পিছে। পৃথিৱীৰ শ্রেষ্ঠ হীৰা এই মুকুতাৰ ওচৰত ম্লান। চিজাৰৰ ক্লিউপেট্রালৈ ই এটা আচৰিত উপহাৰ। দাম এতিয়াৰ টকাৰ মূল্যত বাইছ লাখ।……

পিটাৰে ক'লে—এনে মুকুতা আমাৰ এই মান্নাৰৰ……

ৰোড্রিগোৱে মূৰ জোকাৰি ক'লে—নিশ্চয়। ইয়াৰ প্রমাণ বাইবেলত আছে। চেবাৰ ৰাণী ৰজা চ'ল'মনক দেখা কৰিবলৈ যাব। ভালেমান মুকুতা……

—এই মুকুতাবোৰ মান্নাৰৰ পৰা পোৱা বুলি কিবা প্রমাণ আছে? সদাই লাহে লাহে প্রশ্ন কৰিলে।

—কোৰকাই ইয়াৰ প্রমাণ। কোৰকা তুত্তুকুড়িৰ কাষৰ তাম্রপর্ণীৰ পাৰৰ এটা বন্দৰ। তেতিয়া ইয়াৰ নাম আছিল কোলখাই। ইয়াৰ পৰা অলপহে দূৰ। গৈ চাই আহিব পাৰা। তাত চিজাৰৰ ৰাজত্বৰ সময়ৰ ৰোমান মুদ্রা পোৱা গৈছে। তেতিয়া কোলখাই বন্দৰত লক্ষ লক্ষ শামুক তোলা হৈছিল। তাৰ পেটৰ পৰা লক্ষ লক্ষ মুকুতা বাহিৰ কৰা হৈছিল। শঙ্খও তোলা হৈছিল। তাৰ কিছুমান আৱর্জনাৰ মাজত মই নিজে কৰতেৰে কটা এটা শঙ্খ পাইছোঁ। এতিয়া শঙ্খ কাটি বঙ্গদেশতহে খাৰু তৈয়াৰ কৰা হয়। ঢাকাতো, কলিকতাতো। ঢাকা পাকিস্তানলৈ গৈছে। এতিয়া কলিকতাহে শঙ্খৰ একমাত্র বজাৰ……

ক'লা অতিপাত খীন ছোৱালী এজনীয়ে থালত তিনি কাপ কফি আৰু অলপমান মুৰুক্কু সজাই আনি সকলোৰে মাজত থ'লেহি। সদাই এণ্টনীক কাণৰ ওচৰত ফুচফুচাই ক'লে—এনেকুৱা দাঁতভগা টান বস্তু তোমালোকেই খোৱা।

সদাই একাপ কফিহে হাতত তুলি ল'লে। ৰোড্রিগোৱে এটা মুৰুক্কু ভাঙি চোবাই চোবাই কফিৰ কাপত চুমা দিলে। লগে লগে এণ্টনী আৰু পিটাৰেও মুৰুক্কু আৰু কফি খোৱাত লাগি গ'ল।

—খুড়াৰ দাঁতবোৰ এই বয়সতো শিলৰ দৰে।—পিটাৰে হাঁহি হাঁহি ক'লে।

—এবাৰ তোৰ দেউতাৰৰ লগত বাজি মাৰি পঞ্চাছটা মুকুতা চোবাইছিলোঁ। তোৰ দেউতাৰ হাৰিল। হাঃ হাঃ হাঃ……

আকৌ সেই বোমা ফুটাৰ দৰে হাঁহি।

—প্লিনিয়েই আটাইতকৈ পুৰণি ডকুমেণ্ট নেকি? সদাই সুধিলে।

—কিয় হ'ব? মহাবংশ, চিলোনৰ মহাবংশ। পালি ভাষাত লিখা। ইয়াত থকা গল্পটো বৰ ইন্টাৰেষ্টিং। খ্ৰীষ্ট জন্ম হোৱাৰ পাঁচ শ বছৰৰ আগতে লিখা। তেতিয়া এই অঞ্চল আছিল মাদুৰাৰ পাণ্ড্য ৰজাৰ ৰাজ্য। পাণ্ড্য ৰজাৰ জীয়াৰীয়ে নাৰেৰে সাগৰত ফুৰিবলৈ গৈছিল। হঠাৎ প্ৰচণ্ড ধুমুহা আহিল। ৰাজকুমাৰীৰ নাওখন চিলোনত লাগিলগৈ। সিংহলত তেতিয়া ৰাজ্য প্ৰতিষ্ঠা কৰিছিল বঙালী বিজয়সিংহই। তেওঁ আছিল চফল ডেকা। ৰাজকুমাৰীক দেখি তেওঁ মুগ্ধ। তেওঁ ৰাজকুমাৰীক ঘৰলৈ নি বিয়া কৰালে। শহুৰেকক বিজয়ে প্ৰচুৰ মান্নাৰৰ মুকুতা উপহাৰ……

—খুব ইন্টাৰেষ্টিং ঘটনা। সদাৰ মন্তব্য।

—টলেমী মিছৰৰ মানুহ। দ্বিতীয় শতিকাত সাগৰেদি তেওঁ ভাৰত পালেহি আৰু ভাৰত-ভ্ৰমণ কৰিলে। এই অঞ্চলৰ মুকুতা-খেতিৰ কথাও লিখিলে। লগতে আমাৰ সম্প্ৰদায়ৰ কথাও। চচিকুৰাই মুকুতাৰ শ্ৰেষ্ঠ বজাৰ। চচিকুৰাই হ'ল এতিয়াৰ তুত্তুকুড়ি……।

—সেই সময়ৰ তামিল ক্লাচিকসমূহে আমাৰ সম্প্ৰদায়ক পাৰাথেবৰ বুলি উল্লেখ কৰিছে। পাৰাথেবৰসকলেই সেই সময়ৰ নাৱৰীয়া। তেওঁলোকে সাগৰত মাছ মাৰিছিল, মুকুতা আৰু শঙ্খ তুলিছিল। তেওঁলোক বৰ বলী মানুহ আছিল। মাছ-মঙহ খাইছিল। লগত অনবৰত ধেনু-কাঁড় আছিল……

—সেই সময়ত মুকুতা-খেতিৰ আচল মালিক কোন আছিল? পিটাৰৰ প্ৰশ্ন।

—আচল মালিক আছিল উত্তৰৰ ৰাজৰাই। কিন্তু আমাৰ সম্প্ৰদায়ৰ লগত তেওঁলোকৰ এটা বন্দবস্ত আছিল। বন্দবস্তটো লিজৰ নিচিনা। আমাৰ সম্প্ৰদায়ৰ চৰ্দাৰ আছিল সদায় এজন জাতিতালেবৰ। তেৱেঁই মীনপাৰোৱাসকলৰ সৰ্বেসৰ্বা। ক্লেনৰ চীফ। এজন জাতিতালেবৰ মৰিলে মীনপাৰোৱাসকলে নিজৰ ভিতৰৰ পৰা নিজৰ চৰ্দাৰ বাছি লয়। যি কোনো মানুহ এনে চৰ্দাৰ হ'ব নোৱাৰে। চৰ্দাৰজনৰ আটাইতকৈ ডাঙৰ গুণ হ'ব লাগিব সাগৰৰ বিষয়ে সকলো কথা জনাটো। হাঙৰ, ভূতপ্ৰেত, জীন, দৈত্য আদি খেদোৱাৰ মন্ত্ৰবোৰ তেওঁ জানিবই লাগিব। গাৰ বল আৰু সাহস সকলোতকৈ বেছি হ'ব লাগিব। তেওঁ সম্প্ৰদায়ৰ সকলো মানুহকে সমান চকুৰে চাব লাগিব। মুঠতে সম্প্ৰদায়টোৰ ভাল-বেয়া তেওঁৰ ওপৰতে নিৰ্ভৰশীল। তেওঁ সঠিক সময়ত ৰজাৰ দৰবাৰত কৰ আৰু ভাল ভাল মুকুতা দি আহিব লাগিব……

ৰোড্রিগোৱে কৈ গৈছে—এনেকৈয়ে বহুকাল পাৰ হ'ল। এথাৰ শতিকাত আমাৰ সম্প্রদায়ৰ লগত পাণ্ড্য ৰজাসকলৰ মতানৈক্য হ'ল। ৰজা আৰু আমাৰ সম্প্রদায়ৰ মাজত বিৰোধ হোৱাৰ ফলত ৰজাই মুকুতা তোলাৰ কাম নিজৰ হাতলৈ আনিলে। কোইলপট্টনম বন্দৰত তেওঁলোক কাঁচীৰ আচামীৰ হতুৱাই এই কাম কৰালে। কিন্তু এই চেষ্টা সফল নহ'ল। পানীৰ তলৰ পৰা মুকুতা তোলা গছৰ পৰা ফল পৰাৰ নিচিনা সহজ কাম নহয়। যিটো সম্প্রদায়ে হেজাৰ হেজাৰ বছৰ ধৰি এই কাম কৰি আহিছে সেই সম্প্রদায়ৰ মানুহক বাদ দি এনে কাম কৰা সহজ নহয়। এথাৰ শতিকাতে মুকুতাৰ খেতিৰ মালিকানা পাণ্ড্যসকলৰ পৰা চোল ৰজাসকলৰ হাতলৈ গ'ল। তেওঁলোকে অধিকাৰটোহে বজাই ৰাখিলে, কাম কৰোৱালে মীনপাৰোৱাসকলৰ হতুৱাইহে। মীনপাৰোৱা-সকলেও ভাল উপার্জন কৰিলে।......এথাৰ শতিকাৰ পৰা চৈধ্য শতিকাৰ পহিলা ভাগলৈকে এই ব্যৱস্থাই চলি থাকিল। ইয়াৰ পাছত পঞ্চাশ বছৰ কাল মুকুতা খেতিৰ মালিক হ'ল কর্ণাটৰ নবাবসকল। ইতিমধ্যে বিজয়নগৰ সমৃদ্ধিশালী হ'বলৈ ধৰিলে। চৈধ্য শতিকাৰ শেষৰ ফালে বিজয়নগৰৰ নদন- বদন অৱস্থা। কৰমণ্ডল উপকূললৈকে। প্রায় দুশ বছৰ ধৰি বিজয়নগৰত আৰাবিদু বংশৰ ৰাজত্ব বাহাল থাকিল।......

—ইয়াৰ ভিতৰতে পার্চিয়ান গাল্‌ফৰ ডুব মাৰি মুকুতা তোলা বর্বৰী আৰব, মূৰ আৰু চাৰাচেনবোৰ মান্নাৰৰ মুকুতা খেতিৰ আশে পাশে ঘূৰি ফুৰিবলৈ ধৰিলে। ইমান দিনে বিজয়নগৰৰ ভয়ত সিহঁত আঁতৰি আছিল। আচলতে মাদুৰাৰ মাৰাঠী ৰজা নায়কসকলেইহে আছিল বিজয়নগৰৰ ভাইচৰয়। যোল্ল শতিকাৰ আগ ভাগতেই নায়কসকলৰ অৱস্থা নিশকতীয়া হ'ল। সেয়েহে ইয়াৰ সুযোগ লৈ মূৰসকলে মান্নাৰ উপকূলত শিবিৰ পাতিলেহি। তেওঁলোকক কোড়িকোডৰ জামোৰিনৰ ভাড়া কৰা গুণ্ডাবোৰে সহায় কৰিলে। তেওঁলোকে ইচ্ছামতে সাগৰত ডুব মাৰি মুক্তা তোলা আৰম্ভ কৰিলে।

ৰোড্রিগোৱে কফি দুধোকমান গিলি অলপ বৈ কিবা ভাবিলে। তেওঁ আকৌ বক্তৃতা আৰম্ভ কৰিলে—আমাৰ সম্প্রদায়ৰ মানুহবোৰ এই অঞ্চলৰ হাজাৰ হাজাৰ বছৰৰ পুৰণি বাসিন্দা। আচলতে চান্‌চ অব দ্য চইল। তেওঁলোকে সহ্য কৰিব কিয়? সেয়েহে বিৰোধ হ'ল। সংঘর্ষ ঘটিল। মূৰসকলৰ জাহাজত জুই লগাই দিয়া হ'ল। বহুত মূৰ মৰিল। সিহঁতক সাগৰত উটাই দিয়া হ'ল। মূৰসকল পলাল।

—পলোৱাৰ পাছত সিহঁতে কোড়িকোডৰ জামোৰিনক ধৰিলেগৈ। জামোৰিনৰ লগত তেতিয়া আৰবসকল বেচ বন্ধুভাবাপন্ন। এওঁলোকৰ হাততেই এই অঞ্চলৰ শাসনভাৰ পৰিছিল। আৰব আৰু মূৰ ডকাইতবোৰে জামোৰিনৰ সহায় পাইছিল। জামোৰিনে কৈছিল—তহঁত কামত লাগি যা। পিছত মই আছোঁ......

—জাহাজ-ভৰ্তি চিপাহী আৰু মালাবাৰৰ মোপলা মুছলমান। মুৰৰ দলটো বেছ শক্তিশালী। তেতিয়া এই অঞ্চলৰ শাসন নায়ক ৰজাৰ হাতত। এই ৰজাৰ মানুহবোৰৰ লগত মুৰবোৰৰ সনাপিটিকা ভাৱ। মুৰৰ দলটোৱে প্ৰতিশোধ ল'লে। অমানুষিকভাৱে। মুৰ আৰু আৰবৰোৰে মীনপাৰোৱা-বোৰক মাৰি খতম কৰিবলৈ বিচাৰিলে। বহু মীনপাৰোৱা সংঘৰ্ষত মৰিল ; বহুতো সাগৰত পৰি মৰিল। মীনপাৰোৱাবোৰে নায়ক ৰজাৰ সহায় বিচাৰিলে। কিন্তু সহায় পোৱাৰ চেষ্টা বিফল হ'ল।……

—ইতিহাসৰ ঘটনাবোৰ যেন একো একোখন নাটকহে। বুইছা, তাপ্সি……। কফিত আৰু দুটামান চুমা। আকৌ আৰম্ভ—ঠিক সেই সময়তে তুত্তুকুড়িত এগৰাকী কনভাৰ্ট মালাবাৰি আছিল। নাম যোৱাও ড্য ক্ৰুজ। এসময়ত জামোৰিনৰ দূত হৈ পৰ্তুগাললৈ গৈছিল। তেওঁ পৰামৰ্শ দিলে—তোমালোকে কোচিনৰ পৰ্তুগীজ কেপ্টেনৰ সহায় বিচৰা। কিছু দিনৰ আগৰে পৰা পৰ্তুগীজবোৰে সাত সমুদ্ৰৰ মণিমুক্তা আহৰণ কৰিবলৈ আৰম্ভ কৰিছে। ইউৰোপত পৰ্তুগালৰ ৰজাৰ প্ৰচণ্ড প্ৰতাপ।……ভাস্কো-ডা-গামা পশ্চিম উপকূললৈ আহিছে। পৰ্তুগীজৰ ঘাঁটি গোৱাৰ কোচিনত। পৰ্তুগীজবোৰে জাহাজত মানুহ লৈ ঘুৰাঘুৰি কৰি আছিল। ড্য ক্ৰুজক লগত লৈ পোন্ধৰজন মুখিয়াল মীনপাৰোৱাই তেওঁলোকক কোচিনত ধৰিলেগৈ। অনুৰোধ কৰিলে—আমাক ৰক্ষা কৰক……

—তেওঁলোকে ক'লে, মাভৈ! পিছে এটা চৰ্ত আছে। তোমালোকৰ সকলো মীনপাৰোৱা কেথলিক ক্ৰীশ্চান হ'ব লাগিব। মা মেৰী আৰু যীশুক ভজিব লাগিব……। মীনপাৰোৱাবোৰে প্ৰাণৰ দায়ত ক'লে - ৰাজী আছোঁ। এয়া পোন্ধৰ শ বত্ৰিছৰ কথা……।

—ইউৰোপৰ কলোনী গঢ়াৰ এয়েতো গ'ল্ডেন ৰুট……। ইমান পৰৰ মুৰত সদাই মাত লগালে। আগত বাইবেল হাতত লৈ পুৰোহিত। তেওঁৰ পিছত জাহাজ-ভৰ্তি সৈন্য-সামন্ত, বন্দুক, কামান, বাৰুদ……।

এণ্টনীয়ে ক'লে—ঠিক কথা কৈছ। ইংৰাজ, ফৰাচী, জাৰ্মান, ডাচ, ডেনিছ—সকলোৰে এই একেই পলিচি।

ৰোড্ৰিগোৱে কৈ গ'ল—এই ক্ষেত্ৰতো এই পলিচিৰ ব্যতিক্ৰম নহ'ল। কোচিনৰ পৰ্তুগীজসকলৰ কাপ্তেন আছিল ডক্টৰ পেৰো ভাজ ড্য এড্‌মিৰেল। বৰ ভাল মানুহ, প্ৰশস্ত হৃদয়ৰ মানুহ। তেওঁ ক'লে—তোমালোকৰ বিপদ দেখি মোৰ বেয়া লাগিছে। নিৰ্ভয়ে থাকা, আমি আছোঁ নহয়। তেওঁ অতি শীঘ্ৰে ভাইকাৰ জেনেৰেল অব ইণ্ডিয়া, ফাদাৰ মাইকেল ভাজক পঠিয়াই দিলে। ভাজ তেতিয়া কোচিনত আছিল। খবৰটো লগে লগে গোৱা পালেহি। তাৰপৰা সৈন্য আহিও পালেহি। লগত বন্দুক-বাৰুদ আৰু কামান। অঞ্চলটো তল-ওপৰ হ'ল।

পর্তুগীজসকল লাভবান হ'ল। এটা গুলীতে দুটা চৰাই মাটিত পৰিল। তেওঁলোকে মুছলমান আৰব মুৰবোৰ খেদি পঠালে। তাৰ পাছতেই পাৰোৱাসকলক আন্ধাৰৰ পৰা পোহৰলৈ অনাৰ পৰ্বটো আৰম্ভ। প্ৰথমে ত্ৰিছখন গাঁৱৰ বিছ হেজাৰ মীনপাৰোৱা বেপ্‌টাইজ্‌ড। ফাদাৰ মাইকেল ভাজ তেওঁলোকৰ ত্ৰাণকৰ্তা। পোন্ধৰ শ বত্ৰিছ, তেত্ৰিছ আৰু চৌত্ৰিছত উত্তৰৰ ভেম্বুৰ আৰু কিল্লাকাৰাইৰ পৰা তুত্তুকুড়ি, পিন্নাকোইল, মানাপড, ইড়িণ্ডাকাৰাই, ওভাৰী, পেৰিয়াতাড়ই, লীভৰম আৰু কন্যাকুমাৰীলৈকে। মান্নাৰৰ পাৰৰ সমগ্ৰ অঞ্চলৰ মীনপাৰোৱাসকল একেলগে কেথলিক হ'ল। তেওঁলোক দেওবাৰে চাৰ্চলৈ যায়; তাত চকু জপাই হেল মেৰী আৰু ফাদাৰে মালা জপে। ইফালে পৰ্তুগীজ চাৰ্চৰ লগত পর্তুগীজ নাম যুক্ত হয়। তেতিয়াৰ পৰাই ভাজ, ৰোচ, মোথা, পেৰেৰা, কোৰেৰা, মাচাদো, কাৰ্দোজা, ফাৰ্ণাণ্ডো আদি নাম প্ৰচলিত হয়।

কফি শেষ হ'ল। অলপ পৰ সকলো নীৰৱ। আকৌ ইতিহাস-চৰ্চা চলিল। মান্নাৰৰ পাৰত পর্তুগাল ৰজাৰ ৰাজত্ব আৰম্ভ হ'ল। মীনপাৰোৱাবোৰে পর্তুগীজ অফিচাৰৰ হুকুমত সাগৰত ডুব মাৰে, শঙ্খ-মুকুতা তোলে। তাৰ বিনিময়ত সিহঁতে লাভৰ সামান্য অংশ এটাহে পায়। সিংহভাগ যায় পর্তুগালৰ ৰজাৰ ভঁৰাললৈ আৰু পর্তুগীজ অফিচাৰৰ জেপলৈ। পিন্নাকোইলৰ ঘাঁটিৰ পৰা পর্তুগীজ শাসন চলে। তেওঁলোক সদা সতর্ক। তেওঁলোকে মীনপাৰোৱাসকলক বাহিৰা শত্ৰুৰ পৰা ৰক্ষা কৰে আৰু সমগ্ৰ বিশ্বতে এনে এটা প্ৰচাৰ অভিযান চলায়: আমি সভ্য পৰ্তুগীজসকলে অসভ্য নেটিভবোৰক ৰক্ষা কৰিছোঁ। ইহকাল-পৰকালৰ হিত সাধিছোঁ। আন্ধাৰৰ পৰা পোহৰলৈ আনি তেওঁলোকৰ পৰকালৰ আত্মাকো উন্নত কৰিছোঁ......

—তেতিয়া সাধাৰণ মীনপাৰোৱাবোৰৰ অৱস্থা কেনে আছিল? পিটাৰে জানিবলৈ বিচাৰিলে।

—ৰস চেপি উলিয়াই পেলাই দিয়া ডাবৰিৰ দৰে। তেতিয়াও এতিয়াৰ দৰেই অৱস্থা। পুৱাৰ পৰা গধূলিলৈকে খাটিও দুবেলা দুমুঠি পেট পূৰাই খাবলৈ নেপায়। পিন্ধিবলৈ কাপোৰ নেপায়। অথচ এই মানুহবোৰৰ পৰিশ্ৰমৰ ফলতেই পর্তুগীজবোৰ চহকী হৈছিল। পোন্ধৰ শ আশী চনত পর্তুগীজবোৰ পিন্নাকোইল ত্যাগ কৰি তুত্তুকুড়িলৈ আহিল। পৰ্তুগীজ চাৰ্চ সজা হ'ল। গোৱাৰ চাৰ্চবোৰৰ দৰে। আৱাৰ লেডী অৱ স্নো চাৰ্চ। পোন্ধৰ শ তিৰাশীত। সকলো এই সাধাৰণ মীনপাৰোৱাবোৰৰ ধনেৰে।

—এক্সপ্লইটেচন! এন্টনীয়ে মন্তব্য কৰিলে।

ৰোড্ৰিগোৱে চেলাউৰিযোৰ কোঁচ খুৱাই এন্টনীৰ ফালে চালে। পিটাৰে

সেই কালৰ আচল ছবিখন জানিবলৈকে সুধিলে—ইয়াকে কেন্দ্ৰ কৰি কোনো প্ৰতিবাদ বা বিক্ষোভ আদি হৈছিলনে ?

—প্ৰতিবাদ বিক্ষোভ আদি থাকেই। এদল মানুহ দিনে ন-দহবাৰ পঞ্চাছ-ষাঠি ফুট তললৈ ডুব মাৰিছে। এই কাম কিমান কঠিন তোমালোকে নিশ্চয় উপলব্ধি কৰিব পাৰিছা। ইয়াৰ উপৰিও সাগৰত ধুমুহা আছে, হাঙৰ আদি আছে। সাগৰ এনে এটা প্ৰাকৃতিক অবদান, যত পদে পদে সংগ্ৰাম। প্ৰতি মুহূৰ্ত্ততে তাত প্ৰাণৰ ভয়। কিন্তু ইয়াৰ বিনিময়ত এই মানুহবোৰ পাইছে কি ? সিহঁতৰ নিজৰ সম্প্ৰদায়ৰ মানুহেই সিহঁতক ঘৃণাৰ চকুৰে চায়। বিদেশীয়েতো সিহঁতক মানুহ বুলিয়েই নেভাবে। খাটি খোৱা এনে হেজাৰ হেজাৰ মানুহক ওপৰৰ কিছুমান মানুহে নাঙল টনা বা গাড়ী টনা বলধতকৈ সুকীয়া কিবা এটা বুলি নেভাবে। দেখা যায় যে এই মানুহবোৰে পুৰ্বৰ পৰা বিত্তশালী লোকৰ অত্যাচাৰ সহি আহিছে······

—এই মীনপাৰোৱাৰ মাজত উচ্চ-নীচ আছে নেকি ? এণ্টনীৰ প্ৰশ্ন।

—তেতিয়াও আছিল, এতিয়াও আছে। কাম্মাৰকাৰ আৰু মেচেক্কা হিচাবে সম্প্ৰদায়টো বিভক্ত। এই বিভাজন তেতিয়াৰে পৰা চলি আহিছে। ইয়াৰ বাহিৰেও আছে জাতিতালৈবৰ। তেওঁলোক আকৌ চৰ্দাৰ। তেওঁলোক বিদেশী প্ৰভুসকলৰ ভক্ত।

সদাই সুধিলে—পৰ্তুগীজবোৰ কেতিয়া গ'ল ?

—ষোল্ল শ আঠাৰন্নত। 'মিউটিনি অন দ্য বাউন্টি' বুলি কথা এটা আছে। জানা নহয় ? য'তে ধনসম্পত্তি ত'তে খোৱা-কামোৰা, মৰামৰি। লাভৰ ভাগ-বটোৱা লৈ পৰ্তুগীজ অফিচাৰৰ মাজত খোৱা-কামোৰা আৰম্ভ হ'ল। পৰ্তুগীজবোৰৰ মীনপাৰোৱা সমাজৰ মগজ থকা মানুহখিনিৰ লগতো কাজিয়া হ'ল। কোনেও মকামিলা কৰিব নোখোজে। এনে অৱস্থা।······

সদাই মাত লগালে—তেতিয়া ইউৰোপতো পৰ্তুগীজৰ কঁকাল পৰি আহিল। সোতৰ শতিকাৰ মাজ ভাগত ইংৰাজ আৰু ফৰাচী গোট খাই পৰ্তুগীজৰ বিষদাঁত ভাঙি দিলে।

—তেতিয়া এই অঞ্চলত ডাচবোৰৰ ক্ষমতা প্ৰবল হৈ আহিল।—সদাৰ মুখৰ পৰা কথা কেইটা কাঢ়ি আনি ৰোড্ৰিগোৱে আগৰ দৰেই অনৰ্গল কৈ গ'ল—বিশেষকৈ চিলোনত। তাত তেওঁলোকে খোপনি পিটি চাৰ্চ সাজিছিল, অফিচ-কাছাৰী সাজিছিল, গুদামঘৰ সাজিছিল। শাসন আৰু বাণিজ্য একেলগে চলাইছিল। পাৰোৱা সম্প্ৰদায়ৰ মুখিয়াল কিছুমানে পৰ্তুগীজক খেদিবৰ বাবে ডাচবোৰক মাতি আনিলেগৈ। ডাচবোৰে পৰ্তুগীজক পৰাস্ত কৰি নিজেহে এই অঞ্চলত খোপনি পিটিলে। ডাচ আমোলত প্ৰথম মুকুতা তোলা হ'ল 1663 চনত।

তেতিয়াৰে পৰা 1696 চনলৈকে ডাচবোৰে মীনপাৰোয়াবোৰৰ ওপৰত প্ৰভুত্ব চলালে। লগতে মুকুতাখেতিৰ ওপৰতো। তাৰ পাছত আহিল বৃটিছ।

ৰোড্ৰিগো অলপ পৰ ৰ'ল। চকু-মুখেৰে এটা ভঙ্গী কৰি হাঁহি ল'লে। কণ্ঠস্বৰ বেলেগ কৰি অদ্ভুত ধৰণে ক'লে—তুত্তুকুড়ি এখন হাটহে। ইয়াত দুনিয়াৰ সকলো জাতিয়ে ব্যৱসায় কৰে। জাতিবোৰৰ লগত মীনপাৰোয়াৰ বিবাদো হয়, বন্ধুত্বও হয়। তুমি এই জাতিবোৰৰ মাজত মীনপাৰোয়াৰ তেজ বিচাৰি পাবা......

সদাই ক'লে—ভাৰতবৰ্ষৰ সাগৰৰ পাৰৰ ঠাইবোৰক লৈয়ে সুকীয়া এক ইতিহাস হয়। তেনেহলে আপোনাৰ মতে আদি আৰু অকৃত্ৰিম মীনপাৰোয়া বুলি একো থাকিব নোৱাৰে।

ৰোড্ৰিগোৰ মুখমণ্ডলৰ প্ৰতিটো অংশলৈকে খোলোচা হাঁহিটো বিৰিঙিল। তেওঁ পিটাৰ আৰু এন্টনীৰ ফালে আঙুলিয়াই ক'লে—নিশ্চয় থাকিব পাৰে। এই দুটা মানুহ পুৰা মীনপাৰোয়া। অকণো ভেজাল নহয়। কিন্তু মইহে ভেজাল। ইয়াৰ পৰাই পাৰ্থক্যখিনি ধৰিব পাৰিছা নে? ইহঁতৰ বিশাল চেহেৰা, গাৰ ৰংঘোৰ ক'লা। ভৰি-হাতবোৰ দীঘল দীঘল। হাড়বোৰ শকত। চুলি ক'লা, চকুও ক'লা। আৰু মোলৈ চোৱা। মোৰ গাৰ ৰং বগা। চকু দুটাও বেলেগ। এইবোৰ বিদেশৰ পৰা আমদানী কৰা গুণ। চহৰৰ সম্ৰান্ত অঞ্চলত মোৰ দৰে চেহেৰাৰ বহুত মানুহ দেখিবা। পইচা থকা মানুহবোৰৰ চেহেৰা এনে ধৰণৰ। উত্তৰ-দক্ষিণত থকা মাছমৰীয়া সম্প্ৰদায়ৰ মানুহখিনিৰ ওচৰলৈ যোৱা। দেখিবা যে সিহঁত খাঁটি মীনপাৰোয়া। তাৰ কাৰণটোও শুনি লোৱা......

ৰোড্ৰিগোৰ এইবাৰৰ হাঁহিটো কাণ তাল মৰা বিধৰ। তেওঁ বহু চেষ্টা কৰি হাঁহিটো কমাই ক'লে—তোমালোকে মোৰ তাতে দুপৰীয়া ভাত খাবা। সময় বহুত হ'ল।

—নেলাগে, আজিলৈ থাওক। এন্টনীয়ে তপৰাই মাত লগালে। পিটাৰেও ক'লে—খুড়া, আজি নেখাওঁ দিয়ক। আন এদিন আহিম।

ৰোড্ৰিগোৱে সুধিলে—আমাৰ বঙালীবাবু ক'ত উঠিছেহি?

পিটাৰে ক'লে—এন্টনীৰ ঘৰত। তাকে শুনি ৰোড্ৰিগোৱে আকৌ সুধিলে—চুচান আৰু মাইকেলে এওঁক লগ্না নাইনে?

—চেষ্টা কৰিছিল। কিন্তু এখেত তাৰপৰা ইয়ালৈ গুচি আহিল।

—চুচানহঁতে প্ৰমাণ কৰিবলৈ বিচাৰে যে সিহঁত মেচেকাৰ কাৰ্দোজা। সিহঁত কিন্তু আচলতে ফাৰ্নাণ্ডো। সিহঁতৰ বাপেকে বেচিল কাৰ্দোজাৰ ঘৰত ভাত বান্ধিছিল। সি বন্ধা-বঢ়াত বৰ পাকৈত আছিল। বেচিল কাৰ্দোজা আছিল সন্তানহীন। চুচানক বৰ মৰম কৰিছিল। তাক স্কুলত পঢ়াইছিল। তেওঁ মৰিলত

তেওঁৰ সম্পত্তিবোৰ ভাগিনবোৰে পালে। চুচান আৰু তাৰ ভায়েক মাইকেলে তেওঁৰ টাইটেলটোহে ল'লে। কাৰণ স্কুলত সিহঁতৰ টাইটেল আছিল কার্দোজা। চুচান যুদ্ধলৈ গৈছিল। ঘূৰি আহি নামৰ আগত কেপ্টেন বহুৱালে। মাছৰ বজাৰত দালালি আৰম্ভ কৰিলে। সি ফার্নাণ্ডো মীনপাৰোয়া যদিও তাৰ তেজত কি আছে মোৰ জানিবলৈ বৰ ইচ্ছা হয়।

পেট নচুৱাই হাঁহি হাঁহি সদাই ক'লে—চয়তানৰ তেজ।

ডাঙৰকৈ খোলোচা হাঁহি এটা মাৰি ৰোড্ৰিগোৱে ক'লে—বঙালীবোৰ সাংঘাতিক। দুই এদিনৰ ভিতৰতে এওঁ তলা-নলা গম পাই গ'ল।

বাহিৰৰ পৰা এটা মাত শুনা গ'ল—ইয়াত এন্টনী ফার্নাণ্ডো আছে নেকি?

এন্টনীয়ে ওলাই আহি দেখিলে, তাৰ দাৰোৱানটো বাহিৰত থিয় দি আছে। সি সুধিলে—কি হ'ল?

—আইয়া, আপোনাৰ আৰু বঙালীবাবুৰ লগত দেখা কৰিবৰ বাবে এজন ভদ্ৰলোক দুঘণ্টামান বহি আছেহি।

# 30

চিষ্টাৰ চোফায়াৰ দিনবোৰ পাখিলগা কাড়ৰ দৰে পাৰ হয়। ৰাতিবোৰ শিল হৈ পৰি থাকে। বুকুতো গধুৰ শিলৰ চাপ। এই চাপ প্ৰহৰে প্ৰহৰে বাঢ়ি থাকে। এতিয়া এই চাপ সহ্যৰ বাহিৰত……

চিষ্টাৰ মাজৰাতি বিছনাৰ পৰা উঠি বহে। আঠু লৈ হাতযোৰ কৰি প্ৰাৰ্থনা কৰে—এয়া মোৰ কি হ'ল, মাই লৰ্ড! হে করুণাময়, তুমি মোৰ অশান্ত মনটোক শান্ত কৰা। হে দয়াময়ী মেৰী, তুমি মোৰ মনটোক শান্তিত ৰাখা। মাদাবে উদিবি উদিবি উদিবি।[1]……

চিষ্টাৰে চকু দুটা জপাই 'আৱাৰ লেডী অৱ স্নো'ৰ মূৰ্তিটো ভাবিবলৈ চেষ্টা কৰে। পেৰিয়াকোইলত থোৱা মূৰ্তিটো; চৈধ্যশ চনত মেনিলাৰ চিষ্টাৰসকলে উপহাৰ দিয়া মূৰ্তি। এই উপহাৰ আছিল তুত্তুকুড়িৰ কেথলিক ভক্তসকলৰ বাবে। শুভ্ৰ মূৰ্তি। মূৰত সোণৰ মুকুট। চকু আৰু মুখত করুণা। কোলাত শিশু যীশু। অপূৰ্ব সুন্দৰ আৰু পৱিত্ৰ এই মূৰ্তি।……

চিষ্টাৰে যীশুৰ মুখখন ভালকৈ মনত পেলাবলৈ চেষ্টা কৰিলে। হঠাৎ বুকুখনত ব্যথা; শিশুটোক কোলাত ল'বলৈ তাইৰ হাত দুখন ব্যাকুল হৈছে। শিশুটোক জোৰেৰে বুকুত সুমুৱাই ল'বলৈ মন গৈছে। এতিয়া শিশুটো বুকুৰ ওচৰ পাইছেহি। অকণমান হাত দুটাৰে সি কুমাৰী বুকত কিবা বিচাৰিছে। স্তনত হাত দিছে। ওঁঠ দুখন তাত লগাইছে।……

চিষ্টাৰৰ শৰীৰ যেন কোমল কদম ফুলহে। চিষ্টাৰ এতিয়া নিজেই মা মেৰী। মনত আনন্দৰ প্লাবন। চিষ্টাৰ চোফায়া এতিয়া ব্যাকুল। এনেকৈ যদি চিষ্টাৰ অনন্তকাল থাকিব পাৰিলেহেঁতেন!

হঠাৎ চিষ্টাৰৰ মনলৈ বৈজ্ঞানিক বিশ্লেষণৰ ভাৱ এটা উদয় হ'ল। নিজকে বিজ্ঞানৰ আলোকত পৰীক্ষা কৰি চালে—ইমাকুলেট কন্সেপ্চন বোলা বস্তুটো মনৰ এই ভাবটোহে নেকি? নতুবা কিবা চিম্বলিক অৰ্থত……। তেন্তে মহামানৱ যীশুৰ জন্মবৃত্তান্ত মিছা নেকি?—অসম্ভৱ।

নিজৰ মনতে যুক্তি আৰু লগে লগে যুক্তিৰ খণ্ডনো। যীশু মানুহ আছিল যেতিয়া তেওঁ জন্ম-লাভ কৰিছিল। ই কেতিয়াও মিছা হ'ব নোৱাৰে। ই এক

1. উদিবি—হে দয়াময়ী মা, মোক কৃপা কৰা।

ঐতিহাসিক সত্য। মেৰীৰ ভ্ৰূণতে তেওঁৰ জন্ম। ভ্ৰূণ আপোনা-আপুনি সৃষ্টি নহয়। এয়া হ'ল ওভাৰী আৰু স্পাৰ্মৰ মিলন। শৰীৰৰ মিলন। পুৰুষৰ লগত নাৰীৰ।

ইম্যাকুলেট কন্সেপ্চনত শাৰীৰিক মিলনৰ প্ৰশ্নই নুঠে। তুমি কেথলিক ক্ৰীশ্চান। তুমি শুদ্ধাচাৰিণী নান। তোমাৰ এনে কথা মনলৈ অনাই পাপ। কোনোবাই যেন তাইক কৰ্কশ স্বৰেৰে কৈছে। ছিঃ, ছিঃ, মই এইবোৰ কি ভাবিছোঁ? মোৰ কি হ'ব?

চিষ্টাৰে দুহাতেৰে মুখখন ঢাকি হুক-হুককৈ কান্দি পেলালে।

বহু দিন ধৰি খাবলৈ নেপালে পেটৰ অৱস্থা স্বাভাৱিক হৈ নেথাকে। তেতিয়া খাবলৈ পালেও খোৱাৰ ইচ্ছা নহয়। ভোক নলগা হয়। এইটো চিষ্টাৰৰ বহু দিনৰ অভিজ্ঞতা। দুখীয়া বাপেক-মাকৰ দহটা ল'ৰা-ছোৱালী। তাৰ ভিতৰত চুফি দশম। সিহঁতৰ বাবে দিনৌ আহাৰ নেথাকে......

বাপেক টালি ক্লাৰ্ক। মাহিলী দৰমহা আছিল পঁচিছ টকা। কিন্তু তেওঁৰ সংসাৰৰ দাবী বহুত। নিমখ আনে মানে পঁইতা ভাত শেষ হৈ যায়। কোনো মতে অলপ খাদ্য যোগাৰ হয়। কোনো দিনা ঘৰত খুদকণ এটাও নেথাকে। খাবলৈ নোপোৱা বাবে ল'ৰা-ছোৱালীবোৰ অস্থিচৰ্মসাৰ হৈছে। সিহঁতৰ চকু গাঁতত সোমাইছে। সিহঁত অপৰিপুষ্টিৰ চিকাৰ হৈছে।

সিহঁতৰ মাজৰ কঙ্কালসাৰ ছোৱালীজনীৰ ডাঙৰ ডাঙৰ চকু কেইটা আৰু শুকান কৰুণ মুখখন দেখি গাঁৱৰ পেৰিছৰ প্ৰিষ্টৰ মায়া উপজিল। তেওঁ টালি ক্লাৰ্ক বাপেকৰ লগত কথা পাতি ছোৱালীজনীক লৈ গ'ল। উদ্দেশ্য হ'ল কোনোবা মিছনেৰী ফ্ৰি বোৰ্ডিঙলৈ পঠোৱা।

কিন্তু লগলৈ আনি লগ এৰাব নোৱাৰা অৱস্থা। ডাঙৰ ডাঙৰ কৰুণ চকুৰ ছোৱালীজনীৰ চকুহালৰ মায়া বৰ প্ৰবল। ফাদাৰে নিজ হাতেৰে ছোৱালী-জনীক খাবলৈ দিয়ে। মাছ, মঙহ, কণী, গাখীৰ আৰু ফল। তাইৰ পাকস্থলীলৈ হজমী ৰস আহে। শুকান লিভাৰ পুষ্টিৰ ৰসত সৰস হয়। লাহে লাহে পেটত ভোক অনুভৱ হয়। সাত বছৰীয়া চুফিৰ ছমাহৰ ভিতৰতে চেহেৰা সলনি হয়......

সাৰ পালেই খাঁহ-বন সেউজীয়া হয়। এতিয়া তাইৰ গাৰ ৰং বগা। দেহত ছালে চিকমিকায়। জঁট ধৰা চুলিৰ সলনি এতিয়া গোটেইটো মূৰত প্ৰচুৰ ক'লা চুলি। তাইৰ নাকটো জোঙা। সৰু কপালৰ তলত ধেনুভিৰীয়া চেলাউৰি। ডাঙৰ ডাঙৰ শান্ত চকুযুৰিত বুদ্ধিৰ চমক। ওঁঠ দুখন পাতল আৰু পূৰঠ। এই বয়সতেই চুফি সুন্দৰী।

ফাদাৰে চুফিক নিজেই লিখা-পঢ়া শিকালে। ঈচপ্চ ফেবোলৰ গল্পও।

সেই কুৎসিৎ হাঁহ আগলি ডাকলিং সুন্দৰ হ'ল আয়নাত নিজৰ চেহেৰা দেখি চুফিয়ে ভাবে, আগৰ সেই আগলি ডাকলিং......

আটাইতকৈ ভাল লাগে অংক। লগতে গছগছনি আৰু জীৱজন্তুৰ কথাও। পৃথিৱীত কত জীৱ! ইয়াৰে যি কোনো এটাৰ জীৱনেই একোখন ৰহস্য উপন্যাসৰ নিচিনা। চুফিৰ লিখা-পঢ়াত বৰ ধাপ। দহ বছৰ বয়সৰ পৰাই মিছনেৰী কনভেণ্টত। ফাদাৰৰ ব্যৱস্থা। চৈধ্য বছৰত চুফি প্ৰস্ফুটিত ৰজনীগন্ধা। তাই ৰূপেৰে সৌৰভ বিলায়। মেট্ৰিকৰ ৰিজাল্ট চমকপ্ৰদ।

ফাদাৰে ক'লে—তোৰ গছগছনিৰ প্ৰতি বৰ আকৰ্ষণ। তই দেখিছোঁ মহিলা মেণ্ডেল হ'বি।

গ্ৰেগৰী মেণ্ডেল। চেকোশ্লোভাকিয়াৰ ব্ৰনৰ অগষ্টাইন মঠৰ সেই ব্ৰহ্মচাৰী পাদ্ৰী। বংশগতিতত্ত্বৰ আবিষ্কৰ্তা। বেলেগ বেলেগ জাতৰ মটৰ গছৰ মাজত সেই পাদ্ৰীয়ে বিয়া পাতি দিছিল। এটা ফুলৰ লগত অন্য ফুলৰ পৰাগ মিহলাই দিছিল। তাৰ পৰিণামো তেওঁ দেখা পাইছিল। ইয়াৰ পৰাই বাহিৰ হ'ল ল অৱ হেৰিডিটি। অতি প্ৰয়োজনীয় আবিষ্কাৰ। লক্ষ কোটি জীৱৰ মাজত এটাৰ আন এটাৰ লগত হুবহু মিল নাই। অলপ নহয় অলপ তফাৎ থাকিবই। কেনেকৈ এই তফাৎ ঘটে? কি হিচাপত? প্ৰকৃতিৰ এই গোপন ৰহস্যৰ ব্যাখ্যা এটা দাঙি ধৰে মেণ্ডেলৰ ল অৱ হেৰিডিটিয়ে। মেণ্ডেলে এটা গভীৰ সত্য বিচাৰি পায়। এনে এজন ঋষি জগতত বিৰল। কিন্তু তেওঁৰ জীৱনকালত মানুহে তেওঁৰ প্ৰকৃত স্বৰূপ বুজি পোৱা নাছিল। মৃত্যুৰ পঞ্চাছ বছৰৰ পাছত মাটি খান্দি মেণ্ডেলক উলিওৱা হ'ল। গতিকে প্ৰকৃত নিষ্ঠা অথলে নেযায়।

—মই মেণ্ডেল হ'ম। নান হৈ জীৱন অতিবাহিত কৰিম। ফল-ফুলৰ ওপৰত গৱেষণা কৰিম। অলেখ প্ৰাণীৰ জীৱনৰ ৰহস্যক......

চুফিয়ে কলেজত বায়োলজি ল'লে। মেণ্ডেলে অংক ভালকৈ জানিছিল। বীজৰ হিচাপৰ পৰাই তেওঁৰ তত্ত্ব। সেয়েহে চুফিয়ে আনটো বিষয় ল'লে অংক।

আন হাতেদি তাইৰ সমগ্ৰ দেহত যৌৱনৰ হিল্লোল। ৰজনীগন্ধা ফুলাৰ সময়। মাদ্ৰাজৰ কনভেণ্ট বোৰ্ডিঙৰ ওখ বেৰৰ আঁৰত ফুলজোপা আপোনা-আপুনি ফুলিবলৈ ধৰিলে।

ছুটিত চুফি গাঁৱলৈ আহিছে। গাঁৱৰ আকৰ্ষণ সাংঘাতিক। লী-ভৰমৰ সাগৰ-তীৰ। সাগৰখন অৰ্ধচন্দ্ৰৰ দৰে ভিতৰৰ ফালে সোমাই আহিছে। পাৰত অসংখ্য নাৰিকল গছ। নাৰিকলৰ চিৰলা-চিৰলি পাতৰ জোলোঙাইদি ৰ'দে লুকা-ভাকু খেলে। ৰাতি জোনাকৰ লুকা-ভাকু। বালিচৰৰ বৰণ সোণালী। তাত চুবুৰীৰ ল'ৰা-ছোৱালীৰ লগত তাই খেলে, সাগৰৰ পানীত সাঁতোৰে......

লী-ভৰমৰ ওচৰৰ সাগৰখন অতিকে ঘৰুৱা। তাত একাঠু-এবুকু পানী। বহু

দূৰলৈ গৈ থাকিলেও ভৰিৰ তলত বালি পোৱা যায়। ওচৰতে কন্যাকুমাৰী। তাত সমুদ্ৰ ভয়ঙ্কৰ। ইয়াত তেনে নহয়। কন্যাকুমাৰীৰ পানীৰ তলত য'তে ত'তে পাহাড় ডুব গৈ আছে। ইয়াত সাগৰৰ তলীখন তেনেকুৱা খলাবমা নহয়। গাঁওখন শান্ত আৰু ওচৰৰ সাগৰখনো শান্ত।

পানীত নমাৰ লগে লগেই চুফি সাগৰৰ জীৱ হৈ পৰে। তাই উঠিবলৈকে নিবিচাৰে। গাঁৱৰ ল'ৰা-ছোৱালীবোৰ এটা-এটাকৈ পাৰলৈ উঠিছে। চুফিৰ উঠিবৰ ইচ্ছা নাই। তাই ঢৌত অলসভাৱে দেহটো এৰি দিছে। নিৰ্জন দুপৰীয়া। প্ৰখৰ ৰ'দত সাগৰখন চকমকীয়া নীলা আইনা এখন যেন লাগিছে। মাছমৰীয়াবোৰে আশে-পাশে জাল পেলাইছে। তাইৰ এইবোৰলৈ খেয়াল নাই। তাই নিজকে পাহৰি পেলাইছে।

হঠাৎ নাৱৰ পৰা চিঞৰ—হাঙৰ, হাঙৰ!

চুফিৰ হুঁচ আঁহিল। তাই দেখিলে যে দূৰৈত ঢৌ ভগাৰ ফেনৰ ওপৰত ক'লা বস্তু এটা! সি সশব্দে পানী কাটিছে। হাঙৰৰ ওপৰৰ পাখি যেন বস্তুটো তাই চিনি পায়। হাঙৰটো বেছ ডাঙৰ। প্ৰায় বাৰ-চৈধ্য হাত হ'ব।

চুফিয়ে পাৰত উঠিবলৈ আপ্ৰাণ চেষ্টা কৰিলে। এতিয়াই পানীৰ পৰা নুঠিলে বচা টান হ'ব। কিন্তু পাৰ ভালেমান দূৰৈত। তাই ঢৌৰ কোলাত উঠি বহু দূৰ পাইছিলহি। প্ৰাণৰ দায়ত চুফিয়ে খুব সাঁতুৰিছে। তাইৰ দম বন্ধ হোৱা অৱস্থা। তাইৰ বুকৰ ভিতৰত ৰেলগাড়ী চলাৰ দৰে গুম-গুমনি। হাঙৰৰ পাখিটোৱে বেগেৰে পানী কাটিছে আৰু হাঙৰটো তাইৰ ফালেই আহি আছে। দুৰ্দান্ত স্পীড। যেন যুদ্ধজাহাজৰ পৰা এৰি দিয়া এটা টৰ্পেডোহে। সি আহি আহি তাইৰ কাষ পাইছেহি। তাৰ মতলব বুজিবলৈ বাকী নাই। চুফি ভয়ত মুহ্যমান। লগে লগে তাইৰ হাতভৰি সাৰ-সুৰ নোহোৱা অৱস্থা। এই দানবটোৱে তাইৰ শৰীৰটো নিশ্চয় ফালিচিৰি খাব। তাই প্ৰকাণ্ড এটা চিঞৰ মাৰিলে……

তাই দেখিবলৈ পোৱা নাই। ইতিমধ্যে এটি ডেকা পানীত নামিল। সি তীব্ৰ-বেগে হাঙৰটোৰ ফালে সাঁতুৰি আহিবলৈ ধৰিলে। চুফিয়ে তেতিয়া হাত-ভৰি এৰি দি ভাঁহি আছে। তাই ভয়ত পেপুঁৱা লাগিছে। গাত আধা-আধি জ্ঞানহে আছে। তাইৰ দুয়োটা চকু মুদ খোৱা……।

ঘটনাটো ঘটিছে প্ৰখৰ ৰ'দত। ডেকাটোৱে ঢৌ ভঙা ঠাইত ডুব মাৰি ঘনাই ঘনাই ওপৰলৈ উঠিছে। আন দুটা মাছমৰীয়া ডেকাই নাৱত বঠা মাৰি মাৰি ওচৰ চাপিছেহি।

নেজৰ আস্ফালনত পানীখিনি ধুনি খোৱা কপাহৰ দৰে হৈছে। ডেকাটোক এবাৰ দেখাৰ লগে লগে আকৌ সি অদৃশ্য হৈ যায়। তাৰ পাছত পানীত তোলপাৰ। ডেকাটোৱে হাঙৰটোৰ লগত ভয়ামৱা ৰণ কৰিছে। তাৰ হাতত

চোকা ছুৰী। নীলা পানীৰ এটা অংশ হঠাৎ ৰঙা। সি হাঙৰৰ পেটটো বুকুৰ পৰা ফিচালৈকে ফালি পেলাইছে। হাঙৰৰ নেজডালে শেষ বাৰলৈ আস্ফালন কৰিছে। হাঙৰটো পানীত ভাঁহিছে। তুফালৰ পৰা অহা দুখন নাৱৰ এখনত ডেকাটোক আৰু হাঙৰটোক ধৰাধৰি কৰি তোলা হ'ল। তাৰ পাছত নাও চুফিৰ ফালে আহিল। তাইকো নাৱত তোলা হ'ল।

চুফিৰ বুকুত ৰেলইঞ্জিনৰ ফুল স্পীড। বয়লাৰ ফাটি যোৱাৰ আগৰ অৱস্থা। ডুবি তল পোৱাৰ আগৰ দশা। এতিয়া শৰীৰটো তাইৰ নিজৰ নহয়।

মাছমৰীয়াৰ নাৱত তাই চিৎ হৈ শুই পৰিল। ওচৰতে সেই ডেকাটো। একাষত হাঙৰটো। নাৱৰ বুঢ়া মালিকটোৱে বুকুত ক্ৰচ আঁকি কৈছে—মা মেৰীয়েহে বচালে। মা মেৰীয়েই এইটো ডেকাক পঠিয়াইছে নিশ্চয়। ই আমাৰ গাঁৱৰ নহয়।

ডেকাটোৰ গাত বহুত কটা দাগ। শৰীৰ তেজেৰে লুতুৰী-পুতুৰী। বুঢ়াই ক'লে—এয়া হাঙৰৰ কামোৰৰ চিন নহয়। তাৰ গাত খঁহনি খোৱা কাৰণেহে এইবোৰ দাগ। সাহসী ল'ৰা। ইমান প্ৰকাণ্ড হাঙৰৰ লগত কেনেকৈ যুঁজিব লাগে সি জানে। ইয়াৰ কোনো ভয়-সংশয় নাই।

এজন আদহীয়া মানুহে কলে—সি তেনেকুৱা হবই। এইটো ডেকা তুত্তুকুড়িৰ জনাজাত মাছমৰীয়া এজনৰ ল'ৰা। হাঙৰমৰা যোজেচ······

ইমানবোৰ মানুহৰ আগতে চুফিয়ে পিটাৰৰ হাতটোত ধৰিলে। তাইৰ মুখত কথা নাই। দুচকুত পানীৰ বান। তাই বহি পৰে। তাই ডেকাটোক দেখে। প্ৰকাণ্ড শৰীৰ। হাত, বাহু আৰু বুকুৰ পেশীবোৰ লোহাৰে তৈয়াৰী যেন লাগে। বহল বুকু। গ্ৰেহাউণ্ডৰ দৰে সৰু কঁকাল। তাৰ ঘাবোৰৰ ওপৰত মৰমেৰে হাত ফুৰাই দিবলৈ চুফিৰ ইচ্ছা হ'ল।

চুফিৰ স্পৰ্শত পিটাৰৰ ক্লান্তি দূৰ হ'ল। পিটাৰো বহিল। সি অবাক হৈ চুফিলৈ চালে। নাৰী কি ইমান সুন্দৰী হ'ব পাৰে? বুঢ়ী আইতাৰ মুখত শুনা সাধুৰ সাগৰ-কন্যাৰ দৰে ৰূপ। ভাৰ্জিন মেৰীৰ বগা মাৰ্বলৰ মূৰ্তিৰ দৰেও দেখি। তাই কি কাৰণে পানীত পৰিছিল বুজা টান······

—তোমাৰ নাম কি? পিটাৰে সুধিলে।

—চুফি, চোফায়া। তেতিয়াও চুফিৰ চকুলোৰ সোঁত বন্ধ হোৱা নাই।

—কান্দিছা কিয়? আগতে এনেকুৱা বিপদ হ'ব বুলি অনুমান কৰিব নোৱাৰি। তুমি ভালকৈ সাঁতুৰিব পাৰা······

চুফিৰ মুখত একেলগে হাঁহি-কান্দোন।—আৰু অলপ অহাহেঁতেন······

—তুমি ভয় খাইছিলা কাৰণেহে। নহলে হাঙৰটো আজি তোমাক ধৰাৰ আগতেই তুমি পাৰত উঠিব পাৰিলাহেঁতেন।

নাও পাৰত লগাৰ লগে লগেই পিটাৰ জপিয়াই নামিল। কোনোফালে নোচোৱাকৈ চুফিক দুহাতেৰে তুলি পাৰৰ ওখ ঠাইত থ'লেগৈ। নমাবৰ সময়ত কাণত ফুচফুচাই ক'লে—গাৰ পৰা তেজ ওলোৱাৰ সময়ত কেতিয়াও সাগৰত নেনামিবা······

—চুফি লাজত ৰঙা-ছিঙা পৰিল। মানুহটো দেৱতা নেকি? কথাটো জানিলে কেনেকৈ?

সন্ধ্যা লী-ভৰমৰ গাঁৱৰ সকলো আঁতিগুৰি লৈ পিটাৰে চুফিক সাগৰৰ পাৰত পালেগৈ। তেতিয়া নাৰিকলৰ পাতৰ মাজেদি জোনাকে লুকাভাকু খেলিছে। জল-তলমল সাগৰত আলোৰ বন্যা। লী-ভৰমৰ বালিচৰ নিৰ্জন। সাগৰৰ ফালে মুখ কৰি চুফিয়ে লুটিয়াই থোৱা নাও এখনৰ ওপৰত বহি কিবা ভাবি আছে।

পিটাৰ ওচৰতে বহিলগৈ। তাই চক্ খাই থিয় হ'ল। ক'লে—কোন?

পিটাৰে ক'লে—মোক চিনি পোৱা নাই? তোমাক গোটেই আবেলিটো বিচাৰিলোঁ। মই এটা বুৰ্বক। তোমাৰ নামটোহে জানিলোঁ। কাৰ জীয়েক, ঘৰ ক'ত, এইবোৰ কথা সোধাই নহ'ল। শেষত এজনে ক'লে—আজি দুপৰীয়া কেৰাণী আল্‌ফ্রেডৰ ছোৱালীজনী হাঙৰৰ মুখৰ পৰা বাচিছে। তেওঁ ঘৰটো দেখুৱাই দিলে। তোমাৰ ঘৰৰ ওচৰত কেইটামান ল'ৰা-ছোৱালীয়ে খেলি আছিল। সিহঁতে সাগৰৰ পাৰটো দেখুৱাই দিলে। তুমি থিয় হ'লা কিয়? বহা······

চুফিয়ে বহি লৈ ক'লে—আজি তেতিয়াৰে পৰা আপোনাৰ কথাকে ভাবি আছোঁ। মোৰ আচৰিত লাগিছে। আপোনাৰ অকণো ভয়-সংশয় নাই। মই আপোনাক চিনি নেপাওঁ; আপুনিও মোক নিচিনে। তথাপি আপুনি পানীত জাপ দিলে। পানীৰ মাজত ইমান প্ৰকাণ্ড হাঙৰটোক······। আপুনি নথকা-হেঁতেন হাঙৰটোৱে মোক ফালি চিৰি খাই পেলালেহেঁতেন। উস্! কি ভয়ানক—

চুফিৰ শেষৰ কথা কেইটা কণ্ঠতে মাতটো থোকাথুকি হ'ল। আকৌ ক'লে—আপুনি নিশ্চয় এঞ্জেল। মোক ৰক্ষা কৰিবলৈহে আপোনাক ঈশ্বৰে পঠিয়ালে। তেনেহলে ঈশ্বৰৰ মোক প্ৰয়োজন।

পিটাৰে অবাক হৈ সুধিলে—ঈশ্বৰৰ তোমাক কিয় দৰ্কাৰ হ'ব?

—অহা মাহত মই নান হ'ম। সকলো বন্দবস্ত হৈ গ'ল। সেইবাবেই ঘৰলৈ আহিলোঁ। এবাৰ নান হ'লে আৰু ঘৰৰ লগত কোনো সম্পৰ্ক নেথাকিব।

পিটাৰৰ মনটো কোঁচ খাই গ'ল। সি অলপ আঁতৰত বহিল। তাৰ বুকু ভেদি এটা দীঘল হুমুনিয়াহ ওলাই আহিল। সি ক'লে—তুমি নান হ'বা? হাঁয় ভগবান! মই পিটাৰ ফাৰ্ণাণ্ডো। পাৰোয়া, ভাৰদন।

চুফিয়েও লাহে লাহে ক'লে—আমিও এই ফালৰ মাছমৰীয়া জাতৰ মুকোৱান।

অলপ পৰ মনে মনে থাকি পিটাৰে মাত লগালে—জানো। মই সকলো খবৰ লৈছোঁ। তুমি মাদ্ৰাজৰ কনভেণ্টত পঢ়া বুলিও জানো।

সাগৰত তেতিয়া জোৱাৰ। এইটো জোৱাৰত ঢৌ আছে, ক্ষয়কৰী শক্তি নাই। বতাহো কম। কিন্তু চুফিৰ বুকুৰ মাজত প্ৰচণ্ড জোৱাৰ। পিটাৰে আৰু কি ক'ব তাইৰ জনা আছে। গোটেই দিনটোৱেই মনে মনে তাৰ লগত কথা পাতি আছে। কল্পনাৰ যোগেদি, যুক্তিৰ যোগেদি।

পিটাৰে ক'লে—মই ভাবিছিলোঁ, মই আজি সাগৰ সিঁচি সোণ বিচাৰি পালোঁ। দুনিয়াৰ সকলো বজাৰ ঘূৰিও এনে সোণ পোৱা নেযায়। ভাবিছিলোঁ, এই সোণ মোৰেই। মই ভুল বুজিছিলোঁ......

দুয়ো নিমাত। সাগৰৰ ঢৌৱে পাৰত খুন্দা মাৰিছেহি। ঢৌৰ কলৰবৰ লগত নাৰিকলৰ পাত লৰাৰ শব্দও মিহলি হৈছে।

—কিন্তু তুমি কি দুখত মান হ'বা ?

—মোৰ দুৰ্ভাগ্য। চুফিৰ চমু উত্তৰ। বয়সৰ তুলনাত তাই বহুত 'গহীন। চুফি আগুৱাই আহি পিটাৰৰ সমুখত প্ৰাৰ্থনাৰ ভঙ্গীত আঠু ল'লে। হাতযোৰ কৰি তাই ক'লে—আপুনি মোৰ দেৱতা। আপোনাক মই কেতিয়াও পাহৰিব নোৱাৰোঁ।

পিটাৰে তাইৰ হাত দুখনত ধৰিলে। কিন্তু সি কি কৰিব ভাবি নেপালে। তাইক খুব লাহে লাহে তাৰ বুকুলৈ টানি আনিলে।

তাৰ পাছত দহ বছৰ পাৰ হৈ গ'ল। মাজতে চুফিৰ লগত নাগৰকোয়েলৰ মিছনেৰী হস্পিতেলত এবাৰহে দেখা হৈছিল। প্ৰায় চাৰি বছৰৰ আগতে। তাই তেতিয়া পুৰা নান আৰু হস্পিতেলত এপ্ৰেন্‌টিচ নাৰ্চ।

সেই দিনটো পিটাৰৰ বাবে অতি দুখৰ দিন। পিটাৰৰ জীৱনত এটা জ্বলি থকা অঙঠাৰ সাঁচ।

—তেনেহ'লে তুমি মোক পাহৰা নাই? পোনতেই পিটাৰে সুধিলে।

—জীৱনত কেতিয়াও পাহৰিব নোৱাৰোঁ। মৰা দিনটোলৈকে। চিষ্টাৰ চোফায়াৰ উত্তৰ। তাইৰ দৃষ্টি পিটাৰৰ মুখৰ ওপৰত। আকাশ-পাতাল ব্যাপি থকা অন্ধকাৰ সমুদ্ৰত যেন ধ্ৰুৱতৰাৰ পোহৰহে।

—এদিন মই তোমাক বচাইছিলোঁ। আজি মোক বচালা।

—ডাক্তৰেহে বচাইছে। ঈশ্বৰেও বচাইছে।

—হ'ব পাৰে।

—এনেকৈ কৈছে কিয়? ঈশ্বৰ নেমানে? চোফায়াৰ প্ৰশ্ন।

—ঈশ্বৰক মানো বুলি ক'বলৈকো কোনো অকাট্য প্ৰমাণ নাই। তোমাক জানো। তোমাক বিশ্বাস কৰোঁ। কিন্তু তুমি বহু নিলগত।

অলপ ৰৈ পিটাৰে ক'লে—এইবোৰ পোছাক দলিয়াই পেলাই মোৰ ওচৰলৈ আহিব নোৱাৰা? মই এতিয়া অতি অকলশৰীয়া হৈ পৰিছোঁ। মোৰ পৃথিৱীত কোনো নাই। মাজে মাজে মোৰ বৰ অসহ্য লাগে। তদুপৰি আজিৰ ঘটনাটো......

পিটাৰ হাতেৰে মুখখন সোপা মাৰি ধৰি বহিল। চিষ্টাৰ চোফায়াই তাৰ মূৰ আৰু পিঠিত হাত বুলালে। বেমাৰীৰ গাতো তাই এনেকৈ হাত ফুৰাই মৰম কৰে। কিন্তু এতিয়া এনে আদৰৰ প্ৰয়োজন নাই।

—দৰ্কাৰ হোৱা নাই। তুমি এতিয়া যাব পাৰা।

—সময় হ'লে যাম। আপুনি কথা নক'ব। শোৱক।

চোফায়া যাব পৰা নাই; পিটাৰৰ গাত হাত দিবও পৰা নাই।

কন্‌ভেন্টৰ চাৰিবেৰৰ ভিতৰত কটকটীয়া শাসনতো তাইৰ মনটোৱে বিদ্ৰোহ কৰিছে। হঠাৎ তাইৰ ভাব হ'ল যে এই মানুহটোৱে তাইৰ সমগ্ৰ সত্তা অধিকাৰ

কৰি আছে—সি তাইক হাঙৰৰ মুখৰ পৰা উদ্ধাৰ কৰা দিনটোৰ পৰাই। নিজেও মৃত্যুৰ দুৱাৰদলিৰ পৰা উভতি আহি সি তাইক দাবী কৰিছে। কিন্তু তাইৰ এই দাবী পূৰণ কৰাৰ সাধ্য নাই। চোফায়াৰ গোটেই জীৱনটোৱে ৰোমান কেথলিক চাৰ্চৰ লগত বন্ধা। ভেটিকানৰ পোপৰ লগতো। সেই কাৰণেই তাই সম্পূৰ্ণ বিশুদ্ধ হৈ থাকিবলৈ বিচাৰে।

কিন্তু বিশুদ্ধ হৈ থকাৰ পৰিৱেশ আছে জানো? ছ বছৰ বায়োলজি পঢ়াৰ পৰিণাম বিষময় হৈ পৰিছে। তাই ইভ'লিউচনৰ থিওৰিবোৰ মানি ল'ব নে, ঈশ্বৰক বিশ্বাস কৰিব?

বাইবেলৰ মতে ঈশ্বৰে ছ দিনৰ ভিতৰতে পৃথিৱী স্ৰজিলে। সাত দিনৰ দিনা বিশ্ৰাম ল'লে। চন্দ্ৰ-সূৰ্য, গছ-গছনি, জীৱ-জন্তু আৰু মানুহ, এই সকলবোৰৰ সৃষ্টি হ'ল সাত দিনৰ ভিতৰত। আজব কাণ্ড!

ইভ'লিউচনে কৈছে যে পৃথিৱীৰ সৃষ্টি সাতদিন নেলাগে সাত কোটি বছৰতো শেষ নহয়। ইয়াৰ ইভ'লিউচন (বিৱৰ্তন) চলিছে কোটি কোটি বছৰ ধৰি। এটা ৰূপৰ পৰা আন এটা ৰূপলৈ। এটা প্ৰাণৰ পৰা আন এটা প্ৰাণলৈ। প্ৰাণৰ ধাৰা আৰু ৰূপৰ ধাৰা অবিৰাম চলি আছে······

যুক্তি আৰু বুদ্ধিৰ আলোকত এই কথাবোৰ সঁচা বুলি ধৰিব পাৰি। জীৱৰ লগত জীৱৰ সাদৃশ্যও সত্য বুলি বিশ্বাস হয়। হাত, ভৰি আৰু মুখ আদি নেথাকিলেও গছ-গছনিয়ে আহাৰ খাইহে জীয়াই থাকে। প্ৰাণীবোৰো সেইদৰে নেখালে বাচি থাকিব নোৱাৰে। হাত, ভৰি আৰু মুখ থকা মানুহো আহাৰ নেপালে জীয়াই নেথাকে। উদ্ভিদৰ পৰা মানুহলৈকে সকলো জীৱ-লগা বস্তুৱে সন্তানৰ জন্ম দিয়েঃ বংশ বিস্তাৰ কৰে। ঈশ্বৰক আমি স্বচক্ষে দেখা নাই; তেওঁৰ কথাও কাণেৰে শুনা নাই। তেওঁক ধাৰণাহে কৰিব পাৰি। সৰুৰে পৰা সকলোৰে মুখে শুনি আৰু পঢ়াশুনা কৰি জানিব পাৰিছোঁ যে এই পৃথিৱী হেনো ঈশ্বৰেহে সৃষ্টি কৰিছে। হয় জানো? ঈশ্বৰ-বিশ্বাস গণিতৰ বেক্ কেল্‌কুলেচনৰ নিচিনাহে। বিশ্বাস যদি নকৰোঁ, তেনেহ'লে ঈশ্বৰো নেথাকে। পিছে পৃথিৱীখন হ'লে আছে। ব্ৰহ্মাণ্ডত লক্ষ কোটি জীৱ আছে, গ্ৰহ-নক্ষত্ৰ আছে। এইবোৰৰ বহুতেই আমাৰ চকুত ধৰা নিদিয়ে।

চোফায়াৰ মনৰ ভিতৰত তুমুল তৰ্ক-বিতৰ্ক। এফালে ডাৰউইন তত্ত্বৰ বুলডগ থমাচ হেন্‌ৰী হাক্সলি আৰু আনফালে অক্সফোৰ্ডৰ বিশ্বপ ৰেভাৰেণ্ড চেমুৱেল উইল্‌বাৰফ'ৰ্চ। উইল্‌বাৰফ'ৰ্চে টান সুৰত কয়—তুমি নাৰ। ঈশ্বৰ-বিশ্বাসেইহে তোমাৰ মূলধন।

থমাচ হেন্‌ৰী হাক্সলিৰ কণ্ঠত মেঘৰ গৰ্জন। হৃদয়ৰ নিভৃত কোণৰ পৰা সেই কথাবোৰ নিগৰে—তুমি মানুহ। ইভ'লিউচনৰ অনেক স্তৰ পাৰ হৈ অনেক ৰূপৰ

আৰু অনেক প্ৰাণৰ মাজেদি আহি আহি তুমি মানুহ হৈছা। বুদ্ধিৰে বিচাৰ কৰাহে তোমাৰ ধৰ্ম। যুক্তিহীন কথাত ভোল নেযাবা।

তেতিয়া চাৰ্চৰ এইবোৰ কাণ্ডকাৰখানা পুতলা নাচ যেনহে লাগে। তেতিয়া বুকলৈ ইচ্ছাৰ দুৰন্ত জোৱাৰ আহিলে সেই জোৱাৰক ৰোধ কৰিব নোৱাৰি। পেটৰ ক্ষুধাৰ দৰে এটা নাৰীদেহৰ পুৰুষৰ লগত মিলাই দিবৰ বাবে স্বাভাৱিক ক্ষুধা আছে।......

আজিকালি তাইৰ এই ক্ষুধা বাঢ়িছেহে। দিন যোৱাৰ লগে লগে তাইৰ পুৰণি বিশ্বাসবোৰ অসাৰ্থক যেন লাগিছে। তাই সেই বাবে সমস্যাৰ কাৰ্য-কাৰণ সম্পৰ্ক অনুসন্ধান কৰিছে। সদায় আটাইবোৰ কাৰণ বুজা টান। সেই বুলি কাৰণ নাই বুলি ডাঠি ক'ব নোৱাৰি।

মোৰ নান হোৱাৰ সহজ কাৰণ হ'ল মোৰ পিতৃৰ দাৰিদ্ৰ্য। কিন্তু কিয়? মোৰ পিতৃৰ শিক্ষাদীক্ষা আন বহুত সচ্ছল অৱস্থাৰ মানুহতকৈ কোনো গুণে কম নহয়। তথাপি তেওঁ ইমান দুখীয়া কিয়? আৰু তেওঁৰ এগাল ল'ৰা-ছোৱালী। তেওঁ সন্তান জন্ম হোৱা বন্ধ কৰাৰ পদ্ধতিবোৰ জনাহেঁতেন বৰ ভাল আছিল। কিন্তু জনাহেঁতেন কামত আহিলহেঁতেন জানো? কেথলিক ধৰ্মমতে এইবোৰ নিষিদ্ধ......

ভাৱি আচৰিত লাগে। মেণ্ডেল একেধাৰে মহান বিজ্ঞানী আৰু সন্ন্যাসী হ'ল কেনেকৈ? তেওঁ মনটো নিশ্চয় দুভাগে বিভক্ত কৰি লৈছিল। ইয়াকে ভাবি চিন্তাৰৰ হাঁহিও উঠে। মেণ্ডেলে পোনতে এন্দুৰৰ ওপৰত গৱেষণা আৰম্ভ কৰে। এন্দুৰবো মতা-মাইকীৰ মাজত মিলন হয়। সিহঁতৰ পোৱালী হয়। মেণ্ডেলে সিহঁতৰ ৰংবোৰ কি লিখি ৰাখে। এই কথাটো ব্ৰ'নৰ অগষ্টাইন মঠৰ প্ৰধান পুৰোহিতৰ কাণত পৰে। সিহঁত এন্দুৰ হ'ব পাৰে! কিন্তু কেথলিক মঠত সিহঁতৰ স্ত্ৰী-পুৰুষৰ মিলন মহা পাপ। এইবোৰ অনাচাৰ বন্ধ কৰা। বচ! মেণ্ডেলৰ গৱেষণা বন্ধ। তেতিয়া মেণ্ডেলে মটৰ মাহৰ কথা ভাবিলে। মটৰ উদ্ভিদ। মটৰৰ মৈথুন প্ৰজননহে। ই পাপ নহয়। এই ফালৰ পৰা মেণ্ডল বৰ চতুৰ লোক আছিল। অথচ মেণ্ডেলে জানিছিল যে জন্তুৰ প্ৰজনন আৰু গছৰ প্ৰজননৰ মাজত পাৰ্থক্য নাই। সাধাৰণ মানুহহে এই ৰহস্য বুজি নেপায়। এই বুজি নোপোৱা বদগুণটো বা উপলব্ধিহীনতাৰ ওপৰতে পৃথিৱীৰ সকলো ধৰ্মৰ ষোল্ল অনাৰ পোন্ধৰ অনা বৰ্তি আছে।

যাক নেজানো তালৈ আমাৰ দাৰুণ ভয়। নুবুজা বস্তুলৈকো আমাৰ ভয়। সেই কাৰণেই খৃষ্টান, হিন্দু, মুছলমান প্ৰভৃতি সকলো ধৰ্মতে "গড্ ফিয়েৰিং" বুলি কথাষাৰ খুব প্ৰচলিত।

শৰীৰৰ ক্ষুধা দাৰুণ ক্ষুধা। এই ক্ষুধাক লেগাম লগোৱাটো অসম্ভৱ কথা।

চিন্টাৰৰ আৰু বুজিবলৈ বাকী নাই। ইয়ালৈ পোনতে আহিয়েই তাইৰ এই অভিজ্ঞতা হ'ল। তাইৰ ৰুমমেট আছিল চিন্টাৰ মাৰ্গাৰেট। তাই ক'লা আৰু বেচ শকত-আবত। চালচলন আৰু কথা-বতৰাও পুৰুষালি। গোলাকাৰ মুখখনত গোঁফৰ ৰেখা। তাই চোফায়াতকৈ বয়সত ডাঙৰ। সদায় ৰাতি তাই চিন্টাৰ চোফায়াৰ গালত টিপে আৰু চুমা খায়। তাই চোফায়াক খুব মৰম কৰে। মাজে মাজে তাইৰ হাতখন চোফায়াৰ বুকলৈ যায়। শেষত পাগলীৰ দৰে চোফায়াৰ শৰীৰটো চাঁহি-মুহি লৈ অসম্ভৱ কাণ্ড কৰে। লাজ লগা কাণ্ড। চোফায়াৰ নাইটিটো ফালি পেলায়, তলত পিন্ধা পেন্টিও আজুৰি তললৈ নমায়। পুৰা মাতালৰ কাণ্ড। এইবোৰ কথা কাকো ক'ব নোৱাৰি। চোফায়াই এদিন তাইক ভয় দেখুৱালে। ক'লে—মাদাৰ চুপিৰিয়ৰক কৈ দিম······

তেতিয়াৰে পৰা চোফায়াৰ চকু খোল খালে। তাই আঁৰৰ পৰা নানবোৰৰ জীৱনৰ ঘটনাবোৰ দেখিছে। এজনী ধুনীয়া কমবয়সীয়া নান কনভেন্টলৈ আহিলেই তাইক লৈ টনা-আজোৰা হয়। তাইক লৈ আনৰ মাজত অৰিয়া-অৰিও হয়। এইবোৰ দেখি চোফায়াৰ কন্‌ভেন্টৰ জীৱনলৈ ঘৃণা হয়। তাই ভাবে, ইয়াতকৈ বিয়া কৰাই স্বামী আৰু সন্তান-সন্ততিৰে সৈতে গৃহিণী হোৱাই ভাল।

কিয় এনেকুৱা হয়? ইয়াৰ এটা উত্তৰ বিচাৰি চোফায়াই বহুত কিতাপ পঢ়িছে। ফ্ৰয়েড, ইয়ুং, এড্‌লাৰ আৰু এলিচৰ কিতাপ। সকলোৱে একে মুখে একেটা কথাই কৈছে। জীৱৰ স্ত্ৰী-পুৰুষৰ মিলনৰ আকাঙ্ক্ষাও আমাৰ পেটৰ ভোকৰ দৰেই। ইয়েহে স্বাভাৱিক। উশাহ লৈ বাচি থকাৰ দৰে ইয়ো এটা প্ৰাকৃতিক নিয়ম। ইয়াত বাধা পৰিলেই বিপত্তি। পেটৰ ভোকত খাবলৈ নেপালে মানুহে চুৰ কৰে। সেইদৰে পুৰুষ বা নাৰীয়ে সহজ মিলনৰ পথত বাধাপ্ৰাপ্ত হ'লে বিপথে গৈ নিজৰ কামনা-বাসনা চৰিতাৰ্থ কৰিবলৈ বিচাৰে। চোফায়াই বেছি ভাগ সময় পঢ়াশুনা কৰি কটায়। তাৰপৰা তাইৰ লাভ হৈছে। তাই ৰক্ষা পৰিছে। নহ'লে তাই হয়তো বহুত আগতেই······

চোফায়াই আৰু ভাবিব নোৱাৰা হয়।

তাই তুত্তুকুড়িলৈ অহা প্ৰায় চাৰি বছৰ হ'ল। পিটাৰ তাইৰ ওচৰলৈ কেতিয়াও অহা নাই। তাই কিন্তু পিটাৰক দেখিছে। কেতিয়াবা চৌৰ ওপৰেদি নাৱত উভতি আহোঁতে; কেতিয়াবা ৰাস্তাত। চোফায়াই নিজকে আঁৰত ৰাখিবলৈ চেষ্টা কৰিছে। কিন্তু মনে মনে হেজাৰ বাৰ ইচ্ছা কৰিছে, সি যেন আহে। অন্ততঃ এবাৰ আহক। তাইৰ সন্দেহ হয়, পিটাৰেও কিজানি তাইক দেখিছে। কিন্তু সি চোৱা নাই, নেদেখাৰ ভাও জুৰি আঁতৰিহে গৈছে।

ৰাতি টোপনি যোৱাৰ আগতে মুদ যোৱা চকুৰ ওপৰত পিটাৰৰূপী নেপচুন থিয় দিছেহি। বহল বুকু, ঢৌ তোলা পেশী, প্ৰকাণ্ড সবল শৰীৰ······

ইয়াৰ ভিতৰতে পিটাৰৰ দেউতাকক শত্ৰুপক্ষই বুকুৰেদি জোঙা বাঁহ ভৰাই হত্যা কৰে। সিহঁতে পিটাৰকো পৃথিৱীৰ পৰা বিদায় দিয়াৰ ষড়যন্ত্ৰ কৰিছে। কথাটো সকলোৱেই জানে। জানে কাৰণেই তাৰ শত্ৰুপক্ষৰ লগত মিলামিছা বেছি হৈছে। এতিয়া সি সিহঁতৰ ফেমিলি ফ্ৰেণ্ড। ইচ্ছা কৰিয়েই সি সিহঁতৰ লগত বন্ধু হৈছে। নিজে ৰক্ষা পাবলৈ হ'লে সিহঁতৰ লগত ভালে থাকিব লাগিব। তেহে সিহঁতৰ মতলবটো বুজা যাব।

পিটাৰ ডিস্পেনচেৰীলৈ অহাৰ দিনা চোফায়াৰ মনত অপাৰ আনন্দ। কিন্তু লগে লগে ভয়ো। ভয়ক নেওচা দি সাগৰৰ পাৰত তাই তাক দেখা কৰে। সেই দিনাৰ পৰা চোফায়া এটা আচৰিত ধৰণৰ জোৱাৰত ভাঁহি আছে।

অকণমান পৰ অকলশৰীয়া হ'লেই তাৰ কথা কেইটাই তাইৰ মনক আমনি দিয়ে: মই তোমাক বিচাৰোঁ। তোমাৰ মাটিত মই মোৰ সন্তানৰ ফচল কৰিম……

কথা কেইটাই তাইৰ মনটো ব্যাকুল কৰে। সেই ৰাতিটোৰ পৰাই তাই প্ৰায়ে সপোন দেখে এটা কোলা-গুৱনী শিশুৰ। সি তাইৰ পিয়াহ খাইছে।……

কথাটো শুনাৰে পৰা জেনৰ মন অস্থিৰ। খবৰটো কাৰোবাক নহয় কাৰোবাক দিবই লাগিব। নহ'লে ইমানবোৰ মানুহৰ এটাও নেবাচে। বোৱাৰীও আছে, ল'ৰা-ছোৱালীও আছে। বুঢ়া-বুঢ়ীও।

জেনে চাটিফুটি কৰিছে। এতিয়া কি কৰা যাব?

হাৰ্ভে মিলৰ কাষৰ গলিটোত বেণী মিৰাণ্ডাৰ ঘৰ। দুমহলীয়া কাঠৰ বাংলো। তাৰে এটা কোঠাৰ এচুকত বেণীয়ে কাৰ্দোজাৰ মেনেজাৰ গ্ৰেগৰী লোবোৰ লগত ফুচ্ফুচীয়া মেল পাতি আছে। জেনে ঘুৰি-পকি থাকি বেৰত কাণ পাতি কথাবোৰ শুনিবলৈ চেষ্টা কৰিছে।

জেঠীৰ দৰে চেহেৰাৰ এই মানুহটোক জেনে সমূলি দেখিব নোৱাৰে, তাক দেখিলেই জেনৰ অস্বস্তি লাগে। সি কিবা এটা বিপদৰ সৃষ্টি কৰিবলৈ ষড়যন্ত্ৰ কৰি থকা যেন লাগে।

কেথাৰিন ঘৰৰ পুৰণি চাকৰণী। তায়ে সকুৰে পৰা জেনক ডাঙৰ-দীঘল কৰিছে। তাই কয় যে এই জেঠীটো চয়তানৰ চোৰাংচোৱা। ঘৰৰ মালিক ইমান দিন সুখেৰে খাই-বৈ আছিল। কিন্তু এইপাত অহাৰে পৰা মালিকৰ মতি-গতি বেলেগ হ'ল। ঘৰখন অযথা গহীন হৈ পৰিল। কাৰো মুখত এষাৰ ভাল কথা শুনিবলৈ নোপোৱা হ'ল। খোৱা-বোৱাৰো সময়-অসময় নাই। সকলো বিশৃঙ্খল। তাই থাকি বেয়া পোৱা হৈছে। ইয়াৰ পাছতে এটা ভয়ঙ্কৰ ঘটনা ঘটিব।

যোৱা বছৰ কল্ড্ৰেল স্কুলৰ কাষত দুটা হত্যাকাণ্ড। পুলিচ হায়ৰান। আচামীক পোৱা নগ'ল। এইটো কাৰ কাম জেনে জানে। মালিকৰ লগত প্ৰতিদ্বন্দ্বিতা। দুটা ডেকাৰ পলিটিক্স লৈ এই প্ৰতিযোগিতা। ইলেকচনত টিকট পোৱাক কেন্দ্ৰ কৰি। মালিকো এম. এল. এ. হ'বলৈ বিচাৰে। ডেকা ল'ৰা দুটাই ক'লে—হ'ব নোৱাৰা। তোমাৰ কীৰ্তিকলাপৰ কথা কৈ ফুৰিম। গ্ৰেগৰীৰ মালিকৰ ঘৰলৈ খুব অহা-যোৱা। ঘৰৰ এচুকত গোপন মেল। বচ্। দুটা ডেকা ল'ৰা একেলগে খতম। কথাটো কেথেৰিন আৰু জেনে জানে।

যোৱা দুদিনমানৰ পৰা মানুহটোৰ অহা-যোৱা ঘন হৈছে। মালিক বেণী মিৰাণ্ডা মাদ্ৰাজ দিল্লী ঘুৰি অহাৰ পাছত গ্ৰেগৰীয়ে ঘনে ঘনে আহি ফুচ-ফুচাই

কথা কোৱা আৰম্ভ কৰিছে। জেনে কাণ পাতি শুনি থাকে। আজি কুলিৰ বস্তিত জুই লগাই দিয়াৰ কথা। সৰ্বনাশ! তেতিয়াৰ পৰাই জেন অস্থিৰ।

দক্ষিণ ভাৰতত কয়লা নাই। উত্তৰৰ পৰাহে আনিব লাগে। কলিকতা প'ৰ্টৰ পৰা। কয়লা বোজাই কৰা জাহাজ তুত্তুকুড়িৰ সাগৰলৈ আহে। জাহাজ আহি সাত মাইলমান দূৰৈত বৈ থাকেহি। সাগৰৰ ওপৰত। পানী কম কাৰণে তুত্তুকুড়িৰ প'ৰ্টৰ জেটিত ডাঙৰ জাহাজে ভিৰ কৰিব নোৱাৰে। জাহাজ সাগৰৰ তলীত লাগি ধৰিব পাৰে। অথচ তুত্তুকুড়ি এই অঞ্চলৰ এটা ডাঙৰ বন্দৰ। তুলা, সুতা, শুকান মাছ, নিমখ, শাক, পিয়াজ, দাইল আৰু বহুত কেঁচা মালৰ কাৰবাৰ এই ঠাইৰ পৰাই হয়। ইয়াত কয়লা এটা প্ৰধান আইটেম।

ইয়াৰ পৰা সৰু ডাঙৰ তোনী গৈ সাত মাইল দূৰত সাগৰত উপস্থি থকা প্ৰকাণ্ড প্ৰকাণ্ড জাহাজৰ পৰা মাল জেটিলৈ আনে। এই ঠাইৰ মীনপাৰোৱাইঁতৰ ই এটা ভাল ৰোজকাৰৰ স্থল। সম্ভ্ৰান্ত পাৰোৱা, ৰোচ ভিক্টোৰিয়া, ভিল্লাভাৰায়াৰ, কোৰেৰা, পেৰেৰা, মাচাদো আৰু কাৰ্দোজাইঁতৰ বংশপৰম্পৰাত এজন নহয় এজন শ্বিপিং এজেণ্টৰ লগত সম্পৰ্ক বিচাৰি পোৱা যায়।

সকলোবোৰ শ্বিপিং এজেণ্টেই বিদেশী। বি. আই. এছ. এন.-ৰ এজেণ্ট হ'ল মাডুৰা কোম্পানী। ই আছল বিলাতী কোম্পানী। এই কোম্পানীয়ে অৰিয়েণ্ট লাইন, পি. এণ্ড অ', একৰ লাইন আদি সৰু-ডাঙৰ লাইনাৰ ( সাগৰৰ জাহাজ ) চলায়। হার্ভে কোম্পানীয়ে চলায় ক্লেন লাইন। ভোলকার্ট ব্ৰাদাৰ্চৰ কপাহ কঢ়িওৱা জাহাজবোৰৰ লগতহে কাৰবাৰ।

এশ বছৰ ধৰি এই ব্যৱস্থাই চলি আছিল। কিন্তু স্বাধীনতাৰ পাছত বিদেশী কোম্পানীবোৰ অসুবিধাৰ সন্মুখীন হ'ল বাবে আন দেশলৈ গ'লগৈ।

এইবোৰ কোম্পানীয়ে কৰা ব্যৱসায়ত খানদানী পাৰোৱা বংশসমূহ নামিল। খুব সাৱধানে আৰু লাহে লাহে। যি এদিন তোনীত মাল বোজাই কৰিছিল সিয়েই এতিয়া প'ৰ্ট এলেকাৰ ওচৰত অফিচ পাতিছে। অফিচত ডাঙৰ ডাঙৰ ফলিত বৰ বৰ হৰফত লিখা আছে—শ্বিপিং এজেণ্ট। শ্বিপ চেণ্ডলাৰ এণ্ড ষ্টিভেডোৰ।

এই ব্যৱসায়ত পিল্লেমাৰসকলো নামিছে। দুই এজন বামুণো। বিৰুধনগৰৰ নাড়াৰাসকলো। কিন্তু ব্যৱসায়ৰ বেছি ভাগ পাৰোৱাৰ হাতত। এতিয়া বেচ প্ৰতিদ্বন্দ্বিতা চলিছে। ৰেল যিমান দিনলৈকে কোম্পানীৰ হাতত আছিল সিমান দিনলৈকে কয়লা খালাছ কৰাৰ একমাত্ৰ এজেণ্ট আছিল কোৰেৰাসকল। ৰেলৰ কয়লা খালাছ কৰাৰ কন্‌ট্ৰেক্ট চিৰেষ্টিন কোৰেৰাৰ পৈতৃক ব্যৱসায়।

মালিকৰ সালসলনি ঘটিল। চৰকাৰে ৰেল চলোৱাৰ ভাৰ ল'লে। কয়লা খালাছ কৰাৰ ঠিকা বছৰে বছৰে নতুন কৰা হ'ল। নতুনকৈ টেণ্ডাৰ কল।

এই ব্যৱস্থা মতেও চিবেষ্টিন কোৰেৰাই কেই বছৰমান ঠিকা পাইছিল। উপৰি-পুৰুষৰ সুনাম আৰু দীপান্বিতা, বৰদিন আদি পৰ্বত বেলৰ বৰমূৰীয়াসকলক দামী দামী উপহাৰ দিয়া—এই দুটা কাৰণতে তেওঁ আগৰ দৰে ঠিকা পাই আছিল। অৱশ্যে উপহাৰ পঠিওৱাটো এটা নিয়মেই আছিল। এই বিষয়ে কোনেও একো নেভাবিছিল। অৰ্থনীতিৰ ছাত্ৰ চিবেষ্টিন কোৰেৰায়ো একো ভবা নাছিল।

কিন্তু এনে এটা সময় আহিল যে কেৱল উপহাৰেৰে কাম নিসিজা হ'ল। নগদ টকা লাগে। চিবেষ্টিনৰ খং উঠিল। ক'লে—মই ঘোচ দিব নোৱাৰোঁ। মোৰ যিহকে হওক লাগে……।

নতুন ধনী বেণী মিৰাশুা। সি সুযোগটি এৰি নিদিলে। সৰু-বৰ চৰকাৰী বিষয়াক ঘোচ দিয়াত এক লাখমান টকা খৰচ কৰি সি ঠিকাটো পালে। তাক এই বুদ্ধি দিলে চুচান আৰু মাইকেলে। এই দুটা মানুহ বেণী মিৰাশুাৰ কাৰণে বৰ উপকাৰী। সিহঁতৰে অনুচৰ গ্ৰেগৰী লোবো বেণীৰ ঘৰলৈ ঘনাই ঘনাই আহি থাকে।

কাৰ্দোজা পৰিয়াল পোনে পোনে এই কাৰবাৰত নেলাগিল। ঘোচ দিবলৈ কেবা লাখো টকাৰ প্ৰয়োজন। কাৰ্দোজা ব্ৰাদাৰ্চে নগদ টকা খটুৱাই কাৰবাৰ নকৰে। তেওঁলোকৰ মতলব হ'ল মাছৰ তেলেৰে মাছ ভজা। বেণীৰ লগত তেওঁলোকৰ চুক্তি শতকৰা পাঁচ ভাগৰ। লিখা-পঢ়া চুক্তি নহয়। চিমপ্লি অন্ ৱৰ্ড অৱ অনাৰ! তদুপৰি এই কামত কাৰ্দোজা ব্ৰাদাৰ্চৰ চাৰিখন নাৱৰ কাম ওলাব। আৰু এটা চুক্তি আছে। অহাবাৰলৈ বেণী কংগ্ৰেছৰ টিকট লৈ এম. এল. এ. হ'ব লাগিব। চুচানৰ দৃষ্টি জেনত। তাৰ বুৰ্বক ল'ৰাটোক জেনৰ লগত বিয়াৰ ঠিক কৰি বেণীৰ কেবা লাখ টকা সৰকাৰ পোৱা যাব।

কুলি খটুৱা কামটো বেণী মিৰাশুাৰ বাবে তেনেই নতুন। সি আচলতে ঠিকাদাৰহে। সি পি-ডব্লিউ-ডি-ৰ ডিষ্ট্ৰিক্ট ব'ৰ্ডৰ ঠিকাদাৰ। সি ডাঙৰ ডাঙৰ কোম্পানীৰ কামো কৰে। দেশ স্বাধীন হোৱাৰ পাছত বহুত নতুন ঘৰ-দুৱাৰ আৰু কলকাৰখানা হৈছে। বহুত পথ নিৰ্মাণ হৈছে। সেইবোৰ কামতহে বেণী পাকৈত। ঠিকা কৰি পোৱা টকাৰে সি আঠখন তোনী বনাই ল'ব পাৰিছে। তোনী কেইখনে চিলোন, মালয় আৰু চিঙ্গাপুৰলৈ মাল কঢ়িয়ায়।

কুলি চলাবৰ বাবে সি নাঙ্গানুৰীৰ মুছলমান এটা ৰাখিছে। মানুহটোৰ তেজত আৰব, মুৰ আৰু হাব্‌চিৰ তেজৰ অংশই বেছি। সি তামবৰণীয়া। তাৰ চকু যেন মূৰটোত ডাঠ কেকোৰা চুলি। ঘুৰণীয়া চকু দুটাৰ চাৱনি বাঘৰ দৰে। চেপেটা নাকৰ ফুটা দুটাৰ ব্যাস প্ৰায় আধা ইঞ্চি। মুখলৈ চালে সকলোৰে বুকুখন শিঁয়ৰি উঠে। দেহটো লোহাৰ বোলাবৰ দৰে। নাম ইয়াচিন। তাৰ হাতত সদায় এডাল লাঠি থাকে।

মানুহটোৰ মন বুলি বস্তু এটা নাই। পুৰা জঙ্ঘলী। হিংস্ৰ। অপৰাধী। হত্যাকাৰী। কাৰোবাক লাঠিৰে মাৰিলে তাৰ মৰিবলগীয়া অৱস্থা হয় আৰু কেতিয়াবা মৰেও। তাৰ মাইকী মানুহলৈ খকটো বৰ বেছি। তাৰ কবলত পৰিলে কোনো গাভৰু সাৰি যাব নোৱাৰে। পাৰিয়া কুলিৰ মানত সি সাক্ষাৎ যম। সকলো তাৰ ভয়ত পেপুৱা লাগে। সিহঁতৰ এই মানুহটোক আৰু নতুন মালিকক অকণো পছন্দ নহয়। দিনৌ যিখিনি পাব লাগে তাৰ পৰা সি চাবি অনা কাটি ৰাখে। প্ৰতিটো কুলিৰ পৰাই এনেকৈ দিনে চাৰি অনাকৈ জোৰ-জুলুম কৰি কাটি ৰাখে। পেটে পেটে তালৈ সকলোৰে খং। সেয়েহে ধৰ্মঘট হ'ল। কিন্তু গোটেইবোৰ কুলি এক গোট হ'ব নোৱাৰিলে। ধৰ্মঘট সফল নহ'ল। শেষত মাইকী মানুহক ভোগৰ বাবে জোৰ-জুলুম কৰাৰ গম পালেহে কুলিবোৰ একগোট হ'ব পৰা হ'ল।

কোৰেৰাসকলৰ লগত কুলিবোৰৰ সম্পৰ্ক সহজ আছিল। কুলিবোৰ প'ৰ্টৰ পৰা দূৰৈত, উত্তৰ পাৰত থাকে। তাত কোৰেৰাক সিহঁতে প্ৰাতঃভ্ৰমণ কৰা দেখা পায়। তেতিয়া চিবেষ্টিন কোৰেৰাই সিহঁতৰ অভাব-অভিযোগৰ কথা শুনে। সিহঁতৰ তালপাতৰ ঘৰত প্ৰায়ে জুই লাগে। তেতিয়া চিবেষ্টিনে সিহঁতক টকা দিয়ে। কাৰোবাৰ বেমাৰ হ'লে তেওঁ ডাক্তৰ মাতে। সিহঁতৰ বিয়া-বাৰু হ'লেও তেওঁ টকা দিয়ে। চিবেষ্টিনে এই দুখীয়া মানুহবোৰক অন্তৰেৰে ভাল পায়। তেওঁ সিহঁতৰ হৰ্ষ-বিষাদৰ ভাগ লয়। সিহঁতৰ লগত মদ খায়। চিবেষ্টিনে কয়—ইহঁতেই মোৰ প্ৰকৃত মূলধন।

ঘৰত পৰিবাৰৰ লগত চিবেষ্টিনৰ সম্পৰ্ক ভাল নহয়। সেই বুলি যি কোনো স্বাস্থ্যৱতী কুলি তিৰোতাক দেহৰ ক্ষুধা মিটাবলৈ ব্যৱহাৰ নকৰে। সিহঁতক ভাল চকুৰে চায়। প'ৰ্ট এলেকাৰ বহুতৰে নাৰীদেহৰ চাহিদা এই কুলি যুৱতীবোৰে পূৰণ কৰে। অৱশ্যে তাৰ বাবে সিহঁতে বেচ পইচাও পায়। চিবেষ্টিনে এইবোৰ কথা জানে। দেহ বেচাৰ আচল কাৰণটোও জানে। এই পাপ সমাজৰ পাপ। ইয়াক দূৰ কৰা কঠিন। সেয়েহে সি মনে মনে থাকে।

চিবেষ্টিন এনেকুৱা আছিল কাৰণেই সি তাৰ কুলিবোৰৰ মাজত প্ৰিয় আছিল। কিন্তু এতিয়া কথা বেলেগ।

তঙ্গপ্পড়ম এটা ডেকা কুলি। মালিক সলনি হোৱাৰ পাছত ক'ৰবাৰ পৰা সি এজনীক বিয়া কৰাই আনিলে। ছোৱালীজনী সুন্দৰী। ওখ-পাক ভৰপূৰ দেহ। হাত-ভৰি লোদোৰ-পোদোৰ। গাৰ বং মিহি ক'লা। সুগোল স্তন। মুখখন শিলত কটা মিথুন মূৰ্তিৰ নায়িকাৰ মুখৰ দৰে। নাম আৰমুখম। তঙ্গপ্পড়ম তাইৰ লগত এঠাৰ দৰে লাগি থাকে। সি কেতিয়াও লগ নেৰে। ৰেলৰ খালি ডবাত কয়লা বোজাই হৈছে। ৰেল লাইনৰ দাঁতিত পাহাড় প্ৰমাণ

কয়লাৰ দম। দমটোৰ এপাৰে তঙ্গপ্পড়ম আৰু ইপাৰে আৰমুখমে কাম কৰি আছে। ইটোৱে সিটোক দেখা পোৱা নাই। এটা ডবাত কয়লা ভৰোৱা হৈ গ'ল। আৰু এটা ডবা আগৰ ঠাইত ৰ'লহি। এইটো খালি ডবা।

ইয়াচিনে মাতিলে—এই ছোৱালী, এইফালে আহ। ডবাৰ ভিতৰত কিমান ঠাই আছে ভিতৰত উঠি চাহি। আৰমুখম একো নেভাবি ডবাত উঠিল। ইয়াচিনো লগে লগে গৈ তাইৰ বুকুৰ কাপোৰ টানিলে। তাইৰ বুকুখন উদং হ'ল। ইয়াচিনে তাইৰ বুকুত জোৰে খামোচ মাৰি ধৰিলে, ক'লে—চুপ ! মুখেৰে মাত দিয় যদি টেটু চেপি মাৰিম……

সি জোৰ কৰি তাইক ডবাতে শুৱালে। তাইৰ ওপৰত তাৰ গাৰ তিনি মোণ ওজন পৰিল। সি তাইক চেপি ধৰিলে। তেতিয়া সি নিজেও উলঙ্গ। তাইৰ শৰীৰটো উপভোগ কৰাৰ লোভত সি অস্থিৰ।

সেই মুহূৰ্ত্ততে তাই তাক সাপৰ দৰে মেৰিয়াই ধৰি ডিঙিত কামুৰি ধৰিলে। খুব জোৰেৰে কামোৰা কাৰণে চোকা দাঁতত তেজ আৰু মঙহৰ টুকুৰা লাগি আছিল।

ইমান বলী ডেকা মানুহটোৰ হাত দুখনেৰে তাইৰ টেটুত ধৰিবলৈ কেবা বাৰো চেষ্টা কৰিও ধৰিব নোৱাৰিলে। সি কটা কলগছৰ নিচিনা পৰি গ'ল। দুবাৰ উঠিবলৈ চেষ্টা কৰিলে। নোৱাৰিলে। তাৰ অৱস্থা হালাল কৰা কুকুৰা চৰাইৰ দৰে হ'ল। তাৰ গলৰ দাঁত বহুৱাই নিয়া ঠাইৰ পৰা হোলোকে হোলোকে তেজ ওলাবলৈ ধৰিলে। তাই মুখৰ পৰা তেজবোৰ থুইৰ দৰে পেলাই ডবাৰ ভিতৰৰ পৰা ওলাই আহিল। তঙ্গপ্পড়মক মাতিলে। অলপ পৰৰ পাছত গোটেইবোৰ কুলি তাত থুপ খালেহি। হত্যা, হত্যাকাণ্ড……

প'ৰ্টত বহুত পুলিচ। খবৰ পোৱাৰ লগে লগে বেণী মিৰাণ্ডাও হত্যাকাণ্ডৰ ঠাইত উপস্থিত হ'লহি। আৰমুখমে তেতিয়া মুখৰ তেজ কাপোৰেৰে মচিছে আৰু ফোঁপাই আছে। তাই কৈছে—ছালা কুৰ্তা, বেইমান……

তাইক পুলিচে ধৰি লৈ গ'ল। ইয়াচিনৰ লাচটো প'ষ্ট মৰ্টেমৰ বাবে পঠোৱা হ'ল।

সেইদিনা ৰাতি প্ৰায় দুটামান বজাত চিবেষ্টিন কুলিৰ বস্তিলৈ আহিল। পোনেই তঙ্গপড়মৰ ঘৰত সোমাল। ক'লে—মই সকলো শুনিছোঁ। উকীল ৰামচন্দ্ৰ আয়াৰৰ লগত কথা পাতিছোঁ। তই চিন্তা নকৰিবি। ঘৰৰ গৈণী ঘৰলৈ ঘুৰি আহিব। ক'ৰ্টৰ খৰচ মোৰ। এতিয়া এয়া দুশ টকা ল। তাইক এযোৰ সোণৰ গহণা দিবি। ক'বি যে মই দিছোঁ। তাইৰ দুৰ্দান্ত সাহসৰ কাৰণে…… ।

কেচটো ৰেপিং বুলি প্ৰমাণ কৰিবলৈ ৰামচন্দ্ৰৰ খুব কম সময় লাগিল। নিজৰ ইজ্জৎ বচাবৰ বাবেই তাই এই কাম কৰিলে। তাই নিৰ্দোষী বুলি প্ৰমাণিত হ'ল আৰু খালাচ পালে।

বেণী মিৰাণ্ডাই গোচৰৰ সময়ত হুলস্থুল লগাব নুখুজিলে। ঘটনাটো লেতেৰা। মনে মনে থকাই ভাল। সি অন্য ধৰণে প্ৰতিশোধ লোৱাৰ কথা ভাবিলে। গ্ৰেগৰীয়ে পৰামৰ্শ দিলে, কুলিৰ বস্তিত জুই লগাই দিবলৈ। সিহঁত নমৰিব। কিন্তু দুৰ্দশা বাঢ়িব। টকাৰ কাৰণে মালিকৰ ওচৰত হাত পাতিবহি। চিৰদিনৰ কাৰণে কুকুৰহঁতে শিক্ষা পাব। আকৌ ধৰ্মঘট কৰিবলৈ সাহস নকৰিব। গতিকে একেলগে দুটা কাম হ'ব।

—ঘৰত জুই লগালে দুটা-চাৰিটা নমৰিবনে? বেণীৰ প্ৰশ্ন।

—বেইমানহঁতৰ দুই-চাৰিটা মৰিলেনো কি হানি হ'ব? গ্ৰেগৰীয়ে ক'লে।

ইয়াকে শুনি জেন অস্থিৰ হৈ পৰিল। তাই আৰু ঘৰত থাকিব নোৱাৰিলে। সন্ধিয়া আন্ধাৰ হোৱাৰ লগে লগেই তাই কনভেন্ট পালেহি। তাই চোফায়াৰ ওচৰত হাজিৰ হোৱাত চোফায়াই আচৰিত হৈ ক'লে—জেন! অসময়ত এতিয়া……

—চিষ্টাৰ—বুলি কৈ তাই কান্দিবলৈ ধৰিলে। কথা ক'ব নোৱাৰা হ'ল। চিষ্টাৰে বিছনাত বহুৱালে। কি কাৰণে আহিছে সুধিলে।

জেনৰ কান্দোন বন্ধ হ'ল। অৱশেষত তাই ক'লে—চিষ্টাৰ, আপুনি এই গৰীব মানুহখিনিক ৰক্ষা কৰক। নহলে আৰু উপায় নাই। ল'ৰা-ছোৱালী, মতা-তিৰোতা বুঢ়া-বুঢ়ী আটাইবোৰ জুয়ে পুৰি মৰিব। কথাটো মনতে পৰিলেই মোৰ বুকুখনে ধান বনাদি বানে……

—তুমি বাৰু এতিয়া ঘৰলৈ যোৱা। কি কৰিব পৰা যায় ভাবি চোৱা যাওক। কথাটো আৰু কাকো নক'বা। তোমাৰ বিপদ হ'ব পাৰে।

জেন গুচি গ'ল। চিষ্টাৰৰ অৱস্থাও এতিয়া জেনৰ দৰে। শেষত ভয় আৰু উদ্বেগ বিসৰ্জন দি চিষ্টাৰ কন্‌ভেন্টৰ পৰা হাতত সাৰে ভৰিত সাৰে ওলাই আহিল।

ৰাতি প্ৰায় দহটাৰ সময়ত হেয়াৰ আইলেণ্ডত পিটাৰে খবৰটো পালে। পিটাৰে জাল, বৰশী আদি লৈ তেতিয়া সাগৰলৈ যাবলৈ ওলাইছিল। মাইকেলো। সি নাৱত বহুত শিলৰ টুকুৰা ভৰাই লৈছিল। চিঠি লৈ অহা ল'ৰাটো তুত্তুকুড়িৰ। পিটাৰে তাক চিনি পায়। সি চিঠিখন পিটাৰক দিয়েই গুচি আহিল আৰু সাগৰৰ বুকুত নাও মেলিলে। পিটাৰে লাইট-হাউচৰ লাইট পোষ্টৰ ওচৰলৈ গৈ চিঠিখন খুলি পঢ়িলে। চিষ্টাৰ চোফায়াৰ আখৰ।—প'ৰ্টৰ কুলিৰ বস্তিত ৰাতি বাৰটাত কোনোবাই জুই লগাব। আপুনি বেচেৰাহঁতক ৰক্ষা কৰক।

তুত্তুকুড়িত ৰাতি শীতৰ স্পৰ্শ। কুলিবোৰে গোটেই দিনটো হাড়ভগা পৰিশ্ৰম কৰি আহি খাই বৈ শুইছে। সিহঁত টোপনিত লাল-কাল। সকলো মৰাৰ

দৰে পৰি আছে। গোটেই কুলি বস্তি আন্ধাৰত ডুব গৈ আছে। পিটাৰে পাঁচটা মানুহ লগত লৈ ক'লা সাগৰত খুব জোৰেৰে বঠা মাৰিছে। প'ৰ্টৰ ওচৰৰ পাৰত নাও ৰখাৰ সময়তে সি দেখা পাইছে যে কুলিৰ বস্তিত জুই লাগিছে।

সিংগাৰায়ণক নাৱত থৈ পিটাৰ আৰু বাকী চাৰিটা সেইফালে লৰ মাৰিলে। আধা আন্ধাৰত পিটাৰৰ গাত মানুহ এটাই খুন্দিয়ালেহি। মানুহটো এখন ভগা তোনীৰ কাষেদি দৌৰি পলাইছিল। মাইকেলে তাক ধৰিলে। তাৰ হাতত এটা টিন। তাত কেৰাচিন ভৰোৱা আছিল। লগত জোৰৰ দৰে বস্তু এটা। মাইকেলে মানুহটোক এৰি নিদিলে। তাৰ হাত দুটা পিঠিৰ ফালে মুচৰি ধৰি তাক নাৱলৈ লৈ আহিল। তাক নাৱৰ ভিতৰত বান্ধি ৰাখিলে। মাইকেলে আকৌ কুলিৰ বস্তিৰ ফালে দৌৰ দিলে।

পিটাৰৰ লগত মাথু, গোমেচ আৰু নাদন। সিহঁতে চিঞৰি চিঞৰি কুলিৰ বস্তি পাই কুলিবোৰৰ টোপনি ভাঙিবলৈ ধৰিলে। ইতিমধ্যে দুটা পঁজাত জুই জ্বলি আছে। ক'ৰবাৰ পৰা কোৰ জোগাৰ কৰি মাথু আৰু গোমেচে বালি কাটিছে। লেলিহান শিখাৰ ওপৰত সিহঁতে বালি পেলাইছে।

ঠাইখন এতিয়া পোহৰ। গোটেইবোৰ কুলি শোৱাৰ পৰা উঠিছে। সিহঁতে খুব চিঞৰ-বাখৰ লগাইছে। তিৰোতা মানুহবোৰৰ ইননি-বিননি। পোন্ধৰ মিনিটৰ ভিতৰতে গোটেইবোৰ ব্যস্ত হৈ পৰিছে। ডেকা কুলিবোৰ পিটাৰৰ দলৰ লগ লাগি কামত লাগি গৈছে। পিটাৰে ওপৰত উঠি জুইৰ মাজত সোমাই চাল তললৈ নমাই দিছে। জুইৰ সৈতে চালখন মাটিত পৰিছে। ডেকাবোৰে ঘৰৰ ভিতৰৰ পৰা বুঢ়া-বুঢ়ী আৰু ল'ৰা-ছোৱালীবোৰ টানি টানি বাহিৰলৈ উলিয়াইছে। ভিতৰৰ পৰা বস্তুবাহানি উলিয়াইছে। আধা ঘণ্টাৰ ভিতৰত অগ্নিৰ শক্তি কমিছে। ঠাইখনত পোৰা বস্তুৰ গোন্ধ। সৰ্বনাশৰ শেষ চিন। কুলি মাইকীবোৰৰ চুলি আউল-বাউল। সিহঁতে আৰ্তনাদ কৰিছে আৰু পাৰেমানে শাও দিছে।

এনে সময়তে আধা অন্ধকাৰত বহুত পৰ এটা বোৰ্খা পিন্ধা মূৰ্তিক দেখা গৈছে। তেওঁ কেচুৱা আৰু ৰোগীবোৰক চাইছিল। গণ্ডগোলৰ মাজত তেওঁক কোনেও লক্ষ্য কৰা নাছিল। সকলো কাম শেষ হোৱাত পিটাৰে মাথু, গোমেচ, নাদন আৰু মাইকেলক নাৱলৈ পঠাই দিলে। সি অকলে বীচ ৰোডৰ ফালে গ'ল।

বালিচৰত ৰাস্তাৰ দাঁতিৰ পোহৰখিনি কেৰেচিয়াকৈ পৰিছে। মাজে মাজে এন্ধাৰ, মাজে মাজে পোহৰ। পোহৰ-এন্ধাৰৰ মাজ অংশত বোৰ্খা ঢকা মূৰ্তিটো থিয় দি আছে। পিটাৰ ওচৰ চপাৰ লগে লগে মূৰ্তিটো ঢাকনি আঁতৰাই মুখ তুলি চালে।

—তুমি, তুমি······? পিটাৰে তাইক দেখা পাব বুলি আশাই কৰা নাছিল।

—থাকিব নোৱাৰিলোঁ। চোফায়াৰ উত্তৰ।

চোফায়া এতিয়া পিটাৰৰ নিচেই কাষত। সিহঁতে মুখৰ ওচৰত মুখখন থৈছে। পিটাৰৰ গাত পোৰা পোৰা গোন্ধ। গোন্ধটো উগ্ৰ। লগতে ঘামৰ গোন্ধো মিহলি হৈছে। গাটোত ছাঁই। গাত জুয়ে চেলেকাৰ চিন। চোফায়াই তাৰ গাৰ ওপৰত হাত বুলাইছে। পিটাৰৰ গাৰ গোন্ধত তাইৰ নিচা হৈছে। এই গোন্ধ চাৰ্চৰ ধূপৰ গোন্ধতকৈ ভাল।

চোফায়াই লাহে লাহে কৈছে—ক'তো বেয়াকৈ পোৰা নাই নহয়? মোৰ খুব ভয় লাগিছিল। আপোনাৰ বিপদ হয় বুলি। মই বৰ অপৰাধী।

তাইৰ মাতটো থোকাথুকি। কান্দোনে কণ্ঠৰোধ কৰিব খুজিছে। পিটাৰে মাথোন শুনি গৈছে—খবৰটো পোৱাৰ লগে লগে গাত পোৰণি উঠিল। ভাবিলোঁ, কাৰ ওচৰলৈ যাওঁ। এই অসহায় দুখীয়া মানুহবোৰক কোনে ৰক্ষা কৰিব? তেতিয়াই আপোনাৰ কথা মনত পৰিল। আৰু কাৰো কথা মনত পৰা নাছিল। আনকি ভগৱানবো।

—কিঁ ক'লা? তোমাৰ ভগৱানত বিশ্বাস ইমান ঠুনুকা? পিটাৰৰ মুখত তিক্ততাপূৰ্ণ হাঁহি। হাঁহিটো চোফায়াই দেখা নেপালে।

—মই বহুত আগতে আহিলোঁ। ঘৰবোৰ জ্বলা দূৰৈৰ পৰাই দেখিলোঁ। আপুনিও সঙ্গী কেইজনৰ সৈতে অহা দেখিলোঁ। আপুনি জুইৰ ওপৰত জপিয়াই পৰিলে। আপোনাৰ সঙ্গী কেইজনেও যন্ত্ৰৰ দৰে কাম কৰাত লাগি গ'ল। শুই থকা মানুহবোৰক জগাই দিলে। মই সঁচাকৈয়ে এটা পাহৰিব নোৱাৰা দৃশ্য দেখিলোঁ।

—কি দেখিলা? পিটাৰৰ প্ৰশ্ন।

—দেখিলোঁ যে মানুহ ঈশ্বৰতকৈ ডাঙৰ, বহুত ডাঙৰ।

এইবাৰ পিটাৰে চোফায়াক বুকুৰ ভিতৰত সুমুৱাই ল'লে।—চুফি, তুমি মোৰ হোৱা, মোৰ জীৱনত সোমাই পৰা। তোমাক পালে মই মনত বল পাম। যুঁজখন চলাই যাব পৰা বল। ডাঙৰ হ'বলৈ হ'লে মানুহে যুঁজ কৰিবই লাগিব। সংগ্ৰাম জীৱনৰ আন এটা নামহে।

চোফায়াই লাহে লাহে নিজক এৰুৱাই আনিলে। তাইৰ বুকু ভেদ কৰি এটা দীৰ্ঘশ্বাস ওলাই আহিল। দুয়ো একেলগে বাঁচ ৰ'ডৰ ফালে আগবাঢ়ি গ'ল। গভীৰ ৰাতি। চাৰিওফালে নিজম। ক'তো জনপ্ৰাণী এটা দেখিবলৈ নাই। নিৰ্জন ৰাস্তাটোৰেদি সিহঁত গাত গা লগাই খোজকাঢ়ি গৈ আছে। গাত সাগৰৰ বতাহ পৰিছে।

—তোমাক কোনে খবৰ দিলে? পিটাৰে জানিবলৈ বিচাৰিলে।

—জেনে, বেণী মিৰাণ্ডাৰ জীয়েকে। তাইৰ দেউতাকৰ লগত গ্ৰেগৰী লোবোৱে আলোচনা কৰা শুনিছিল। চোফায়াই ক'লে।

—গ্রেগৰী লোবো মানেই চুচান। বেণী মিৰাণ্ডা এটা ৰক্তপিপাসু বাঘ। তুণ্ডদ্ৰুড়িৰ সর্বনাশৰ মূল এনেবোৰ মানুহেই। মোৰ সংগ্ৰাম সিহঁতৰ বিৰুদ্ধে। মোৰ লগলৈ কোনো নাহিলে মই অকলে যুঁজিম। কিন্তু তোমাক মোৰ প্ৰয়োজন।

পিটাৰৰ বুকুখন ফুলি উঠিছে। নাকৰ পাহিও। কথাও কৈছে সৰুকৈ। পিছে তাক সৰুকৈ গৰ্জন কৰা যেনহে লাগিছে।

পিটাৰ অলপ থমকি ৰ'ল। তাইৰ মুখলৈ খুব আশাৰে চাই থাকি সুধিছে—চুফি, তুমি মোৰ লগলৈ আহিবা?

হঠাৎ দূৰৰৈ পৰা এখন মোটৰৰ শব্দ শুনা গ'ল। চোফায়া সাউৎ কৰে কাষৰ গলিটোত সোমাল।

## 33

এণ্টনীৰ টোপনি অহা নাই। তাৰ বহুত চিন্তা। তাৰ মনত পৰিছে চুচানে ভয় কৰাৰ বিষয়ে। পিটাৰ ঘোৰ কমিউনিষ্ট। এই ভয় কেৱল চুচানৰে নহয়; বাতৰি কাকতৰ পাতে পাতে এই ভয়ৰ খবৰ। দেশব্যাপি সাবধান বাণী : কমিউনিষ্টৰ পৰা সাবধান। ইহঁত ভয়ঙ্কৰ জীৱ। কংগ্ৰেছী নেতাবোৰে কন্যাকুমাৰীৰ পৰা কাশ্মীৰলৈকে সকলোকে সতৰ্ক কৰি দিছে। ব্ৰিটেনৰ কমিউনিষ্টলৈ ভয়ৰ কথা এণ্টনীৰ মনত পৰিছে। বিলাতী বাতৰি কাকতবোৰৰ মতে ষ্টালিন এটা মানুহক কেঁচাই কেঁচাই খোৱা দৈত্য। এনেকৈ ভয় দেখুৱাই এসময়ত মাকে দুষ্ট ল'ৰা-ছোৱালীক শুৱাইছিল। কিন্তু ৰাছিয়াই হিটলাৰক বাধা নিদিয়াহেঁতেন ব্ৰিটেনৰ অৱস্থা কাহিল হ'লহেঁতেন।

ট্ৰাফালগাৰ স্কোৱাৰত এণ্টনীয়ে জে. বি, এচ. হালডেনক দেখিছে। তেওঁৰ বিজ্ঞানী মনৰ বিশ্লেষণ, মাক্সবাদৰ ব্যাখ্যা আদি শুনি ওচৰৰ হেজাৰ হেজাৰ নৰনাৰী অভিভূত। হাল্‌ডেনৰ পাছত প্লেটফৰ্মত অধ্যাপক লাস্কি। লাস্কিয়ে কয় যে যিখন সমাজত দুই-চাৰিজনহে ধনী আৰু বাকীবোৰ দুখীয়া, সেইখন সমাজ বালিৰ ভেটিৰ ওপৰতহে থিয় হৈ আছে। তেনে সমাজ যি কোনো সময়তে ধ্বংস হ'ব পাৰে।

পণ্ডিত নেহেৰুৱেও এদিন এনে কথাত বিশ্বাস কৰিছিল। তেওঁৰ 1934 চনৰ লক্ষ্ণৌ কংগ্ৰেছৰ বক্তৃতাই তাৰ প্ৰমাণ। পট্টভি সীতাৰামিয়াই মন্তব্য কৰিছিল— "হি বিচ্‌ ড লজিকেল ফুল্‌ফিল্‌মেণ্ট অৱ চচিয়েলিজিম, মেনলি কমিউনিজিম।" তেওঁ 'হিষ্ট্ৰি অৱ দি ইণ্ডিয়ান নেচনেল কংগ্ৰেছ' নামৰ গ্ৰন্থত কৈছে—"কেপিটেলিজিম এটা শিলৰ টুকুৰাৰ দৰে বস্তু। যিমানেই সিজোৱা হওক লাগে, ইয়াক খাব নোৱাৰি।" সেই কাৰণে নেহেৰুৱে কৈছিল—সেইবাবেই কেপিটেলিজিমক উচ্ছেদ কৰি পেলাওক; বাগ কৰি লাভ নাই। এনেকৈ কৈছিল ইন্দিৰালৈ লিখা চিঠিত।

এণ্টনীৰ সেইবোৰ কথা মনত পৰিছে। অথচ এতিয়া কি হৈছে? চিবেষ্টিন খুড়া মাতাল হ'ব পাৰে, কিন্তু তেওঁৰ কথা উলাই কৰিব নোৱাৰি। এই পাঁচ বছৰ দেশ যেনেকৈ চলিছে, তেনেকৈ চলি থাকিলে আমাৰ ভবিষ্যৎ কি হ'ব?

প্ৰথম পাঁচ-বছৰীয়া আঁচনিত শিক্ষাব্যৱস্থা সলনি কৰাৰ কথা কোৱা হোৱা নাই। ধুৰন্ধৰ বৃটিছবোৰে খাই পেলাই দিয়া সিটাখিনিয়েই হ'ল আমাৰ শিক্ষা।

স্কুল, কলেজ, ইউনিভাৰ্চিটি কেৰাণী তৈয়াৰ কৰা কাৰখানাহে মাথোন। আমি ধ্বংসৰ ফালে খোজ দিছোঁ। আমাৰ নিস্তাৰ নাই। আমাৰ জীয়াই থকাৰ একমাত্ৰ পথ হ'ল—আমাৰ মানুহখিনিক ৰেচনেল কৰি গঢ়ি তোলা, সুস্থ স্বাভাৱিক বিচাৰ-বুদ্ধিৰ জন্ম দিয়াত সহায় কৰা আৰু আবেগক বিসৰ্জন দিয়া। তেতিয়াহে মানুহে নিজৰ কামৰ ভাল-বেয়া বিচাৰ কৰিব পাৰিব; দেশৰ বাবে কোনটো প্ৰয়োজনীয় বুজিব পাৰিব। লাস্কিৰ প্ৰেছক্ৰিপচন: এনে শিক্ষাৰে মানুহক শিক্ষিত কৰা।

কিন্তু এই শিক্ষা ক'ত? এন্টনী নিজৰ দেশলৈ অহা প্ৰায় এমাহেই হ'লহি। সি এনে এটা প্ৰস্তুতি দেখা নেপালে যাৰ দ্বাৰা দেশৰ ভৱিষ্যত উজ্জ্বল হয়। কেৱল বাহিৰৰ পালিছখিনিহে চকচকীয়া। চাৰিওফালে পৰস্পৰে পৰস্পৰক প্ৰতাৰণা কৰাৰ বুদ্ধি। এন্টনীৰ মনটো ঘৃণাৰে ভৰি পৰিছে।

স্বাধীনতাক লৈ বিলাতত উত্তেজনা, জনমত গঠন, বক্তৃতা, ছপা লিফ্‌লেট; ইণ্ডিয়ান ষ্টুডেন্ট বুৰো, ইণ্ডিয়া লীগ, কৃষ্ণ মেনন। ক্ৰীপ্‌চ······এট্‌লি······।

ফাঁকি, ফাঁকি, চব ফাঁকি। চূড়ান্ত ভণ্ডামি।

ভাল চাকৰি এটা ল'ব পাৰিলে আৰাম। চেন্ট্ৰেল হিটিং থকা ফ্লেটত দামী কোমল বিছনাত শোৱা। ওচৰত গাৰ্ল ফ্ৰেণ্ড। কোমল উষ্ণ শৰীৰৰ পৰশ। ৰুটিৰ ওপৰত মাখন। তাৰ ওপৰত ক্ৰেফ্‌টৰ দামী চীজ। কণী, মাছ, মাংস—ৰেচন থকা সত্বেও পৰিমাণ যথেষ্ট। একেবাৰে অভাৱ নাই। লগতে ইচ্ছা হ'লে দামী হুইস্কি, চেম্পেন। দৰমহাৰ পৰা বাচি থকা টকাৰে প্ৰভিডেন্ট ফাণ্ড, ইন্সিওৰেন্স। কিন্তু যাৰ বাবে এই স্বাধীনতা, সেই চল্লিছ কোটি সাধাৰণ মানুহৰ কথাতো লেশমানো মনলৈ নাহে। এতিয়াও সিহঁতৰ শতকৰা পঁচাশী জনৰ অৱস্থা পভাৰ্টি-লাইনৰ তলত। সিহঁতৰ দিন দিন ধৰি পেটত এমুঠি ভাত নপৰে।

এন্টনীৰ বিছনাখন যেন কণ্টকশয্যাহে।

দেশীয় চৰকাৰ ফাঁকিৰ ওপৰত চলিছে। চৰকাৰে মানুহক কোনোমতে জীয়াই ৰখাও এটা ফন্দিহে। কিন্তু মানুহে নিষ্পেষণৰ কথা গম পাইছে। মানুহে বুজিছে যে ৰাক্ষসবোৰে সিহঁতৰ মঙহ হাড়লৈকে চুহি চুহি খাইছে। পিটাৰে চৰকাৰৰ ফাঁকিবোৰ ধৰা পেলাব পাৰিছে। পিটাৰে এই ৰাক্ষসবোৰক নিপাত কৰিবৰ কাৰণে যুঁজিছে। তাকো অকলে। তাৰ মনত ভয় নাই। আশ্চৰ্য!

সেই পিটাৰেই তাক কৈছে—এন্টনী, তোৰ বহুত কাম কৰিবলগীয়া আছে। এক উদ্দাত্ত আহ্বান। পিটাৰৰ গাত ডিগ্ৰীৰ ছাপ নাই। কলেজ-ইউনিভাৰ্চিটিৰ শিক্ষা নাই। তথাপি······

এন্টনীৰ মনটো অস্থিৰ। সি পিটাৰৰ কথা শুনিবনে? পিটাৰৰ আহ্বানত সঁহাৰি দিবনে?

এন্টনী কোঠাটোৰ ভিতৰতে ঘুৰি ফুৰিছে। হাত দুখন পিছলৈ ৰাখি, মূৰটো তললৈ কৰি। সি তললৈ চাই আছে। কিন্তু এবাৰ ওপৰলৈ চাই সি দেখে যে চৌকাত হাত দি পিটাৰ থিয় হৈ আছে। এন্টনী হতবাক! এনে এটা সময়ত পিটাৰ কি কাৰণে ওলালহি?

পিটাৰে হাঁহি হাঁহি ক'লে—এনেকৈ চাইছ কিয়? চিনি পোৱা নাই?

—ইমান ৰাতি ক'ৰ পৰা? সাগৰত জাল পেলাবলৈ?

—নহয়। এখন জালহে কাটি থৈ আহিছোঁ। খুব ভোক লাগিছে।

তাৰও একো খোৱা নহ'ল বুলি এতিয়াহে এন্টনীৰ হুঁচ আহিল। সি খোৱাৰ কথা পাহৰিয়েই গৈ গৈছিল। সি ক'লে—বল, আমি একেলগে খাম। এঞ্জেলা মাহীক খবৰ দিওঁ।

—মই আগতে গাৰ ছাঁইবোৰ গুচাই আহোঁ। কথাটো কৈয়েই পিটাৰ বাথৰুমৰ ফালে গ'ল।

—গাত ছাঁই সানি ক'ৰ পৰা ওলালিহি? খাবলৈ বহি এন্টনীয়ে জানিবলৈ বিচাৰিলে। দুয়ো খোৱাৰ টেবুলত মুখামুখিকৈ বহিল। এঞ্জেলা মাহীয়ে ধনীয়া, কেঁচা জলকীয়া, নাৰিকল আৰু তেতেলী পিহি চুৰমাইৰ চাট্‌নী বনাইছে। ইয়াৰ সোৱাদেই সুকীয়া। জিভাত জুতি লগা। অলাৰ কোবত এন্টনীৰ চকুৰেদি পানী ওলাইছে। তথাপি সি খাবলৈ এৰা নাই। পিটাৰে খুব তৃপ্তিৰে খাইছে। দেখিয়েই ধৰিব পাৰি যে তাৰ পেটত সঁচাকৈয়ে অতিপাত ভোক।

সি খাই খাই ক'লে—কুলি বস্তিত জুই নুমাবলৈ গৈ। বাঃ, মাহীয়ে বঢ়িয়া ৰান্ধিছে। এনে ৰন্ধাৰ আৰু তুলনা নাই।

এঞ্জেলা মাহীৰ চকু সেমেকা। কোনোবাই ৰন্ধা ভাল হৈছে বুলি ক'লেই মাহীৰ চকুলো ওলায়। এতিয়া পিটাৰে কৈছে। সি তাইৰ নিজৰ বাবে ৰখা আৰু অলপমান চাট্‌নী, চাৰি পাঁচ ডোখৰ মাছ আনি দিলে।

—মাহী, ইমান নিদিবা। তুমি খাবা কি? নিজলৈ ৰাখিবা আকৌ।

—তয়ে খা। ইমান দিনৰ মূৰত আহিছ······

এন্টনী চিন্তামগ্ন। সি খাব পৰা নাই।

—কুলিৰ বস্তিত কেনেকৈ জুই লাগিল? তাৰ প্ৰশ্ন।

—জুই লগা নাই, কোনোবাই জুই লগাই দিলে। এনেকৈ কৈ পিটাৰে এগৰাহ ভাত মুখত ভৰালে।

—আমি কি আজিও বৰ্বৰ যুগত বাস কৰিছোঁ? এন্টনীৰ আশ্চৰ্যবোধক প্ৰশ্ন।

—তাতকৈয়ো নিকৃষ্ট। সেই যুগত দেখাদেখিকৈ মানুহে মৰামৰি কৰিছিল। দিনটো হাড়ভগা পৰিশ্ৰম কৰি মৰাৰ দৰে শুই থকা মানুহক ঘৰত জুই দি পুৰি মৰাৰ কথা ভৰা নাছিল।

—জুই নুমাবলৈ তই অকলে গ'লি?

—অকলে নহয়। লগত পাঁচটা নাৱৰীয়া আছিল।

—ভয় কৰা নাছিলি? তোৰ চৌদিশে শত্ৰু। তোক মাৰি জুইত পেলাই দিয়াহেঁতেন?

পিটাৰে অলপ পৰ খোৱা এৰি এন্টনীলৈ চালে। তাৰ ওঁঠত অদ্ভুত হাঁহি।

সেই হাঁহি দেখি এন্টনী লজ্জিত। কথাটো সোধা ভুল হ'ল নেকি? এৰা, ভুল হ'ল। পিটাৰ কিমান সাহসী সি নজনা নহয়। তাৰ সৰু কালৰ ঘটনা এটা মনত পৰিল।

পিটাৰে খোৱাত মনোযোগ দিলে। সি গোগ্ৰাসে খাইছে।

এন্টনীৰ মানস চকুত সেই ৰাতিটোৰ ছবি।

সিহঁত দুটাৰ বয়স তেতিয়া প্ৰায় পোন্ধৰ-ষোল্ল। এন্টনী তেতিয়া কলিকতাত পঢ়ে। সি ছুটিত ঘৰলৈ আহিছিল। আহিয়েই সি শুনিলে যে চহৰত ভূতৰ উপদ্ৰৱ। ভূত নহয়, প্ৰেতিনীহে। গড্উইন ফাৰ্ণাণ্ডোৰ মাক প্ৰেতিনী হৈ গোটেই চহৰত ৰাতিয়ে দিনে টহল দিছে। প্ৰেতিনীজনীয়ে গাটো বগা কাপোৰেৰে ঢাকি বীচ ৰোডেদি আহে। এটা অদ্ভুত শব্দ কৰে। সেই শব্দ শুনিলে বুকু কঁপি যায়। কিন্তু দুটা দীঘল হাতত বাদে একো দেখা নেযায়।

চহৰত বহুত উৰা বাতৰি। মাছমৰীয়াৰ মাজত, কফিৰ দোকানত। পিটাৰে ক'লে—আজি প্ৰেতিনীক ধৰিম। পিটাৰ, তয়ো ওলাবি।

ৰাতি এটা বজাত পিটাৰে এন্টনীক মাতিলে। এন্টনীয়ে ভয়ে ভয়ে বাহিৰলৈ ওলাই পিটাৰৰ পিছ ল'লে। দুয়ো বীচ ৰোডেদি দক্ষিণৰ ফালে গ'ল।

চাৰিও ফালে নিস্তব্ধ। কাঁহ পৰি জীণ যোৱা অৱস্থা, ৰাস্তাৰ দাঁতিৰ লাইটবোৰ টিমিক-টামাক। বীচ ৰোড য'ত শেষ হৈছে তাত অন্ধকাৰ। সাগৰৰ পাৰ। বিস্তীৰ্ণ বালিচৰ। বহুত জোপোহা বন। সাগৰৰ পৰা জোৰেৰে বতাহ বলিছে। পাৰত সাগৰৰ ঢৌৰে খুন্দিওৱাৰ শব্দ। এন্টনীৰ বুকুৰেদি যেন এখন ৰেলগাড়ীহে চলিছে। সি ভয়ত পেপুৱা লাগিছে। মাজে মাজে বুকত হাত দি সি ধপ্ধপনি পৰীক্ষা কৰিছে। পিটাৰে তললৈ চাইছে। এন্টনীৰ হাতটোত ধৰি ফুচ-ফুচাই কৈছে—সোৱা চা।

এন্টনীয়ে পানীৰ দাঁতিত এখন মটৰ লঞ্চ দেখিলে। লঞ্চখন ৰ'ল। ইঞ্জিনৰ শব্দ বন্ধ হ'ল। দুটা মানুহ লঞ্চৰ পৰা জপিয়াই নামিল। সিহঁতে এটা পেৰাম্বুলেটৰৰ দুফালে দুডাল লাঠি বান্ধিলে।

এটা মানুহ পেৰাম্বুলেটৰৰ ভিতৰত বহিল। এটাই বগা চাদৰেৰে চৰ ঢাকি দিলে। পেৰাম্বুলেটৰখন যাবলৈ ধৰিলে। ভিতৰত আপোনা-আপুনি চলি যাব পৰা যন্ত্ৰও আছে। চাইকেলৰ পেদোলৰ দৰে যন্ত্ৰ। অলপ অলপ আগুৱাই

যোৱাৰ পাছত পেৰেম্বুলেটৰ পৰা এটা বিকট শব্দ বাহিৰ হয়। মাজ নিশা এই বিকট শব্দই মানুহৰ মাজত আতঙ্কৰ সৃষ্টি কৰে।

সিহঁত দুটাই কাপোৰেৰে ঢকা পেৰাম্বুলেটৰৰ পিছ ল'লে। বস্তুটো তোনী কেইখনমান পাৰ হৈ গলিত সোমাই মাচাদোৰ ঘৰৰ দুৱাৰৰ কাষত ৰ'ল। দুৱাৰত ঘনাই ঘনাই তিনিটা টোকৰ মাৰিলে। লগে লগে আলিবাবাৰ চিচিং ফাঁকৰ দৰে দুৱাৰ খোল খালে। এটা খুব খীন মানুহ ওলাই আহিল। তাৰ চেহেৰাটো সাপৰ দৰে। পেৰাম্বুলেটৰৰ ভিতৰত থকা মানুহটোৱে খীন মানুহটোক টিনৰ চুটকেচ এটা দিলে।

সেই দৰে ঢাকি ৰখা পেৰাম্বুলেটৰখন অহা বাটেদি উভতিল। আগৰ দৰে শব্দ এটাও কৰিলে।

স্মাগ্‌লিং—চোৰা কাৰবাৰ। এনেকুৱা চুটকেচত থাকে সোনৰ বিস্কুট, কানি, কোকেইন, হীৰা আদি দুৰ্লভ বস্তু। সেই কাৰণেই মাচাদোহঁত ইমান সোনকালে চহকী হৈছে।

—একো নমতা হলি দেখোন! পিটাৰে থাল চেলেকি চেলেকি ক'লে।

—হঠাৎ সৰু কালৰ কথা এটা মনত পৰিল। ভূতপ্ৰেতৰ কথা। পিটাৰে হাঁহি কলে—মাচাদোহঁতৰ স্মাগ্‌লিং? এৰা, ভূতৰ গল্পটো বেচ উলিয়াইছিল। তেতিয়া কাষ্টমচ অফিচাৰ আছিল ৰবিনচন।' বৰ কাঢ়া। তেওঁক খবৰ দিওঁতেই ভূত ধৰা পৰিছিল। পিছে মাচাদোহঁতৰ দোষ কি? সিহঁতৰ তোনী নাছিল। সেই বাবেই এই কায়দা। ইয়াৰ প্ৰত্যেকটো তোনীৰ মালিকৰ আচল কাৰবাৰ স্মাগ্‌লিঙহে।

—এতিয়াও?

—এতিয়াতো সিহঁতৰ বাবে ৰামৰাজ্য। কাষ্টম্‌চ অফিচাৰবোৰ সিহঁতৰ হাতৰ মুঠিত। সিহঁত সুসংগঠিত। খুচৰাকৈ বিক্ৰী কৰা দুটা এটাহে মাজে মাজে ধৰা পৰে। আচল হাঙৰ ঘৰিয়ালবোৰ থাকি যায়। সিহঁত গভীৰ পানীৰ জীৱ। কিন্তু হঠাৎ তোৰ এইবোৰ কথা মনত পৰিল কিয়?

—সৰুৰে পৰা তই বৰ নিৰ্ভীক। সৰু কালৰ কথাটো আজিহে মনত পৰিল।

ইতিমধ্যে পিটাৰৰ খোৱা শেষ হ'ল। সি ক'লে—আচলতে মোৰো ভয় আছিল। দেউতাইহে এই ভয় ভাঙিলে। তেতিয়া মোৰ বয়স দহ। এদিন দেউতাই সাগৰলৈ যাবলৈ লগ ধৰিলে......তেতিয়ালৈকে সাগৰ কি বস্তু তাৰ বিষয়ে মোৰ স্পষ্ট ধাৰণা নাছিল। সাগৰ হল পানীৰ মৰুভূমি। মোৰ ভয় হ'ল। তাত গছ-গছনি নাই, ঘৰ নাই, মানুহ নাই। কেৱল পানী আৰু পানী। মনটো পাৰলৈ উৰা মাৰে। তেতিয়া আষাঢ় মাহ। কথাতে কয় বোলে—আড়ি কাংৰু আম্মিকে ভুক্কো[1]। পগলা হাতীৰ দৰে ঢৌ। দুৰ্দান্ত গতিতে আহি

1 ভুক্কো—আষাঢ়ৰ বতাহে শিলকো উকৰাই নিয়ে।

নাৱত খুন্দা দিয়েহি। নাওখনে টুলং ভুলং কৰে। মই ভয়ত চকু মুদি দিওঁ। গা কঁপে। নিমিষতে সাগৰৰ তল পামগৈ বুলি ভয় হয়। মোৰ অৱস্থা দেখি দেউতাই হাঁহে। বঠা মাৰিছে দানীছ খুড়া আৰু নিকোলাছ খুড়াই। দেউতাই গুৰি ধৰিছে। মোক কয়—এতিয়া সৌ ফালে চা। মই চাই দেখোঁ যে বলিয়া হাতীৰ দলটো বহুত পিছত। সমুখৰ ফালে আকৌ এটা বলিয়া হাতীৰ দৰে ঢৌ। বহুত ঢৌ। আকৌ নাৱে ঢৌ ভাঙে। এইবোৰ দেখি পাছত মোৰ মজা লাগিছিল। দেউতাই কৈছিল—দেখিলি? ঢৌ দেখি ভয় খাই নাও ওভোতাই অনাহেঁতেন নাও ডুব গ'লহেঁতেন। ভয়ত কেতিয়াও পিছুৱাই নেযাবি, নপলাবি। আগুৱাই যাবি। কাৰো লগত মকামিলালৈ নাহিবি। তেতিয়া দেখিবি যে দুনিয়াত ভয় বোলা বস্তুটো নাই।

পিটাৰে হাঁহি মুখে এন্টনীলৈ চালে।

এন্টনীয়ে ক'লে—পিটাৰ, সাৱধান, তই কমিউনিষ্ট বুলি মানুহে বদনাম ৰটি ফুৰিছে।

পিটাৰে ক'লে—ইংৰাজীত এষাৰ কথা আছে। ৰোড্রিগো খুড়াই প্রায়ে কয়—কুকুৰটোক মাৰিবলৈ হ'লে বদনাম এটা দিয়া।

সি অলপ বৈ এন্টনীৰ মুখামুখি হৈ ক'বলৈ ধৰিলে—দেশ জুৰি চাঁহি-মুহি খোৱাৰ দিন আহিছে। ওপৰ মহলৰ মানুহে সুবিধা পাই লুট কৰিছে। সিহঁতে খাটি-খোৱা সৰু সৰু মানুহবোৰৰ তেজ শুহি খাইছে। তাকে প্রতিবাদ কৰিলে সি দিনটোৰ ভিতৰতে হৈ পৰে ঘোৰ কমিউনিষ্ট। তেতিয়া শাসন-যন্ত্রটো তোৰ ওপৰত উবুৰি খাই পৰিবহি। পাৰিলে তোক হত্যা কৰিব।

—সকলোৱে লুট কৰিছে। সৰু সৰু মানুহবোৰ বৈ আছে কিয়? এন্টনীৰ প্রশ্ন।

—সেইখিনিতেই লেঠা। সিহঁতে বস্তু বনায়, উৎপাদন কৰে। সিহঁতৰ লুট কৰাৰ সুযোগ-সুবিধা নাই। মোৰ কথাকে ধৰ। মই সাগৰত মাছ মাৰোঁ। মোৰ মাছ যি কিনিব সি তাৰ খুচী মতেহে দাম দিব। সিহঁতে মাছ নীলামত দিয়াৰ ব্যৱস্থা কৰিব। দৰদাম মিলিলে এই ব্যৱস্থা মতে মাছ দে, ন'হলে তোৰ মাছ পঁচি ভসয়া দিয়ক। আমি মাছমৰীয়াবোৰে গোটেই দিনটো খাটো। আমি যি দাম পাওঁ তাৰ দহগুণ দামত গ্রাহকে মাছ কিনে। গৃহস্থৰ পাতত সস্তাত টুটুকুৰা মাছ নপৰে। দহজনৰ উপকাৰ নহয়। দালালবোৰে মাজতে পইচা মাৰে। ইয়াকে যদি ব্যক্ত কৰা হয়, চৰকাৰে আমাৰ ওপৰতহে ৰঙা চকু দেখুৱায়, আমাক জুলুম কৰে।

পিটাৰে কৈ গ'ল—আমাৰ তিৰুনেলভেলীৰ পাণ্ডেমাৰাইৰ কঠ দেখিছ? অতি সুক্ষ্ম কাম, নক্সাবোৰো সুন্দৰ। এই কাম যিকোনো মানুহৰ কাৰণে নহয়। এখন কঠ বনাবলৈ খুব খাটিব লাগে। বজাৰত কিনিবলৈ- গৈ দেখিবি যে ইয়াৰ দাম খুব বেছি। কিন্তু যি বনাইছে সি খুব কম দামহে পায়। এইখনেই আমাৰ দেশ। যি দিন-মজুৰ, যি উৎপাদন কৰে, তাৰে মূল্য আটাইতকৈ কম। এই প্রথা ৰজা-মহাৰজা আৰু নবাবৰ দিনৰ পৰা আজিলৈ চলি আহিছে। তই এবাৰ মাছ-মৰা মানুহখিনি থকা অঞ্চলটোলৈ গ'লেই ইয়াৰ দেখ-দেখ প্রমাণ পাবি।

এণ্টনীয়ে ক'লে—মই এইবোৰ চালোঁ। এটা কথা ভাবি আচৰিত লাগিছে। পণ্ডিত নেহেৰুও দেখোন কমিউনিষ্ট মাইণ্ডেড!

—মই আগতেই কৈছোঁ নহয়, আমাৰ দেশ অতি অদ্ভুত। সিদিনা চিবেষ্টিন খুড়াই স্বৰূপ কথাই কৈছিল। মানুহটো মাতাল হ'ব পাৰে, তেওঁ কিন্তু পৰিষ্কাৰভাৱে চিন্তা কৰিব পাৰে। এসময়ত তেওঁ খুব পঢ়াশুনাও কৰিছিল। তেওঁ খাঁটি কথা কয়। এইখন দেশৰ মানুহৰ মনবোৰো আচৰিত। এটা মানুহৰ মনত একেলগে দুটা মানুহ: ভিখাৰীও, নবাবো। পইচা থকা মানুহবোৰৰ কেতিয়াও হেঁপাহ পূৰ নহয়। সিহঁতৰ আচল অভাব নাই। কিন্তু খকটো হ'লে বৰ বেছি। সিহঁতৰ ধন-সম্পত্তি কৰাৰ আকাঙ্ক্ষা আকাশচুম্বী। সেইটো মন ভিখাৰীৰ মনহে। আন হাতেদি প্ৰকৃত ভিখাৰীৰ অনবৰত পেটৰহে চিন্তা। কিন্তু সি ভাবে, অলপ পইচা হাতলৈ আহিলেই নবাবী কায়দাত চখ মিটাব লাগিব। এয়া হেজাৰ হেজাৰ বছৰৰ ৰজা-বাদশ্বাহৰ শাসনৰ কুফল। আমাৰ মনৰ জোৰ নাই। আমাৰ মনৰ শৃঙ্খলা নাই। ইয়াত মাৰ্ক্স-এঙ্গেল্‌চৰ চিন্তা অনুযায়ী সমাজ গঢ়াৰ কথাবোৰ মাথোন মুখৰোচক কথাহে, অলস কল্পনাৰ কথাহে। এইবোৰকে দেখি শুনি বিৰক্ত হৈছোঁ।

—আৰু কি দেখিছ? এণ্টনীৰ প্ৰশ্ন।

—দেউতাক হত্যা কৰাৰ পাছত সুবিচাৰৰ বাবে চৰকাৰৰ ওচৰ চাপিলোঁ। থানা। তাত বহুত পুলিচ, এল্‌চেচিয়ান কুকুৰ আৰু বহুত কিবাকিবি। কিন্তু হত্যাকাৰীক সিহঁতে উলিয়াব নোৱাৰিলে। কোনেও শাস্তি নেপালে। দানীছ খুড়াই ক'লে—পিটাৰ, তই কেৰালালৈ যা। তাত মন্ত্ৰ মৰা বেজ আছে। তেওঁলোকক ধৰগৈ।

—মন্ত্ৰ মৰা বেজ মানে কি? এণ্টনীৰ জানিবৰ ইচ্ছা গ'ল।

—ইংৰাজীত ব্লেক মেজিক বোলে। ধৰ, তই ইয়াত বহি থাকোঁতেই তেজ বঁতিয়াই মৰিলি। ডাক্তৰ-কবিৰাজে হাৰ মানিলে। মানুহে ক'ব তোক কোনোবাই মন্ত্ৰ মাৰি এনে কৰিলে। এই মন্ত্ৰ মৰা মানুহবোৰে বশীকৰণ আদিও দিয়ে। এনে মানুহেই হ'ল মন্ত্ৰ মৰা বেজ।

—তই এইবোৰত বিশ্বাস কৰ? এণ্টনীয়ে ব্যগ্ৰ হৈ সুধিলে।

পিটাৰে এইটো প্ৰশ্নৰ উত্তৰ নিদি অনৰ্গল কৈহে গ'ল—দানীছ খুড়াই দিয়া ঠিকনাটো লৈ মই গ'লোঁ কুৰ্তালামলৈ। তাৰ পৰাই অটব্য হাবি আৰম্ভ হৈছে। কেৰল হাবি আৰু পাহাড়। সিপাৰে তামিলনাড়ু। এই পাৰে কেৰালা। হাবিত বহুত বাঘ, হাতী, বাইচন আৰু শঙ্খচূড় সাপ। বেজৰ সন্ধানত এনে এখন হাবিৰ মাজেদি গৈ আছোঁ। এনেতে তাতে বৰষুণ হ'ল। সন্ধিয়াও হ'লহি। এই অৰণ্যৰ ৰাজ্যত এঠাইত এখন কফিৰ দোকানো পোৱা গ'ল।

বালিকক ক'লোঁ—ইয়াতে বাতিটো কটাবলৈ দিবনে? তেওঁ মোক থাকিবলৈ দিলে। পাছত দেখিলোঁ যে একমাত্র ময়েই আশ্রয় লোৱা নাই; আৰু এজন আছে। তাৰ চুলিবোৰ কেঁকোৰা; সি দাড়িয়ে-চুলিয়ে ভোবোকাৰ। এটা শুকান-উবান ওখ লেংপেঙীয়া মানুহ। তাৰ চকু দুটা শানত দিয়া খুৰৰ দৰে। মানুহটোৱে চাকিৰ পোহৰত কিবা লেখি আছিল। মোৰ ভাব হৈছিল যে ইয়েই মন্ত্র মৰা বেজ। মানুহটোৱে হঠাৎ মোৰ ফালে চালে। মই আগতেই সি বেজ নেকি বুলি সুধিলোঁ।—তোমাক মন্ত্র কৰা বেজক কিয় লাগে বুলি সোধাত মই সকলো কথা বিবৰিলোঁ। মানুহটোৱে মনে মনে শুনি গ'ল। শেষত ক'লে—তোমাৰ দেউতাৰাক ভেৰণীয়া গুণ্ডাই হত্যা কৰিলে। সিহঁতক হত্যা কৰিবলৈ লগাইছে এটা জাতে। সিহঁত হ'ল কেপিটেলিষ্ট বুর্জোৱা। অতি বেইমান। সিহঁত সদায় সাধাৰণ মানুহৰ শত্রু। দেশৰ শত্রু। তেজপিয়াৰ জাত। সিহঁতক যদি নির্বংশ কৰিবলৈ বিচাৰিছা, তেনেহলে মোৰ লগত বলা।......মই তেওঁৰ লগত কুইলনলৈ আহিলোঁ। যত আহিলোঁ সেয়া আছিল কমিউনিষ্ট পার্টিৰ এটা ঘাঁটি। তাত পার্টিৰ মানুহবোৰে মোক বহুত কথা শিকালে। কেপিটেলিষ্ট মানে ধনবানৰ সমাজ। বুর্জোৱা, পেটি-বুর্জোৱা, এক্সপ্লইটেচন, প্রোলিটাৰিয়েট, শ্রেণী সংগ্রাম, মাক্স-এঙ্গেল্চ, লেনিন-ষ্টেলিন আদি শব্দবোৰ আৰু ইয়াৰ মর্ম বুজাবলৈ সকলো উদ্গ্রীব হ'ল। বিপ্লব কেনেকৈ কৰিব লাগে তাকো ক'লে। শ্লোগান দিয়া আৰু পোষ্টাৰ লিখাৰো কিটিপ শিকালে। পিস্তল চলাবলৈকো শিকালে। মানুহবোৰে স্কুলৰ ছাত্রৰ দৰে ভাবি মোক প্রণালীবদ্ধভাৱে সকলো কথা শিকাই গ'ল। তিনি মাহৰ পাছত মই পুৰা কমিউনিষ্ট কেডাৰ......। তাৰ পৰা তেলেঙ্গেনাত। কাম হ'ল কেপিটেলিষ্টক খতম কৰা। জমিদাৰক হত্যা কৰা, মজুতকাৰীক হত্যা কৰা। বিপ্লবৰ পথ সুগম কৰা। সাংঘাতিক মাৰ-পিট, হত্যাকাণ্ড, গেৰিলা যুদ্ধ। কিন্তু চৰকাৰতো বিচলিত নহ'ল! নেহেৰু বোলে কমিউনিষ্ট মাইণ্ডেজ। কিন্তু কংগ্রেছৰ মানত কমিউনিষ্টবোৰ সংক্রামক ৰোগৰ নিচিনা। কংগ্রেছীৰ মতে প্রতিটো কমিউনিষ্টকে উৎপীড়ন কৰা দৰ্কাৰ। কমিউনিষ্টৰ ওপৰত অমানুষিক অত্যাচাৰ চলিল। মোৰ সঙ্গী কেইজনমান গুলী খাই মৰিল। মোৰ কাণৰ কাষেদিয়েই গুলী গ'ল। মই কেনেকৈ জীয়াই থাকিলোঁ এতিয়া সেই কথা ভাবিলেই কিবা লাগি যায়। মই ধৰা পৰি জেল খাটিলোঁ।...... জেলৰ ভিতৰত আকৌ উৰা-বাতৰিৰ উজান। বাহিৰত খুব হতাহতি চলিছে। জেলৰ ভিতৰলৈ লুকাই-চুৰকৈ ছপা কৰা হেণ্ডবিল আহিছে। তাতেই সকলো খবৰ। মুক্তিযোদ্ধাসকলে কেপিটেলিষ্টক এসেকা দি আগুৱাই আহি আছে। আজি পশ্চিম বঙ্গ। কাইলৈ উড়িষ্যা। পৰহিলৈ অন্ধ্র। কেপিটেলিষ্টৰ পৈশাচিক

কবলৰ পৰা মুক্ত......। এনেকুৱা গৰম গৰম খবৰ। কিন্তু মোৰ মুক্তি হৈছে জানো?......ভাবোঁতে ভাবোঁতে এটা বছৰ পাৰ হ'ল। সঠিক প্ৰমাণ নেপালে কাৰণে চৰকাৰে মোক এৰি দিলে। জেলৰ পৰা ওলাই আহি দেখিলোঁ যে নেতাবোৰ বেচ আৰামত আছে। কিছুদিন তেওঁলোক আত্মগোপন কৰি আছিল। পাৰ্টিৰ টকাৰে তেওঁলোকৰ সংসাৰ চলিছিল। আনকি ইঞ্চিউৰেঞ্চৰ কিস্তি পৰ্যন্তও পৰিশোধ কৰা হৈছিল।

পিটাৰে অট্টহাস্য কৰি উঠিল। এন্টনী অভিভূত। সি মাথোন কৌতূহলবশতঃ সুধিলে– তাৰ পাছত?

—তাৰ পাছত জেলৰ পৰা আহি পাৰ্টিৰ মুৰব্বীজনক সুধিলোঁ—মোৰ পিতৃ-হন্তাক প্ৰতিশোধ ল'ম কেনেকৈ? তেওঁ ক'লে যে কমিউনিজম্ প্ৰতিষ্ঠা কৰিবলৈ সহায় কৰিলে শোষক বুৰ্জোৱাবোৰ আপোনা-আপুনি নিপাত হ'ব। মোৰ মনটো মৰি গ'ল। তথাপি মই কি কৰা উচিত বুলি তেওঁক সুধিলোঁ। তেওঁ এনেদৈ ক'লে– নিজৰ ঠাইলৈ গৈ দল গঠন কৰা। আমাৰ তামিলভাষাত ছপা কৰা কাগজ-পত্ৰবোৰ মানুহক বিলাই তাৰ কথাবোৰ বুজোৱাগৈ। কমিউনিজমৰ বাণী প্ৰচাৰ কৰাগৈ। মই সুধিলোঁ—তাৰপৰা কি লাভ হব? তেওঁ ক'লে—'মোক্ষম লাভ। পাৰ্লিয়ামেণ্ট হ'ল গাহৰিৰ গৰাল। লেনিনে কৈছে। সেই পাৰ্লিয়ামেণ্টৰ ইলেক্‌চনত......। বুইছা, ৰাজনীতি সহজ বস্তু নহয়। আমি ভোটত অংশ গ্ৰহণ কৰি ইলেক্‌চনৰ অসাৰ্থকতাৰ প্ৰমাণ কৰিব লাগিব। তেতিয়াহে মানুহৰ ইলেক্‌চনৰ প্ৰতি মোহ ভাগিব আৰু লগে লগে ডিক্টেটৰছিপ অৱ দ্য প্ৰলিটাৰিয়েটৰ পথ পৰিষ্কাৰ হ'ব......। মোৰ মগজ ফিউজ্‌ড হৈ গ'ল। মই ক'লোঁ—আমাৰ মাছমৰীয়া মানুহবোৰ কুকুৰ-গাহৰিৰ দৰে থাকে। সিহঁতক বেমাৰে খুলি খুলি খায়। সিহঁতক ভালকৈ স্বাস্থ্যসম্মতভাৱে চলিবৰ বাবে আমি সহায় কৰিব নোৱাৰোঁনে? গতিকে পাৰ্টিৰ দুজনমান সদস্য মোৰ লগত ওলাওক। মুৰব্বীজনৰ উত্তৰ কিন্তু বেলেগ ধৰণৰ। তেওঁ ক'লে—এইবোৰত সময় নষ্ট কৰি লাভ নাই। লেতেৰাকৈ থকাৰ আচল কাৰণ হ'ল পইচাৰ অভাৱ। অৰ্থনৈতিক দুৰৱস্থা। কমিউনিজম্ আহিলে সেইবোৰ বদ্‌গুণ আপনা-আপুনি নাইকিয়া হ'ব। মই সন্তুষ্ট নহৈ আকৌ ক'লোঁ—আমাৰ মাছমৰীয়াসকলৰ বস্তিৰ মানুহে খুব তাড়ি আৰু আৰক খায়। জুৱা খেলে। নিজৰ ভিতৰতে হাই-কাজিয়া কৰে। সিহঁতৰ কোনো শিক্ষা নাই। কোনো উচ্চ চিন্তা নাই। সিহঁতক লিখা-পঢ়া শিকোৱাৰ ব্যৱস্থা কৰিব নোৱাৰিনে? মোৰ কথা শুনি মুৰব্বীজনে মুৰ জোকাৰি জোকাৰি ক'লে—এনে হোৱাটো স্বাভাৱিক। এয়া অৰ্থনৈতিক হতাশাৰ ফলহে। এইবোৰ এদিন দুদিনতে কেনেকৈ দূৰ কৰিব পৰা যাব? ইয়াৰ বাবে উচ্চ মানদণ্ডৰ শিক্ষাৰ ব্যৱস্থা হ'ব লাগে। সেই কাৰণেই দিল্লীত কমিউনিষ্টৰ শাসন প্ৰতিষ্ঠা

হ'ব লাগে। গতিকে তুমি এইবোৰ চিন্তা নেওচা দি ইলেক্‌চনৰ কাৰণে খাটাগৈ।

—এই মানুহবোৰৰ এনেকুৱা পাক-লগা কথা শুনি মোৰ চকু মেল খালে। মই বুজিলোঁ যে আছল সমস্যাৰ পৰা আঁতৰি থাকি এওঁলোকে চমৎকাৰ শ্লোগান সৃষ্টি কৰে আৰু গৰিবক সপোনৰ যোগান ধৰে। ইহঁতো চুন্নৰৰ বাচ্চা! মুৰব্বীৰ মুখত এথেপা থুই পেলাই মই চিধা তুত্তুকুড়িলৈ গুচি আহিলোঁ। নিজেই বস্তি চাফ কৰাত লাগি গ'লোঁ। মোক ডেকা কেইটামানেও সহায় কৰিলে। কিন্তু এই মানুহ-খোৱা বাঘবোৰে মোক ইয়াত থাকিবলৈ নিদিলে। মই পলাবলৈ বাধ্য হ'লোঁ।

—কিন্তু এতিয়া পাৰ্লিয়ামেন্টত কমিউনিষ্টেইহে কংগ্ৰেছৰ ষ্ট্ৰং অপজিছন। নহয় জানো? এন্টনীয়ে সুধিলে। পিটাৰে গহীনাই ক'লে—মোৰ চকুত কংগ্ৰেছী, কমিউনিষ্ট, সকলো একে। মাথোন একেখন পথাৰতে দুই দলে ফুটবল খেলি আছে। কেৱল ইউনিফৰ্ম কেইটাহে বেলেগ। এদলে এদলক খটুৱাই গাদী দখল কৰাৰ প্ৰচেষ্টা মাথোন।......

—দুটা দলৰ ইলেক্‌চন মেনিফেষ্টো—একে কেনেকৈ হ'ব? পিটাৰে সুধিলে।

—বিশেষ পাৰ্থক্য নাই। দুয়োটা দলেই জনসাধাৰণৰ উপকাৰ কৰিবলৈ বিচাৰে। ভোটৰ আগতে বহু ধৰণৰ প্ৰতিশ্ৰুতি। কিন্তু ভোট শেষ হৈ যোৱাৰ পাছত কোনেও তাকে ফলৱতী কৰাৰ দায়িত্ব নলয়। দায়িত্ব যে নল'ব এই কথা বুদ্ধিমানবোৰৰ বুজিবলৈ বাকী নেথাকে। কংগ্ৰেছী নেতাবোৰ ভোগ কৰি কৰি পেটুৱা হৈছে। কমিউনিষ্ট নেতাবোৰেও উপবাসে থকা নাই। তেওঁ-লোকৰবো ঘৰ, মটৰ, সা-সম্পত্তি আৰু বেঙ্কত বুজন পৰিমাণৰ টকা, এই সকলোবোৰ আছে। আচলতে কংগ্ৰেছী, কমিউনিষ্ট, সকলোৱেই তেজ-মঙহৰ মানুহ; ভাৰতৰ বায়ু-পানী খাই ডাঙৰ হোৱা মানুহ। সেয়েহে এওঁলোকৰ ভণ্ডামী বোলা বস্তুটো মজ্জাগত। এওঁলোকৰ কথাৰ লগত কামৰ মিল নাই। ভাবিচিন্তি একো নকৰে। ফলত জনশক্তি আৰু সময়ৰ অপচয়। ধনৰ অপচয়। এইখন দেশত কেৱল অপচয়হে।

পিটাৰ আত্মবিভোৰ। নিজক নিজে কোৱাদি সি কৈ গৈছে—এসময়ত মোৰ ভাব হৈছিল যে মাৰ্ক্স-এঙ্গেল্‌চৰ লগত পৰিচয় হোৱা মানুহসোপাই দেশক আচল মুক্তিৰ পথ দেখুৱাব পাৰিব; সৰু সৰু মানুহৰ মুক্তি, জনগণৰ মুক্তি, শোষণৰ পৰা মুক্তি। এতিয়া দেখিছোঁ, এইবোৰ চব ফাঁকি। পাৰ্লিয়ামেন্টৰী ডেম'ক্ৰেচি (সংসদী গণতন্ত্ৰ) এটা ভুৱা মাত্ৰ। ইয়াত যাৰ বিশ্বাস আছে......।

পিটাৰে এটা নীৰস হাঁহি মাৰি পুনৰ ক'লে—মোৰ এটা ঘটনা মনত পৰিছে। এবাৰ মাছ মাৰিবলৈ গৈ অথাই সাগৰত পৰিলোঁগৈ। তেতিয়া মই মজুৰী

খাটোঁ। মেঘ নাই, কিন্তু প্ৰবল বতাহ। পাঁচ মিনিটমানৰ ভিতৰতে সাগৰে ভয়ানক ৰূপ ল'লে। মই নাওখন নুডুবাকৈ ৰাখিবলৈ অশেষ কষ্ট কৰিবলগীয়া হলোঁ। আমি নাৱত তিনিটা আছিলোঁ। আমি সাগৰৰ উত্তাল তৰঙ্গত পৰি গ'লোঁ। ফেনৰ মাজত মোৰ ৰুদ্ধশ্বাস অৱস্থা। মই প্ৰাণ বচাবলৈ পাৰেমানে সাগৰৰ ঢৌ আৰু ফেনৰ লগত যুঁজিছোঁ। এনেতে বেচ দীঘল কাঠ এডাল উটি অহা দেখিলোঁ। তিনিটাই কাঠডাল আকোঁৱালি ল'লোঁ। কিন্তু কাঠত আঙুলি বহি গ'ল। পুৰণি পঁচা কাঠ। মই আঁতৰি আহিলোঁ। মই দেখিলোঁ যে বাকী দুটাই সেই কাঠত দেহ দুটা পেলাই দিছে। মই প্ৰাণটাকি সাঁতুৰিছোঁ। যি হয় হ'ব। মৰিলে মৰিম। বাচিবলগীয়া থাকিলে বাচিম। তথাপি পঁচা কাঠৰ ওপৰত ভৰসা নকৰোঁ। সাঁতুৰি আহি থাকোঁতে এটা সময়ত সাগৰ শান্ত হ'ল; মই উঠি ভাঁহি আহি গভীৰ নিশা পাৰত উঠিলোঁহি। বাকী দুটা দুদিনৰ পাছত ওলালহি। কিন্তু জীয়া মানুহ হিছাবে নহয়। পানী খাই খাই লাচ দুটা দৈত্যাকাৰ হৈছে। মই ভাবিলো, পঁচা কাঠত ভৰসা কৰাৰ ফল এয়ে। এই পার্লিয়ামেন্টৰী ডেম'ক্ৰেচিও পঁচা কাঠহে।

পিটাৰে ঘটনাটো কৈ বেছি গহীন হ'ল। এণ্টনীৰ মুখতো কথা নাই।

হঠাত পিটাৰে মাত লগালে—বহুত ৰাতি হ'ল। কফি খুৱাব পাৰিবি? এই বুলি কৈ সি নিজেই থিয় হ'ল। ক'লে—তই বাৰু থাক। ময়ে বনাই আনো। সিহঁত আটাইবোৰ শুলে কিজানি।......

পিটাৰ তলৰ মহলালৈ নামি গ'ল। এণ্টনীয়ে বহি বহি ভাবিললৈ ধৰিলে। পিটাৰৰ চিন্তা-ভাবনাবোৰ যে এনে ধৰণৰ, আজিহে সি ভালকৈ গম পাইছে। কিন্তু আছলতে এণ্টনীয়েহে এইবোৰ চিন্তা কৰা উচিত আছিল। তাৰ বৰ আচৰিত লাগিছে। পিটাৰৰ কথাবোৰ সাংঘাতিক ৰিভ'ল্যুচেনৰী।......

সংসদী গণতন্ত্ৰ অচল! তাত মাত্ৰ কথাৰ কটাকটি। কিন্তু দেশৰ সম্পত্তি লুট কৰা মানুহখিনিয়ে বিনা বাধাই লুট কৰি আছে। দেশৰ এশ মানুহৰ ভিতৰত আশীটাৰ পেটত ভাত নাই। সিহঁতৰ স্বাস্থ্য নাই, শিক্ষা নাই। এইখন দেশত চচিয়েলিষ্ট পেটাৰ্ণ অৱ ডেম'ক্ৰেচি এক বৃহত্তম ফাঁকি। হ'ব, হ'ব, অলপ দিনৰ পাছত চব হ'ব বুলি সিহঁতে কোৱা শুনা যায়। কাণেৰে শুনিব পাৰি, পেটটোৱে কিন্তু এইবোৰ বাৰে-ফচহু কথা নুশুনে।

এণ্টনীৰ চিন্তা আৰু গভীৰ হৈ পৰিছে। তাৰ অধ্যাপক লাস্কিৰ কথা মনত পৰিছে। ধনী-দুখীয়াৰ পাৰ্থক্য থাকিলে দেশত অশান্তি হ'বই। গতিকে এই ব্যৱস্থা বেছিদিন চলিব নোৱাৰে। মানুহে বেছিদিন সহ্য কৰিব নোৱাৰে, মনে মনে থাকিব নোৱাৰে। এদিন বিপ্লৱ হ'বই।

বিপ্লৱ! এন্টনীৰ মনত দাৰুণ অস্বস্তি। বিপ্লৱ মানেই যুঁজ, হত্যা, ৰক্তপাত। সকলো ওলট-পালট। এটা সাংঘাতিক বিপৰ্যয়।

ফ্ৰান্সৰ, ৰাছিয়াৰ আৰু চীনৰ বিপ্লৱ! ইতিহাসৰ পটবোৰে জীৱন্ত ৰূপ লৈ এন্টনীৰ মগজত সোমাই মগজটো তল-ওপৰ কৰি পেলালে।

একাপ কফি হাতত লৈ পিটাৰ সোমালহি। দুয়ো আকৌ মুখামুখিকৈ কফি খোৱাত লাগিল।

—তোৰ মুখ দেখি ভাব হৈছে তই কিবা এটা ভাবি আছ। পিটাৰে ক'লে। এন্টনীয়ে কণ্ঠ-নকণ্ঠকৈ ক'লে—পাৰ্লিয়ামেন্টৰী ডেম'ক্ৰেচি অচল হ'লেইতো ৰিভ'লিউচন। ৰিভ'লিউচন মানেই এইবোৰ চব ওলট-পালট।

পিটাৰে ক'লে—এই ব্যৱস্থাক ভাঙি-ছিঙি চুৰমাৰ কৰাই ভাল।

এন্টনীয়ে ক'লে—ইমান সহজ নহয়। কোনে ভাঙিব?

পিটাৰে কথাত আত্মবিশ্বাস সানি ক'লে—মানুহেই ভাঙিব। বনমানুহৰ অৱস্থাৰ পৰা সম্প্ৰতিৰ অৱস্থা পোৱা দুনিয়াৰ সভ্য মানুহে। উলঙ্গ অৱস্থাৰ পাছত এতিয়া মানুহৰ গাত কত সাজপাৰ! এদিন মানুহ পাহাড়ৰ গুহাত আছিল। গছৰ ডাল-পাতেৰে পঁজা সাজিছিল। কিন্তু আজিৰ মানুহে প্ৰকাণ্ড প্ৰকাণ্ড অট্টালিকা বনায়। আজিকালি আনকি গাঁৱতো বিজুলী বাতি জ্বলে। গৰুগাড়ী আৰু ঘোঁৰাৰ গাড়ী আছে যদিও মানুহ ৰেল-মটৰ আৰু আকাশী জাহাজতো উঠি ফুৰে। মানুহে এই অৱস্থা পাইছে একো একোটা ব্যৱস্থা ভাঙি পেলোৱাৰ কাৰণেহে। এতিয়াও তাকে কৰা হ'ব। মানুহৰ এই ভঙা-গঢ়াৰ অগ্নি নিৰ্বাপিত হোৱা নাই। কিন্তু কিয় ভাঙিব লাগে এই বিষয়ে স্পষ্ট ধাৰণা থাকিব লাগিব।......

এন্টনীৰ বুকুখন ফুলি উঠিছে। পিটাৰে তাক আশ্বাস দিছে। আচৰিত কথা। অসংখ্য কিতাপ পঢ়িও সি ইমান আশ্বাস আগতে পোৱা নাছিল। তথাপি সি সুধিলে—ইয়াৰ বাবে নেতাৰ প্ৰয়োজন নহ'ব জানো?

—নেতা? কথাটো কৈয়েই পিটাৰে চকু মুদিলে। অলপ পৰ কফি খাই থাকিল। শেষত ক'লে—প্ৰত্যেকটো মানুহেই একো একোজন নেতা, যদিহে সি নিজৰ দায়িত্ব বুজি লয়। প্ৰচাৰ কৰি, নিজৰ ঢোল নিজে বজাই কোনো নেতা নহয়। ছলনা কৰিও নেতা হ'ব নোৱাৰি। যি সকলো মানুহৰ ভাল-বেয়াৰ দায়িত্ব লয় সিয়েই নেতা। সি মানুহৰ উপকাৰ সধাৰ বাবে নিজৰ আৰাম ত্যাগ কৰিব লাগিব। বিশ্ৰাম, আনকি নিদ্ৰাও। সি শাস্তি বিচাৰিব নেলাগিব। সি প্ৰাণ বিসৰ্জন দিবলৈ কুণ্ঠাবোধ কৰিব নেলাগিব।

—এইখন দেশত তেনেকুৱা নেতা আছেনে?

—এতিয়ালৈকে দেখা পোৱা নাই।

—কেতিয়া তেনে নেতা ওলাব?

—মোৰ পৰিচিত এগৰাকী ব্যক্তিয়ে কলেজত বায়োলজি পঢ়ুৱায়। তেওঁ কয় যে ইভ'ল্যুচনৰ কাৰণেই নানান জীৱৰ সৃষ্টি। এটা জীৱৰ পৰা আন এটা জীৱ। যেনে বান্দৰৰ পৰা মানুহ। নতুন জীৱ-সৃষ্টিৰ কাম দুই ধৰণে চলে। এটা ধৰণত সময় কম লাগে। মাত্র কেইটামান বছৰ। আনটো ধৰণত লক্ষ কোটি বছৰ লাগে। এই ইভ'ল্যুচন অত্যন্ত মন্থৰ। মোৰ বোধেৰে নেতা সৃষ্টিৰ কথাটোও তেনেকুৱাই। যি জাতিৰ মাজত শীঘ্রে নেতা ওলায় সেই জাতি ভাগ্যবান। আমাৰ দেশত প্রকৃত নেতা ওলাবলৈ বহুত বাকী। তেনে এটা সময় লাহেহে আহিব। কিন্তু কেতিয়া সেই সময়টো আহিব কোনেও ক'ব নোৱাৰো। কেৱল তেনে এটা সময়ৰ আৰু সাৰ্থক নেতাৰ আগমনৰ পথটোহে এতিয়া আমি নির্মাণ কৰিছোঁ। এইটোহে এতিয়া আমাৰ আচল কাম।

—কেনেকৈ? এন্টনীয়ে জানিবলৈ বিচাৰিলে।

—মানুহে কথাৰে ৰিভ'ল্যুচন আনে। পাৰ্টিৰ শ্লোগান—ইনক্লাব জিন্দাবাদ। বিপ্লৱ জীয়াই থাওক। যিটো বিপ্লৱৰ জন্ম হোৱা নাই তাক জীয়াই থাকিবলৈ কোৱা আৰু যি সন্তানে মাকৰ পেটত থিতাপি লোৱাই নাই তাক আশীৰ্বাদ কৰা একেই কথা। বিপ্লৱ পুতলা নাচৰ খুঁজ নহয়। ভূমিকম্প হোৱাৰ বহু আগতেই ভূগৰ্ভত ইয়াৰ প্ৰস্তুতি চলি থাকে। অতিপাত তাপ, গেছ, ধাতু, মাটি আৰু পানী মিলি এটা সাংঘাতিক অৱস্থাৰ সৃষ্টি হয়। তাৰ পৰা সৃষ্টি হয় প্রচণ্ড শক্তি। সেই শক্তিয়ে ওপৰফালে ঠেলা মাৰে। তেতিয়াহে পৃথিৱী কঁপিবলৈ ধৰে। খেতিয়ক, মাছমৰীয়া, কুলি আদি হ'ল আচলতে আমাৰ কেঁচা মাল। এইবোৰ মানুহক শিক্ষা দিব লাগিব, সচেতন কৰিব লাগিব, জগাই তুলিব লাগিব। কিতাপ পঢ়ি বৰ বৰ বক্তৃতা দিলে, তৰ্কবিতৰ্ক কৰি থাকিলে বিপ্লৱ নাহে। সকলো মাটিৰ পৃথিৱীখনলৈ নামিব লাগিব; ৰণত অৱতীৰ্ণ হ'ব লাগিব। খেতিৰ পথাৰত, নদীত, সমুদ্ৰত আৰু কল-কাৰখানাত সোমাই পৰি সেই খাটি-খোৱা সৰু সৰু মানুহবোৰৰ সুখ-দুখৰ ভাগ ল'ব লাগিব। সিহঁতক দয়া কৰিলে নহ'ব; সিহঁতৰ ওপৰত মাতব্বৰী দেখুৱালে নহ'ব। সিহঁতৰ মাজৰ এজন হৈ পৰিব লাগিব। সিহঁতক শিকাবও লাগিব, সিহঁতৰ পৰা শিকিবও লাগিব। সিহঁতক বিপদত ৰক্ষা কৰিব লাগিব। মুঠতে সিহঁতৰ জীৱন-নাৱৰ গুৰি বঠা ধৰিব লাগিব; গুৰি বঠা ধৰোঁতে বতাহ-ধুমুহাত হাত কঁপিব নেলাগিব; ঠুনুকা হ'ব নেলাগিব।

তিৰিটা বাজিল। ৰাতিৰ এন্ধাৰ পাতলিল। পিটাৰে সুধিলে—এন্টনী, সাগৰলৈ যাবি? এন্টনী ৰাজি হ'ল। ক'লে—এতিয়াই।

উত্তৰ-পূবে কেইখন্টামানৰ বাট। সাগৰৰ এইফালে আন্ধাৰ অলপ কমিছে। ওচৰত টী-গালৰ আবাৱ। পূব আকাশ পোহৰ হৈছে। বতাহ বলিছে। এন্টনীৰ মনত এটা অদ্ভুত অনুভূতি।

নাৱত খুন্দা খাই ঢৌ মাৰ যোৱাৰ মৃদু শব্দ সি শুনিছে। নাওবোৰ ঢৌৱে নচুৱাইছে। সাগৰ শান্ত। কোনোখন নাও বৈ আছে। বোধহয় পানীত লঙৰ পেলাইছে। নাৱৰ ওপৰত পিটাৰ শিলৰ মূৰ্তিৰ দৰে থিয় দি আছে। পাঁচটা ডেকাই বঠা মাৰিছে। হঠাৎ মানুহৰ মাত। ওচৰত কোনোবাই কথা পাতিছে। কথাবোৰ শুনাও গৈছে।

পিটাৰে এখন নাৱৰ কাষত নিজৰ নাওখন ৰখালে। এতিয়া দিনৰ পোহৰ স্পষ্ট। মানুহ চিনিব পাৰি। পিটাৰে মাত দিলে—নিকোলাচ খুড়া নেকি ?

নাৱৰ ওচৰত এটা মানুহ থিয় হ'ল। গাটো প্ৰায় উলঙ্গ বুলিয়েই ক'ব পাৰি। মানুহটো বুঢ়া। সি ক'লে—অ', পিটাৰ নেকি? আহ, বোপাই, আহ। মোৰ নাৱলৈ আহ। তোৰ লগত কথা আছে।

পিটাৰে এন্টনীক লগত লৈ নিকোলাচৰ নাৱত জপিয়াই পৰিল। পিটাৰে মাইকেলক ক'লে—তইঁত যা। অলপ ৰোজগাৰ হয় নে নহয়, চাগৈ। মাইকেলে দক্ষিণৰ ফালে নাও ঘূৰালে।

আকাশত অঙঠা যেন ৰঙা বেলি। আকাশ নিৰ্মল।

—আহ, বোপাই, আহ। তই বৰ শুভ দিনত আহিলি। আজি নাতিটোক শঙ্খৰ ঠাই দেখুৱাম। ফাল্গিচ, পিটাৰৰ আশীৰ্বাদ ল......

এচুকত এটা কিশোৰ। বয়স পোন্ধৰ বা ষোল। এতিয়াও তাৰ মুখত গোঁফৰ ৰেখা ওলোৱা নাই। শৰীৰটো তাল গছৰ দৰে ঋজু। বেচ বলী ল'ৰা। সি আগুৱাই আহি পিটাৰৰ আগত আঠু ল'লেহি।

—পিটাৰ, ই কোন? নিকোলাচে এন্টনীনো কোন জানিবলৈ ইচ্ছুক হ'ল। এন্টনী নিকোলাচ খুড়াৰ মুখামুখি হ'ল। খুড়াৰ দেহটো কাঠৰ লাখুটিৰ দৰে। মূৰৰ চুলিবোৰ বগা। মুখখন আঁক-বাক। খুড়াৰ বহুত বয়স।

—এন্টনী। গড্‌উইন খুড়াৰ ল'ৰা।

গড্‌উইনৰ নাম শুনিয়েই নিকোলাচ ভক্তিত গদ-গদ হ'ল। ক'লে—আপুনি ডাঙৰ মানুহৰ ল'ৰা।

—মোক আপুনি বুলি নক'বা, খুড়া। ময়ো পিটাৰৰ নিচিনাই। তুমি মোক তুমি বুলিয়েই ক'বা। এন্টনীয়ে আপোন ভাব দেখুৱাই ক'লে।

—মই তোমাৰ দেউতাৰাতকৈ দহ বছৰ ডাঙৰ। তুমি বহুত লিখা-পঢ়া শিকিছা। কেনেকৈনো তুমি বোলোঁ? এতিয়া তুমি বেচ ডাঙৰ হৈছা। পিছে সাগৰলৈ বা কিয় আহিলা?

—কিয় আলাতন ক'ৰ? আপোন মানুহক চিনি ল'ব নেলাগে? পিটাৰে ক'লে।

—হয়, হয়, ঠিক কাম কৰিছা। শেষত নিকোলাচে ক'লে।

নাৱত আৰু দুটা আছে। নিকোলাচৰ ডাঙৰ ল'ৰা হেৰী আৰু সৰু ল'ৰা জেৰী।

—এন্টনী, তুমিও ফ্ৰাঞ্চিচক আশীৰ্বাদ দিয়া। ফ্ৰাঞ্চিছ, বল। এইবাৰ পানীত নামো।

সাগৰৰ পানী নীলা। দূৰৈত ভালেমান নাও। মুকুতা বোটলা মানুহবোৰে ডুব মৰা আৰম্ভ কৰিছে। সেইফালে চাই হেৰীয়ে ক'লে—দেউতা, এইফালে ননমাই ভাল হ'ব। অলপ উত্তৰে যাওঁ। তাড়াকালপাড়ু, পাড়ুপ্পাৰ নাইবা মেলানৰাড়ুলৈ। আথাম্বাড়ু আৰু থাণ্ডুমলৈ গ'লেও ভাল শঙ্খ পোৱা যাব।

নিকোলাচে ধমকৰ সুৰত ক'লে—নেলাগে যাব। বেলেগ ঠাইলৈ গৈ তাৰ মানুহৰ লগত কাজিয়া কৰাৰ দৰ্কাৰ নাই।

হেৰী মনে মনে থাকিল। বাপেকক অৱজ্ঞা কৰিব নেপায়। তেওঁৰ অমতে যাব নেপায়। বাপেক হ'ল ঘৰৰ হৰ্তাকৰ্তা। গুৰু।

—ফ্ৰাঞ্চিচ, আহ। এইফালে মুখ কৰি থিয় হ। সূৰ্যক নমস্কাৰ কৰ। এনেকৈ......। নিকোলাচ খুড়াই নিজেই হাতযোৰ কৰি সূৰ্য প্ৰণাম কৰি দেখুৱালে। ক'লে—ইয়াৰ পাছত মা মেৰীক প্ৰণাম কৰ। মা মেৰীৰ কোলাত ভগৱান যীশু। মনে মনে ক, মা তুমি মোক ৰক্ষা কৰা। আপদ-বিপদত। জল-স্থলত। হাঙৰৰ পৰা, ধুমুহাৰ পৰা। তুমিয়েই মোৰ সহায়......

ফ্ৰাঞ্চিছে ককাকে কোৱাৰ দৰে কথাবোৰ কৈ গ'ল—মন্ত্ৰৰ দৰে।

—এইবাৰ একাজঁলি পানী ল'। আকাশৰ ফালে চাই সাগৰত ঢালি দে।

নাৱৰ ওপৰৰ প্ৰয়োজন শেষ। ককাকে নাতিৰ কঁকালত এডাল ৰচি বান্ধি দিলে।

—এনেকৈ নাকটো টিপি ধৰ। বাওঁ হাতেৰে। জোৰকৈ। হেৰীয়ে তাৰ বাপেক আৰু তাৰ পুতেকৰ কঁকালত দুটা তাঁৰৰ সজা বান্ধি দিলে।

সাগৰত হেলনীয়াকৈ ৰ'দ পৰিছে। নীলা পানীৰ মাজেদি সূৰ্যৰ ৰশ্মি বেঁকাকৈ সোমাইছে। এন্টনীয়ে চাই আছে। ককাক আৰু নাতিয়েক পানীৰ

তললৈ সোমাই গৈছে। অলপ পৰৰ পাছত সিহঁতক নেদেখা হৈছে। পানীৰ ওপৰখন স্থিৰ। ইয়াত যেন একোৱেই ঘটা নাছিল।

দীঘল ৰচিৰ এটা মূৰ শিলত আৰু ইটো মূৰ হেৰী আৰু জেৰীৰ হাতত। বুৰ্বুৰণি মাৰ যোৱাৰ লগে লগে সিহঁতে জৰিডাল টানি দিলে। এন্টনীয়ে অস্বস্তি বোধ কৰিছে। তাৰ দম বন্ধ হোৱাৰ অৱস্থা। এটা মুহূৰ্ত এটা যুগ যেন লাগিছে। সি চট-ফটাই আছে। কিন্তু পানীত আকৌ বুৰ্বুৰণি উঠিল। নাতি ল'ৰা আৰু ককাকক আকৌ পানীৰ ওপৰত দেখা গ'ল। নিকোলাচে হাতেৰে মুখ আৰু চকুৰ পানী আঁতৰাইছে। নাতি ফ্রাঙ্কিছে মুখৰ পৰা তিমি মাছৰ দৰে পানী উলিয়াইছে।

ককাক আৰু নাতি এতিয়া নাৱৰ ওপৰত। নিকোলাচৰ কঁকালৰ সজাটোত এটা বগা মাছ। মাছটো ধৰফৰাই আছে। তাৰ লগত আৰু কিবা এটা বস্তু আছে। ফ্রাঙ্কিছৰ কঁকালৰ সজাত এনে দুটা বস্তু আছে। ডাঙৰ শামুকৰ দৰে। ওপৰটো সামুদ্রিক বনেৰে ঢাকি থোৱা।

—এইবোৰ কি? এন্টনীয়ে সুধিলে।

—শঙ্খ, শঙ্খ। পিটাৰে মাত লগালে।

অলপ দূৰৈত হেৰী আৰু জেৰীয়ে ডুব মৰা আৰম্ভ কৰিলে। জৰি ধৰিলে ফ্রাঙ্কিছ আৰু নিকোলাচে। সিহঁত ডুবিছে আৰু আকৌ ওপৰলৈ উঠিছে। দুই মিনিটমান জিৰাইছে আৰু আকৌ ডুব মাৰিছে......

এন্টনীয়ে এটা শঙ্খ হাতত তুলি ল'লে। জীয়া শঙ্খ। তলত শামুকৰ দৰে কোমল মঙহ আছে। ওপৰৰ খোলাটো টান। এন্টনীৰ শিশুৰ দৰে কৌতূহল হ'ল। এনে শঙ্খ বঙালী হিন্দুৰ ঘৰে ঘৰে সন্ধিয়া বাজে। বাজে পূজা-পাৰ্বণত। মাঙ্গলিক ধ্বনি। বগা শঙ্খ। গাত খাঁজ আছে।

—আমাৰ ইয়াতো হিন্দুসকলে বজায়। তইতো কলিকতাত আছিলি। সকলো বঙালী তিৰোতাৰ হাতত শঙ্খৰ খাৰু দেখা নাই? পিটাৰে ক'লে।

এন্টনীৰ মনত তেতিয়া আম্মিৰ মুখখন। আম্মি দুৰ্গাৰ প্ৰতিমাৰ নিচিনা। গাৰ ৰং হাইতেলৰ দৰে। ডাঙৰ ডাঙৰ হেলনীয়া চকু। নিয়মীয়া ওখ। সেওঁতাত সেন্দুৰ। হাতত দুপাত খাৰু। বিয়া কৰোৱাৰ চিন। তুত্তকুড়িৰ পৰা মৰমৰ এন্টনীক লৈ আহি আম্মিৰ কোলাত গুজি দি আংকোল কৰবালৈ উধাও হ'ল। এতিয়ালৈকে তেওঁৰ উৱাদিহ পোৱা নগ'ল। তথাপি আম্মিয়ে সেওঁতাত সেন্দুৰ লয় আৰু হাতত শঙ্খৰ খাৰু পিন্ধে।

—এইবোৰ জীয়াই আছে? এন্টনীয়ে শঙ্খটো ঘূৰাই ঘূৰাই চাইছে।

—অ', নিশ্চয়। কেই মিনিটমানৰ আগতে সি সাগৰৰ তলত বালিৰ ওপৰত ঘূৰি-ফুৰিছিল।—ফ্রাঙ্কিছে হাঁহি হাঁহি ক'লে।

—এতিয়া দেখিবলৈ ভাল লগা নাই। কিন্তু খঁহি পিহি মিহি কৰিলে গোটে মৰা দৈৰ দৰে হৈ পৰিব।—নিকোলাচ খুড়াৰ কথা।

পিটাৰে ক'লে—বঙ্গদেশ ক'ত আৰু তুত্তুকুড়ি ক'ত? অথচ হেজাৰ হেজাৰ বছৰ ধৰি ইয়াৰ পৰা বঙ্গদেশলৈ শঙ্খ গৈছে। বঙ্গদেশেই শঙ্খৰ একমাত্ৰ বজাৰ। বঙালী কাৰীকৰেহে শঙ্খ কাটি খাৰু বনাব পাৰে।

ৰ'দ বৰ প্ৰখৰ। নিটোল সমুদ্ৰ মন্থৰ গতিৰে হালিছে ঢুলিছে। লগে লগে নাওখনো। হেৰী আৰু জেৰী নাৱৰ তক্তাৰ ওপৰত। সিহঁতে অলপ জিৰণি লৈছে। অলপ পাছতে কফি খাব। ফ্ৰাঞ্চিছে কফি বনাইছে। দুই ককাই-ভাইৰ গাৰ পৰা টোপে টোপে সাগৰৰ লুনীয়া পানী পৰিছে। ক'লা প্ৰস্তৰ মূৰ্তিৰ দৰে তিতি থকা দেহ দুটা ৰ'দত তিৰবিৰাইছে।……

এন্টনীৰ চকু সিহঁতৰ ওপৰত। তাৰ দৃষ্টিত প্ৰশংসা। সিহঁতৰ গাত সুতা এডাল নাই। লোহাৰ জেকেট, লোহাৰ হেল্‌মেট; পিঠিত অক্সিজেনৰ চিলিণ্ডাৰ। মুখত লগোৱা মুখাত নলী লগোৱা আছে। এন্টনীয়ে এনেকুৱা ডুব মাৰি মুক্তা-শঙ্খ বোটলা মানুহ আৰু দুটামান দেখিছে। কিন্তু নাক টিপি পানীৰ ষাঠি সত্তৰ ফুট তললৈ যোৱা মানুহবোৰ সঁচাকৈয়ে আদিম পুৰুষ। অকণো ভয় নাই, সংশয় নাই। হাঙৰলৈ ভয় নাই। ইহঁতেই মীনপাৰোৱা। মান্নাৰৰ পাৰৰ। তাৰ নিজৰ জাতি-ভাই। নিজৰ মানুহ। এন্টনীয়ে ইমান দিন সিহঁতক ভালকৈ লক্ষ্য কৰা নাই। চিনা নাই। কেৱল ইয়াৰ পইচা থকা বাবুবোৰকহে দেখিছে। একে জাতৰ, একে তেজৰ মানুহ। অথচ পাৰ্থক্য বহুত। মোজেচ খুড়াই স্বৰূপ কথাই কৈছিল। যি পাৰোৱাই সাগৰত মাছ নেমাৰে, শঙ্খ আৰু মুকুতা নোতোলে, সি পাৰোৱাই নহয়।

কফিৰ গ্লাচ হাতত লৈ কথা-বতৰা। ভৰিত শিল বান্ধি পানীত নামিলে শীঘ্ৰে তল পাব পাৰি নেকি? এন্টনীৰ প্ৰশ্ন।

নিকোলাচ খুড়াই ক'লে—নিশ্চয়। একে কোবে পানীৰ তল পাবই লাগিব। অৱশ্যে নাক টিপি থাকিবই লাগিব। ন'হলে মৃত্যু। নাকৰ পৰা হাত এৰি দিলেই বেগেৰে তললৈ নামি যাওঁতে মূৰৰ ওপৰত পানীৰ প্ৰচণ্ড চাপ পৰাৰ বাবে নাকেদি পানী সোমাই মূৰত জোৰেৰে খুন্দা মাৰিব। মূৰত ভূমিকম্পৰ সৃষ্টি কৰিব। সিৰ ছিগি যাব। কাণৰ পৰ্দা ফাটি যাব; তেজ ওলাব। সাগৰৰ পানী ৰঙা হ'ব। মেৰী বা যীশু কাৰো তাক বচাবৰ সাধ্য নহ'ব।

দুধোকামান কফি খাই খুড়াই কৈ গ'ল—এবাৰ মোৰ কি হৈছিল জানা? মোৰ বয়স তেতিয়া বিছ। চফল ডেকা। ধোঁৱাৰ দৰে হাও-ফাও। মোক দেউতাই ডুব মাৰিবলৈ শিকাইছিল। পহিলা বাৰেই বহুত তললৈ গৈছিলোঁ। বৰ ভাল লাগিছিল। কিন্তু নাকৰ পৰা হাত এৰি দিয়াৰ লগে লগেই মোৰ সাংঘাতিক

অৱস্থা। মোৰ মূৰত যেন কোনোবাই কুঠাৰেহে মাৰিলে। কাণৰ ভিতৰত যেন শূলেৰেহে বিন্ধিলে। মই তেতিয়াই ওপৰলৈ উঠিলোঁ। মুৰ আৰু কাণত কি যন্ত্ৰণা। মূৰত যেন বিছ মোণী শিলৰ ওজন। কিন্তু দেউতা বৰ কাঢ়া মানুহ। তেওঁ এইবোৰ যন্ত্ৰণা-তন্ত্ৰণা আকৌ ডুব দিলে ভাল হ'ব বুলিহে ক'লে। আকৌ ডুব মাৰিলোঁ। মোৰ প্ৰাণবায়ু উৰি গ'ল যেন লাগিল। মই নোৱাৰিলোঁ। পানীৰ ওপৰলৈ উঠি আহিলোঁ। তেতিয়া আজিকালিৰ দৰে ডাক্তৰো নাছিল, হস্পিতেলো নাছিল। ৰোগব্যাধি হ'লে বেজ্‌জ্ঞানীয়ে যি কৰে সেয়ে। নহ'লে মৰণ। এজন মানুহ বোধ কৰো কোহাটৰ (সম্ভৱ কোৱাইটৰ)। ইয়াত শঙ্খ আৰু মুকুতা তুলিছিল। মোক তেওঁ বৰ ভাল পাইছিল। কথাটো শুনি ক'লে —মোৰ ঘৰলৈ বলা। মানুহটোৰ শৰীৰটো বৰ আটিল, লোহাৰে তৈয়াৰ কৰাৰ দৰে। তেওঁৰ ঘৰত তেওঁ খুৰেৰে মূৰ আৰু ডিঙিৰ সংযোগ হোৱা ঠাইৰ অকণমান মাংস কাটিলে। কটা ঠাইত এডাল গাড়ৰ শিং লগালে। শিং লগোৱা ঠাইত মম দি শিংডাল ভালকৈ পুতিলে। তাৰ পাছত ফোপালা শিংটোৰ ইটো মূৰে শুহিবলৈ ধৰিলে। তেওঁ আধা ঘন্টামান শুহি মুখেৰে থুই পেলাবলৈ ধৰিলে। তেওঁৰ মুইত তেজ। তেওঁ শিংটো আঁতৰালে। এতিয়া সেই ঠাইত ক'লা তেজ কৰাল মাৰি আছে। তেওঁ ক'লে—যা বেটা, বাচি গলি। বেয়া তেজ চব ওলাই আহিল।......কটা ঠাইত তেওঁ কিহবাৰে মালিচ কৰিলত তেজ বন্ধ হ'ল। মোৰ গলধনটো উখহিল। মূৰত পাগুৰী মাৰি উখহা ঠাই-ডোখৰ ঢাকি ল'লোঁ। আকৌ সাগৰলৈ গৈ ডুব মাৰিলোঁগৈ। মূৰত তেতিয়াও বিছ মোণীয়া শিলৰ ওজন......। পানীত ডুবাৰ পাছত যন্ত্ৰণা বাঢ়িলহে। পানীৰ ভিতৰতে মূৰত এটা ঘোচা শোধালোঁ। মোৰ এতিয়া ইমানেই যন্ত্ৰণা! মোৰ তেজ ওলাইছে। সাগৰৰ ৰঙা পানী। নাকৰ পৰা ওলোৱা তেজ। হাঙৰৰ ভয়ত ওৰৰলৈ উঠিলোঁ। কিছু সময় তেজ ওলোৱাৰ পাছত মূৰটো পাতল পাতল লাগিল। যন্ত্ৰণাও কমিল, তেজো বন্ধ হ'ল। মই বাচিলোঁ।

—খুড়া, এনেকুৱা আপচু শঙ্খটো কেনেকৈ চকচকীয়া হয়?

—পোনতে চিমেন্টেৰে খুব ঘঁহিব লাগে। ইয়াৰ গাত লাগি থকা শেলুৰৈ আদি নাইকিয়া হ'ব। তাৰ পাছত শ্লেট শিলেৰে ঘঁহিব লাগিব। শেষত কাৰাবাডিৰে[1] পালিছ কৰিব লাগিব। তেতিয়াহে ৰ'দত দিব লাগিব। তাৰ পাছত চাবোনেৰে ধুব লাগিব। ইমানতে কাম শেষ নহয়। ক্ৰোমৰ চামৰাহে বহুত পৰ ঘঁহিব লাগিব। যিমানেই ঘঁহিবা, সিমানেই চকচকীয়া হ'ব।

1 কাৰাবাডিৰে—এবিধ হালধীয়া মলম।

সিহঁতে আকৌ ডুব মাৰিব খুজিছে। নিকোলাচে ৰচিডাল ধৰিছে। ফ্রাঞ্চিচেও ধৰিছে। নিকোলাচে এন্টনীলৈ চাইছে। এন্টনীৰ মনত খু তুৰনি।

পিটাৰে জোৰেৰে ক'লে—তুমি যি ক'ব বিচাৰিছা খোলাখুলিকৈ কোৱা। এন্টনীয়ে শুনা উচিত। তুমি একো সন্দেহ নকৰিবা।

প্রায় দুশ গজ আঁতৰত এখন নাও। নাৱত এটা ডেকাই চিঞৰি চিঞৰি ক'লে—ইয়াৰ পৰা আঁতৰি যোৱা। ইয়াত আমি জাল পেলাম।

নিকোলাচ খুড়াৰ মাতটো অস্বাভাৱিক গহীন। সি ক'লে—পিটাৰ, শুনিলিনে কথাটো?

—আকুল ফার্নাণ্ডোৰ ল'ৰা দুটাৰ নাও। পিচ্চাইয়া আৰু চচ্চাইয়াৰ।

—হয়। সিহঁতে আজিকালি বৰ উৎপাত কৰিছে। সিহঁতে এনে কৰে বুলিয়েই হেৰীয়ে ইয়াত শঙ্খ তুলিব নেলাগে বুলি কৈছিল।

নাওখনত এটা ডেকাই কুৎছিত ভঙ্গীৰে নাচিছে আৰু টেটু ফালি গাইছে—উন কুড়ন্দৈ নান আড়িত্তান উনাক্কে মৰুমোহনডি।[1]

—শুনিছা? গানৰ কথা কেইটা শুনিছা? আৰু নাচৰ ভঙ্গী দেখিছা? ইয়াৰ অর্থ হ'ল—সিহঁতে আমাক অপমান কৰিছে। আমাৰ খং উঠাইছে। আমাৰ খং উঠিলেই সিহঁতৰ সুবিধা। কাজিয়া কৰিব। তাৰ পাছত দোষ দিব আমাক।......

—মতলব সেয়ে। ইহঁতৰ পিছত কার্দোজা ব্রাদার্চ আছে।

—সকলোৱে কথাটো জানে। সেই বাবে সিহঁতক সকলোৱে খাতিৰ কৰে। কিন্তু আমি কিয় সিহঁতক খাতিৰ কৰিম? কিহৰ গৰজত?

—মানুহে ভয়ত খাতিৰ কৰে। পিটাৰে ক'লে।

—কথাটো হয়। কিন্তু মই কিয় ভয় কৰিম? মোৰ ল'ৰা দুটাই কোনো সহায় বিচাৰি সিহঁতৰ ওচৰলৈ নেযায়। মই কার্দোজাৰ তাত কাম নকৰোঁ। তোৰ দেউতাৰ মোৰ পৰম বন্ধু আছিল। আমি একেলগে নাও বাইছিলোঁ, মাছ মাৰিছিলোঁ; এনেকুৱা হাৰামজাদাবোৰক দূৰতে বিদূৰ কৰিছিলোঁ। সকলোৱে একেলগে সাগৰত মাছ মৰা বন্ধ কৰি দিয়াৰ দিনা মই আৰু তোৰ দেউতাৰ প্রত্যেকৰ ঘৰলৈ গৈছিলোঁ। তোৰ দেউতাৰ মোৰ আচল গুৰু আছিল। কিন্তু সেই হত্যাকাণ্ড .....। ইয়াকে কোৱাৰ পাছত নিকোলাচক শোকে খুন্দা মাৰি ধৰিলে। কণ্ঠ বোধ হ'ল। অলপ সময় সকলো নিমাত। এন্টনীয়ে মাথোন নিকোলাচলৈ চাই থাকিল। শেষত কপালৰ ঘাম মচি নিকোলাচ খুড়াই ক'লে —এই হত্যাৰ প্রতিশোধ মই ল'ব নোৱাৰিলোঁ। সেই বুলি মই সিহঁতক ক্ষমা কৰা নাই।

1 মৰুমোহনডি—তোমাৰ ছোৱালীৰ ইজ্জত নষ্ট কৰি মই তোমাৰ জোঁৱাই হ'ম।

দুপৰৰ ৰ'দ বৰ প্ৰখৰ। মূৰৰ ওপৰত যেন একুৰা জুইহে। এই পানীৰ মৰু-ভূমিত আজি এন্টনীয়ে এটা নতুন জীৱনৰ ধাৰা দেখা পাইছে। সি মূৰৰ ওপৰত ৰ'দৰ উত্তাপ গ্ৰাহ্যই কৰা নাই।

দুপৰীয়া খাবৰ সময় হ'ল। চেঙেলীয়া ডেকা কেইটা পানীৰ পৰা উঠিল। ফ্ৰাঞ্চিচে নাৱৰ এটা কোণৰ পৰা থাল আৰু মাটিৰ চৰু এটা উলিয়ালে। তাত কাঁজি নেমু আৰু পঁইতা ভাত। লগত শুকান মাছৰ চাম্বাৰ, নিমখ আৰু কেঁচা জলকীয়া। খুব আনন্দিত হৈ এন্টনীয়ে সকলোৰে লগত তৃপ্তিৰে খাবলৈ ধৰিলে। খাই থাকোঁতে সকলোৱে কথা কৈ গ'ল।

এন্টনীৰ সমুখত ঘটনাৰ ঘূৰ্ণি। পিটাৰো দু বছৰ এই অঞ্চলত নাই। নিকোলাচ খুড়াই দুয়োকে বহুত খবৰ দিছে।

উনচল্লিছ-চল্লিছ চনৰ কথা। বৃটিছৰ আমোল। মান্নাৰৰ মুকুতা আৰু শঙ্খ তেতিয়া চৰকাৰী সম্পত্তি। মীনপাৰোৱাইঁতৰ কেৱল ডুব মাৰি শঙ্খ-মুকুতা তোলাৰহে অধিকাৰ। সিইঁতে এই বাবে এটা শঙ্খত এক অনাকৈ পায়। মুকুতাৰ হিচাব আকৌ সুকীয়া।

হাঙৰমৰা মোজেচ গৰ্জি উঠিল। ইমান খাটনি আৰু বিপদ! এটা শঙ্খ তুলিলে মাত্ৰ এ-অনা? ইমান কম? দৰ বঢ়াবই লাগিব।। শঙ্খ-মুকুতা তোলা মানুহবোৰৰ মীন বিভাগলৈ দৰ্খাস্ত। হৰ্নেল চাহাব দয়ালু ডিৰেক্টৰ। তথাপি মোজেচৰ লগত দৰদাম কৰিছে। দুই পক্ষৰে বহুত যুক্তি। শেষত এ-অনা এক পাই দিয়াটো ঠিক হ'ল। তাকো উনচল্লিছ-একচল্লিছ চনৰ পৰাহে।

বিয়াল্লিছ-ত্ৰিয়াল্লিছত দেশত চাউলৰ দাম বহুত হ'ল। দুখীয়া মানুহৰ কাৰণে এই দাম বৰ বেছি হ'ল। দুখীয়াৰ দুৰ্দশা বাঢ়িল। পশ্চিমবঙ্গত সাংঘাতিক দুৰ্ভিক্ষ। সেইবাৰ আকৌ মীন বিভাগত দৰ্খাস্ত পৰিল। চৰকাৰে শঙ্খই প্ৰতি ডেৰ অনালৈ দাম বঢ়ালে। এই দাম চৌৱাল্লিছৰ পৰাহে। কিন্তু এই দামেৰেও চলা টান হৈ পৰিল। এটা মানুহে এদিনত দহ বাৰ মানহে ডুব মাৰিব পাৰে। সি পোন্ধৰটা মানহে শঙ্খ তুলিব পাৰে। অৱশ্যে সৰু আৰু পোকে ধৰা শঙ্খ বাদ দি। দিনে পঁচিছ-ত্ৰিছটা শঙ্খ তুলিব পৰা মানুহ বিৰল।

1946 চনত চৰকাৰে দাম বঢ়ালে—এ-অনা তিনি পইচালৈ। তথাপি সিইঁতৰ খাবলৈ নোজোৰে। চাউলৰ দাম দিনে দিনে বাঢ়িছেহে। লগে লগে দাইল, তেতেলী আৰু মছলা আদি সকলো বস্তুৰে দাম বাঢ়িছে। মাইকী মানুহৰ শাড়ীৰ দামতো বাদেই, আনকি এখন ভেষ্টিৰ দাম শুনিলেই গা কোঁচ খাই যায়।

সাতচল্লিছত স্বাধীনতা। দুখীয়া মানুহবোৰে ভাবিলে যে বস্তুৰ দাম কমিব। ইমান দিনে বিদেশীৰ শোষণৰ ফলতহে দাম বাঢ়িছিল। এতিয়া সিইঁত সাগৰৰ সিপাৰ পালেগৈ। এতিয়া হয়তো দুখীয়াবোৰে সকাহ পাব। কিন্তু হে ভগবান! দেশখন ভাল নহ'ব নেকি? বজাৰ দৰ সমানে বাঢ়ি আছে। স্বদেশী চৰকাৰে

কৈছে—ৰ'বাচোন, আমাক অলপ থানথিত লাগিবলৈ সময় দিয়া। কচল বাঢ়ক। তেতিয়া দাম কমিব। কিন্তু দাম নকমিল। ঠিক আছে। শঙ্খই প্ৰতি দু-অনাকৈ লোৱা। এই দৰত শঙ্খ তুলিও সিহঁতৰ জোৰা নমৰিল। আকৌ চৰকাৰৰ ঘৰত আবেদন-নিবেদন। স্বদেশী চৰকাৰ বৰ কাঢ়া। শেষত সংঘৰ্ষ। মোজেচে ক'লে—ডুব মৰা কাম বন্ধ। শঙ্খ নুতুলিব। সিহঁতে কেনেকৈ শঙ্খ তোলে চাই ল'ম।......

ধৰ্মঘট। সাতচল্লিছৰ এয়ে প্ৰথম ধৰ্মঘট। চৰকাৰে দাবী মানি ল'লে। কিন্তু গোটেইবোৰ দাবী নহয়। শঙ্খটোৱে প্ৰতি পাঁচ অনালৈ দৰ বঢ়ালে। দাবী আছিল আঠ অনাৰ। চৰকাৰৰ লগত শঙ্খ-মুকুতা তোলা মানুহবোৰৰ দৰাদৰি চলি থাকিল।

মহাজনবোৰে এই মানুহবোৰৰ তেজ শোহে। সিহঁতৰ এদিনৰ উপাৰ্জন এদিনতে শেষ হয়। সিহঁতৰ অভাব হ'লেই মহাজনৰ ওচৰ পায়গৈ। মহাজনবোৰে বেছি সুতত টকা ধাৰ দিয়ে। সিহঁতে মাটি-ভেটি আৰু নাও বন্ধক দিয়ে। নিকোলাচ খুড়াৰ ভাষাত এয়ে হ'ল—মচ্ছম পিড়িপ্পা বানুকুমিচ্ছম ইল্লে[1]।

এন্টনী মাজে মাজে অন্যমনস্ক। মূৰৰ ওপৰত এখন জুই যেন আকাশ। উস্, কি অসহনীয় ৰ'দ! সাগৰতো জুই জ্বলিছে। বহ্নিমান নীলা সাগৰ। বেছি সময় চাবই নোৱাৰি। কিন্তু এই নীলা ৰং বৰ সুন্দৰ, অতি আকৰ্ষণীয়। ইয়াত মিলি যাবৰ ইচ্ছা হয়।

এন্টনীয়ে সাগৰৰ পৰা একাজঁলি পানী তুলি লৈ মূৰত দিলে। নিকোলাচ খুড়াই নিজৰ ফটা লেতেৰা গামোচাখন আগুৱাই দি ক'লে—তোমাৰ ৰ'দত বৰ কষ্ট হৈছে। এই গামোচাখন তিয়াই মূৰৰ ওপৰত দি থোৱা। আৰাম পাবা।

—এতিয়া এটা শঙ্খ তোলাৰ দাম কি? এন্টনীৰ প্ৰশ্ন।

—পাঁচ অনা তিনি পাই। চৰকাৰে এটা শঙ্খত প্ৰায় এটকাতকৈ বেছি পায়।

—তুমি এই হিচাপ ক'ত পালা? পিটাৰৰ প্ৰশ্ন।

নিকোলাচে এটা নীৰস হাঁহি মাৰি ক'লে—আমাৰ জাতিৰ কেৰাণী এটা আছে। এইটো অফিচৰ পৰা বছৰে বছৰে এটা ৰিপোৰ্ট যায়। সেই ৰিপোৰ্টৰ পৰা সি হিচাপটো দিছে।

ইয়াকে জানি নিকোলাচ খুড়া জ্বলি উঠিল। আমাৰ দাবী আঠ অনা। চৰকাৰে ইচ্ছা কৰিলেই আমাৰ দাবী পূৰণ কৰিব পাৰে। সেয়েহে খুড়াই কথাটো বস্তিত ক'লেগৈ। সকলো উত্তেজিত হ'ল। সকলোৱে হৈ-চৈ লগালে। তেনেহলে চৰকাৰে আমাৰ দাবী মানি নল'ব কিয়? এটা শঙ্খত যদি চৰকাৰে এটকা পায়, আমাক আঠ অনাকৈ দিব নোৱাৰিব কিয়?

1 ইল্লে—মাছমৰীয়াবোৰৰ শেষত ফুটা কড়ি এটাও নেথাকে।

মাদ্ৰাজৰ মন্ত্ৰী ৰোচ ভিক্টোৰিয়া তুত্তুকুড়িৰে মানুহ। তেওঁৰ ঘৰ বীচ ৰ'ডত। তেওঁ মেচেক্কাৰ হ'লেও মীনপাৰোৱা। এই শঙ্খ-মুকুতা বোটলা মানুহবোৰৰ দুখ তেওঁ নিশ্চয় বুজিব। সকলোৱে তেওঁক চহৰৰ ঘৰত ধৰিলেগৈ।

ৰোচ ভিক্টোৰিয়া সম্ভ্ৰান্ত বংশৰ সন্তান। নিজেও বেচ ভদ্ৰলোক। ধীৰ স্থিৰ মানুহটো মিঠামুখীয়াও। তেওঁ ক'লে—তোমালোকৰ কষ্ট মই নুবুজা নহয়। তোমালোকে আঠ অনাকৈয়ে পাবা।

নিকোলাচ সদলে বদলে উভতি আহিল। সকলোৱেই বৰ খুচী। কিন্তু ৰাতিৰ আন্ধাৰত চুচান কাৰ্দোজাৰ গেষ্ট হাউচত কথাই সুকীয়া ঢাল ল'লে। তাত ফিছাৰী অফিচাৰ আহি আছিল। তেওঁৰ লগত কাৰ্দোজাৰ ফুচ্ফুচীয়া মেল। ইহঁতৰ ৰেট বঢ়োৱা মানে আমাৰ কাৰবাৰৰ বাৰটা বজোৱা। যেনে তেনে ৰদ কৰক। যি বিচাৰে তাক পাব।

সেই ৰাতিয়েই মিছেচ লোবোক অনাবলৈ গাড়ী গ'ল। ভোজ-ভাত আৰু ফুৰ্তি......

পাছদিনা অফিচাৰে মন্ত্ৰীক কিবাকিবি বুজালে। লোবোৱে ডেকা ল'ৰা-বোৰক মদ খুৱাই আৰু টকা দি হাত কৰিলে। নিকোলাচ খুড়াই দূৰৰ নাওখন দেখুৱাই দিলে। ডেকা ল'ৰা এটাই টিঙৰ ওপৰত উঠি অবাইচ কথা থকা গান গাইছে, অশ্লীল ভঙ্গীৰে নাচিছে।

ডেকা ল'ৰাবোৰক অফিচাৰৰ ওচৰলৈ নিয়া হ'ল।

—তহঁতে বোলে ধৰ্মঘট কৰিম বুলি ভয় খুৱাইছ? ইমান সাহ!

—আমি একো কৰা নাই, হজুৰ। এয়া পিটাৰৰ কাম। সি সকলো বেয়া বুদ্ধি দিয়ে। এসেকা দিছোঁ। সি মাৰৰ ভয়ত দেশ এৰিছে। এতিয়া আছে বুঢ়াটো। নিকোলাচ।

—আহ, ইয়াত চহী দে। কাগজত এনেকৈ লিখা আছিল: আমি তুত্তুকুড়িৰ শঙ্খ-মুকুতা তোলা মানুহখিনিৰ হৈ চৰকাৰৰ ৰেট মানি ল'লোঁ—পাঁচ অনা তিনি পইচাকৈ।

নিকোলাচ খুড়াই মুখখন বিকটাই থুই এথেপা পেলাই ক'লে—পিটাৰ, এয়া দেউতাৰৰ দিনৰ ঘটনাৰ সৈতে হুবহু একে। মানুহবোৰে বুজা নাই। ইফালে চাউলৰ দাম দিনে বাঢ়িছে। এতিয়া গম পাব।

—এই টকাৰে একোৱেই নহয়। বোৱাৰী-জীয়াৰী ৰাতি চহৰলৈ যায়। এইটো কথা সকলোৱেই জানে। হেৰীয়ে ক'লে।

—খুড়া, তুমি কাক ৰাগ কৰিছা? যাৰ ভাল-বেয়া বুজাৰ ক্ষমতা নাই সিহঁতক ৰাগ কৰা। সিহঁত কাৰ্দোজা ব্ৰাদাৰ্চৰ ধাৰত পোট খাই আছে।

নিকোলাচ খুড়াৰ মাতটো কান্দোন মিহলি। ক'লে—ঠিকেই কৈছ। কথাটো ভাবিলেই মোৰ বুকু ফাটি যাব খোজে। ইহঁতে কেতিয়া বুজি পাব?

জেৰীয়ে আকাশত হাতৰ মুঠিটো দাঙি ধৰি ক'লে—ইহঁত সোপাক কুকুৰাৰ দৰে জবাই নকৰোঁ যদি মই বাপৰ বেটা নহয়।

—মনে মনে থাক। খুড়াই দবিয়ালে। হেৰী শান্ত হ'ল।

—বছেৰেকত কিমান শঙ্খ তোলা হয়? এন্টনীৰ প্ৰশ্ন।

—পঞ্চাছ চনত দহ লাখ চৌত্ৰিছ হেজাৰ ছশ সত্তৰ। ভাল ভাল শঙ্খ। তাৰ বাহিৰেও ছাপান্ন হেজাৰ আঠ শ চাব্বিছটা সৰু সৰু শঙ্খ। চৰকাৰে পোকে ধৰা আৰু সৰু শঙ্খৰ বাবে পইচা নিদিয়ে। কিন্তু এইবোৰ হ'লে বিক্ৰী হয়।......একাৱন চনত অলপ কম। ভাল শঙ্খ ন লাখ তিৰাশী হেজাৰ আঠ শ পোন্ধৰ। পোকে খোৱা শঙ্খৰ সংখ্যা হ'ল ত্ৰিছ হেজাৰ আঠ শ একত্ৰিছ। সৰু সৰু শঙ্খ হ'ল তেষষ্ঠি হেজাৰ তিনিশ পনচল্লিছ......

পিটাৰে মাত লগালে—এইবোৰ চৰকাৰী হিছাপ। ইয়াৰ উপৰিও আৰু বহুত শঙ্খ তোলা হয়। সেই হিছাপ তোমাৰ হাতত নাই।

নিকোলাচ খুড়াই হাঁহি এটা মাৰি ক'লে—হিছাপো আছে। সেইবোৰ চুৰকৈ চালান কৰি বহুতে লক্ষপতি হৈছে। সিহঁতৰ লগত বঙ্গদেশৰ বজাৰৰ পোনপতীয়া যোগাযোগ আছে আৰু বন্দবস্তও আছে। এই ক্ষেত্ৰত তুত্তুকুড়িও কম নহয়। অৱশ্যে শঙ্খ তোলা মানুহবোৰে ভাল ৰেট পায়। কিন্তু মই অধৰমী কাম নকৰোঁ। মোক পাপৰ পইচা নেলাগে। সদায় ভাবোঁ—যি ভগৱানক বিশ্বাস কৰে তাৰ কোনো ক্ষতি হ'ব নোৱাৰে। কিন্তু আজিকালি এই বিশ্বাস সোলোক-ঢোলোক হৈছে......

খুড়াই এটা দীঘল হুমুনিয়াহ কাঢ়িলে। হঠাৎ বাওঁফালে হুলস্থূল। আফজল দেখোন এতিয়ালৈকে উঠা নাই......

চাৰিওফালে চিঞৰ-বাখৰ। সেইফালে নাওবোৰ গৈছে। অনেক দূৰৈত চৰকাৰী জাহাজ। জাহাজত ৰঙা পতাকা। বিপদৰ সংকেত। নিকোলাচ খুড়াই পুতেক দুটাৰে সৈতে সেইফালে নাও চলালে। 'গৌহৰ খলিলি' পানী কাটি কাটি খুব বেগেৰে আহিছে।

'গৌহৰ খলিলি' আহি পোৱাৰ অলপ পাছতে সিহঁতো পালেহি। কেপ্টেনে সুধিলে—কি হৈছে?

—এটা মানুহে শঙ্খ বিচাৰি ডুব দিলে। কিন্তু সি এতিয়াও ওপৰলৈ উঠা নাই।

—কোন ঠাইত?

নাৱৰ মালিকে ঠাইকণ দেখুৱাই দিলে।

জাহাজৰ পৰা দুটা পানীত ডুব দিয়া মানুহ নামিল। সিহঁতৰ মূৰত লোহাৰ

হেল্‌মেট। গাত লোহাৰ জেকেট। পিঠিত অক্সিজেনৰ চিলিণ্ডাৰ। এন্টনীৰ উশাহ বন্ধ হওঁ হওঁ অৱস্থা। পিটাৰে ক'লে—সি ইতিমধ্যে শেষ হৈ গৈছে কিজানি।

প্ৰায় বিশ মিনিটৰ পাছত মানুহ দুটা ওপৰলৈ উঠিল। এটাই এটা ডেকা ল'ৰাৰ দেহটো ওপৰলৈ টানিলে।

নাৱৰ পৰা এটা দাড়ীয়া বুঢ়াৰ বুকুভগা কান্দোন—অ' আফজ্জল, অ' মোৰ বোপাই......।

লাচটো জাহাজত শুৱাই দিয়া হ'ল। তাৰ ওপৰত চিকিৎসা চলিল। কেপ্টেনে নিজেই বুকু আৰু পিঠিত বিভিন্ন ধৰণে হেঁচা দিবলৈ ধৰিলে। শেষত তেওঁ হুকুম দিলে—হস্পিতেললৈ নিব লাগিব। এতিয়াই। খুব সোনকালে।

জাহাজখন তীব্ৰ বেগে পাৰলৈ গ'ল।

সন্ধিয়াৰ পাছত যেন হুডিনীৰ মেজিকহে। দৃশ্যটো অন্য ধৰণৰ। সাগৰৰ ওপৰত কোনো নাই। দিনৰ সেই হুলস্থূলবোৰ নাই।

এতিয়া আকাশ আৰু সাগৰত জোনাকৰ বাণ। চঞ্চল সাগৰৰ ভৰ গাভৰু ছোৱালী। গোটেই দিনটো শান্ত হৈ থকাৰ পাছত জোৱাৰৰ বিপৰ্যয়। লগে লগে বৰষুণ। বৰষুণৰ লগে লগে শীত। কিন্তু এতিয়া সৰু-সুৰা ঢৌহে। ঢৌবোৰে দ্বীপত খুন্দা খাই মেঘে গৰ্জাৰ দৰে শব্দ কৰিছে।

নাওখন দ্বীপৰ পৰা অলপ দূৰত। বৰষুণ পৰাৰ পাছত তাত পিটাৰে জাল মাৰিছে। জালখন চকুত পৰা নাই। পানীৰ বহুত তললৈকে আছে।

নাৱত কেৱল এন্টনী আৰু পিটাৰ। মাইকেল আৰু আন। নাৱৰীয়া কেইটা দ্বীপৰ ওপৰত। দ্বীপটো ভাঁহি থকা নাৱৰ দৰে দেখি। তাৰ ওপৰত পুৰণিকলীয়া ভগাছিগা অট্টালিকা এটা। দ্বীপটো আশ্মিৰ সাধুৰ শুই থকা পুৰীৰ দৰে যেন ক্ষীৰ-সাগৰতহে ওপঙি আছে। তাতে মাইকেল আৰু লগৰ নাৱৰীয়া কেইটাই ৰন্ধা-বঢ়া কৰিছে।

এন্টনীৰ চিনাকি জগতখন ওলট-পালট হৈছে। এয়া যেন স্বপ্নৰ জগতহে। সি যেন জাগ্ৰত অৱস্থাতে স্বপ্ন দেখিছে। দূৰৰ সাগৰখনত বগা বগা কুৱলীৰ আবৰণ। বৰ অস্পষ্ট। কিন্তু তাৰ ভিতৰতো পোহৰ দেখা যায়। লেম্পা মাছধৰা নাও।

এতিয়া এন্টনীয়ে দেখা জগতখন তাৰ বাবে তেনেই নতুন। তাৰ জীৱনত এনে অনুভূতি হোৱা নাছিল। অদ্ভুত অনুভূতি। চৌদিশ নিৰ্জন নিস্তব্ধ। কেৱল ঢৌ ভগাৰ শব্দহে কাণত পৰিছে। পিটাৰো নিমাত।

—এন্টনী, কান্দোনৰ শব্দ শুনিছনে বাৰু? বহু সময়ৰ মূৰত নিস্তব্ধতা ভঙ্গ হ'ল। পিটাৰে প্ৰথম কথা ক'লে।

এন্টনীয়ে কথাটো মনেই কৰা নাছিল। এতিয়াহে সি গম পাইছে যে কাণৰ ওচৰত কন্দাৰ দৰে শব্দ এটা হৈছে।

—এৰা, শুনিবলৈ পাইছোঁ। এয়া বতাহৰে শব্দ কিজানি। এন্টনীয়ে ক'লে।

—বতাহে কান্দোনবোৰ কঢ়িয়াই ফুৰিছে। হেজাৰ হেজাৰ বছৰ ধৰি হেজাৰ হেজাৰ মীনপাৰোৱাই ইয়াত প্ৰাণ এৰিছে। শঙ্খ-মুকুতা বিচাৰি সাগৰত ডুবি

হেল্‌মেট। গাত লোহাৰ জেকেট। পিঠিত অক্সিজেনৰ চিলিণ্ডাৰ। এন্টনীৰ উশাহ বন্ধ হওঁ হওঁ অৱস্থা। পিটাৰে ক'লে—সি ইতিমধ্যে শেষ হৈ গৈছে কিজানি।

প্ৰায় বিশ মিনিটৰ পাছত মানুহ দুটা ওপৰলৈ উঠিল। এটাই এটা ডেকা ল'ৰাৰ দেহটো ওপৰলৈ টানিলে।

নাৱৰ পৰা এটা দাড়ীয়া বুঢ়াৰ বুকুভগা কান্দোন—অ' আফজল, অ' মোৰ বোপাই……।

লাচটো জাহাজত উৱাই দিয়া হ'ল। তাৰ ওপৰত চিকিৎসা চলিল। কেপ্টেনে নিজেই বুকু আৰু পিঠিত বিভিন্ন ধৰণে হেঁচা দিবলৈ ধৰিলে। শেষত তেওঁ হুকুম দিলে—হস্পিতেললৈ নিব লাগিব। এতিয়াই। খুব সোনকালে।

জাহাজখন তীব্ৰ বেগে পাৰলৈ গ'ল।

সন্ধিয়াৰ পাছত যেন হুডিনীৰ মেজিকহে। দৃশ্যটো অন্য ধৰণৰ। সাগৰৰ ওপৰত কোনো নাই। দিনৰ সেই হুলস্থুলবোৰ নাই।

এতিয়া আকাশ আৰু সাগৰত জোনাকৰ বাণ। চঞ্চল সাগৰৰ ভৰ গাভৰু ছোৱালী। গোটেই দিনটো শান্ত হৈ থকাৰ পাছত জোৱাৰৰ বিপৰ্যয়। লগে লগে বৰষুণ। বৰষুণৰ লগে লগে শীত। কিন্তু এতিয়া সৰু-সুৰা ঢৌহে। ঢৌবোৰে দ্বীপত খুন্দা খাই মেঘে গজাৰ দৰে শব্দ কৰিছে।

নাওখন দ্বীপৰ পৰা অলপ দূৰত। বৰষুণ পৰাৰ পাছত তাত পিটাৰে জাল মাৰিছে। জালখন চকুত পৰা নাই। পানীৰ বহুত তললৈকে আছে।

নাৱত কেৱল এন্টনী আৰু পিটাৰ। মাইকেল আৰু আন। নাৱৰীয়া কেইটা দ্বীপৰ ওপৰত। দ্বীপটো ভাঁহি থকা নাৱৰ দৰে দেখি। তাৰ ওপৰত পুৰণিকলীয়া ভগাছিগা অট্টালিকা এটা। দ্বীপটো আম্মিৰ সাধুৰ শুই থকা পুৰীৰ দৰে যেন ক্ষীৰ-সাগৰতহে ওপঙি আছে। তাতে মাইকেল আৰু লগৰ নাৱৰীয়া কেইটাই ৰন্ধা-বঢ়া কৰিছে।

এন্টনীৰ চিনাকি জগতখন ওলট-পালট হৈছে। এয়া যেন স্বপ্নৰ জগতহে। সি যেন জাগ্ৰত অৱস্থাতে স্বপ্ন দেখিছে। দূৰৰ সাগৰখনত বগা বগা কুঁৱলীৰ আবৰণ। বৰ অস্পষ্ট। কিন্তু তাৰ ভিতৰতো পোহৰ দেখা যায়। সেয়া মাছধৰা নাও।

এতিয়া এন্টনীয়ে দেখা জগতখন তাৰ বাবে তেনেই নতুন। তাৰ জীৱনত এনে অনুভূতি হোৱা নাছিল। অদ্ভুত অনুভূতি। চৌদিশ নিৰ্জন নিস্তব্ধ। কেৱল ঢৌ ভগাৰ শব্দহে কাণত পৰিছে। পিটাৰো নিমাত।

—এন্টনী, কান্দোনৰ শব্দ শুনিছনে বাৰু? বহু সময়ৰ মূৰত নিস্তব্ধতা ভঙ্গ হ'ল। পিটাৰে প্ৰথম কথা ক'লে।

এন্টনীয়ে কথাটো মনেই কৰা নাছিল। এতিয়াহে সি গম পাইছে যে কাণৰ ওচৰত কন্দাৰ দৰে শব্দ এটা হৈছে।

—এৰা, শুনিবলৈ পাইছোঁ। এয়া বতাহৰে শব্দ কিজানি। এন্টনীয়ে ক'লে।

—বতাহে কান্দোনবোৰ কঢ়িয়াই ফুৰিছে। হেজাৰ হেজাৰ বছৰ ধৰি হেজাৰ হেজাৰ মীনপাৰোৱাই ইয়াত প্ৰাণ এৰিছে। শঙ্খ-মুকুতা বিচাৰি সাগৰত ডুবি

মৰিছে। এই সঞ্চিত শঙ্খ-মুকুতাৰ ওপৰত সিহঁতৰ নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈ গৈয়ো সংঘৰ্ষত মৰিছে। পিটাৰে খুব লাহে লাহে কথাবোৰ কৈছে, স্বপ্নত কোৱাৰ দৰে।

—সেইবোৰ মীনপাৰোৱাৰ আত্মাৰ মুক্তি আজিও হোৱা নাই। সিহঁতে কান্দিছে। সিহঁতৰ ভৱিষ্যৎ বংশধৰৰ দুৰ্গতিৰ বাবেও সিহঁতে কান্দিছে। যি সম্পত্তিৰ কাৰণে সিহঁতে প্ৰাণ আহুতি দিলে, সেই সম্পত্তি আজিও আনৰ হাতত। সিহঁতৰ বংশধৰবোৰৰ সকলো থাকিও একো নাই। পেটত ভাত নাই। কঁকালত ভেষ্টি নাই। শিক্ষা নাই। স্বাস্থ্য নাই। সিহঁতক শোষণ কৰিবৰ বাবে তেজপিয়াৰ দলহে আছে। সিহঁতক ৰক্ষা কৰিবলৈ কোনো নাই। সিহঁত অসহায়......কৈ কৈ পিটাৰ থিয় হ'ল। মূৰটো লৰালে। তাৰ যেন স্বপ্ন শেষ হ'ল।

এইবাৰ তাৰ মাতটো অস্বাভাৱিক। সি ক'লে—এইবাৰ সাগৰৰ ফালে কাণ পাত। কিবা শুনিবলৈ পাইছ?

—শুনিছোঁ। এয়া পানীৰ কলৰব। এণ্টনীয়ে ক'লে।

—নহয়। এয়া হ'ল শামুক মাহঁতৰ আনন্দৰ কলৰব। পিটাৰে ক'লে। পিটাৰে খুব গহীনাই কথাবোৰ কৈছে। এণ্টনীয়ে তালৈ অবাক হৈ চাই আছে।

—আমি য'ত বৈ আছোঁ তাৰ তলত মানে পানীৰ তলত সাতশ ৰজাৰ ধন আছে। তাত বহুত মুকুতা। ইয়াৰ সমান মুকুতা আৰু ক'তো নাই। দীঘলৈ সাত মাইল, বহলে দু মাইল জুৰি থকা সাগৰৰ তলত এই মুকুতাৰ ৰাজ্য। এই মুকুতাৰ ৰাজ্যত ন হেজাৰ সৰু-ডাঙৰ পাহাৰ ডুব গৈ আছে। পাহাৰবোৰৰ গাত লাখ লাখ শামুক। সেই শামুক মাহঁতে দাৰুণ গৰমত মিঠা পানীৰ কাৰণে মুখ মেলি থাকে। পূৰ্ণিমা ৰাতি আকাশৰ পানী আটাইতকৈ মিঠা। মাহঁতে সেই পানী এটোপ এটোপকৈ গিলে। তথাপি তৃষ্ণা দূৰ নহয়। এনে জোনাকেদি সৰকি অহা পানীৰ টোপালবোৰ শামুক মাহঁতৰ পেটৰ ভিতৰত জমা হয়। জন্ম হয় মুকুতাৰ।......

এণ্টনী অবাক! সি কয়—হয় নেকি?

এয়ে মীনপাৰোৱা মাছমৰীয়াহঁতৰ পুৰণি বিশ্বাস। পিটাৰে হাঁহি এটা মাৰি ক'লে।

—চৈধ্য পুৰুষ ধৰি এই সাধুটোৱেই চলি আহিছে। কিন্তু মুক্তাৰ জনম আখ্যান মই সেই কলেজত পঢ়ুৱা বহু গৱাকীৰ পৰা শুনিছোঁ। তই বাৰু জাননে?

—নেজানো। তই কচোন।

—শামুকৰ দেহটো দুটা কঠিন খোলাৰ ভিতৰত। শৰীৰটো হ'ল খুব কোমল মঙহৰ সমষ্টি। খোলা দুটা অলঙ্কাৰ-পাতি থোৱা বাকচৰ দৰে। তাত ফুটা আছে। ইয়াৰ মাজেদি শামুকৰ দেহলৈ সাগৰৰ পানী সোমায় আৰু ওলায়।

ই নিশ্বাস-প্ৰশ্বাসৰ দৰে বস্তু। এই পানীৰ পৰা শামুকে আহাৰ পায়। এই পানীৰ লগত যদি এটা দুটা বালি বা আন টান বস্তু সোমায়, তেনেহলে শামুকৰ বৰ যন্ত্ৰণা হয়। এই টান বস্তুটোৱে শামুকৰ শৰীৰৰ ভিতৰত ঘা কৰে। অৱশ্যে কেতিয়াবা বেক্টেৰীয়াই আক্ৰমণ কৰিলেও এনে ঘা হ'ব পাৰে। এই যন্ত্ৰণাৰ পৰা কেনেকৈ মুকুতাৰ জন্ম হয় সিও এক আজব কাহিনী। যন্ত্ৰণাৰ পৰা ৰেহাই পাবৰ বাবে ভিতৰৰ পৰা এক প্ৰকাৰ ৰস ওলায়। সেই ৰসত প্ৰচুৰ চুণ। এটা কেমিকেল। নাম কনচিওলিন। সেই ৰসে ঘাটো ঢাকি ৰাখে। এটা আবৰণৰ সৃষ্টি কৰে। এই আবৰণৰ ওপৰত আকৌ আৰু এটা আবৰণ। এনেকৈ আবৰণ সৃষ্টি হৈ হৈ এটা মটৰ মাহৰ সমান হয়। সেইটোৱেই মুকুতা। তাৰ গাত ৰামধেনুৰ ৰং……

—আচৰিত! এনে ঘা আৰু যন্ত্ৰণা নেথাকিলে মুকুতা নহয়? এন্টনীয়ে ক'লে।

—অকল এয়ে নহয়। মুকুতাটো বেচ ডাঙৰ হ'লে শামুকটো মৰি যায়। যিটো শামুকৰ যন্ত্ৰণা যিমান বেছি তাৰ পেটৰ মুকুতাটোও সিমান ডাঙৰ। এতিয়া মই সকলো দেখি ভাবিছোঁ যে যাৰ দাম যিমান বেছি তাৰ জন্ম-বৃত্তান্তও সিমান কষ্টকৰ। যন্ত্ৰণাৰ অবিহনে একো ডাঙৰ হ'ব নোৱাৰে।

—আচল কথা কৈছা। পিটাৰে সঁহাৰি দিলে। সিও আহি এন্টনীৰ ওচৰত বহিলহি। সি আকৌ ক'লে—মুকুতাৰ দৰে মুক্ত মন সৃষ্টি কৰিবলৈ হ'লে এনে দুখ-যন্ত্ৰণা ভোগ কৰিবই লাগিব!

সি অলপ পৰ বৈ বক্তৃতাৰ সুৰত কৈ গ'ল—বৃটিছে আমাক মুক্তি দি গৈছে। কিন্তু আচল মুক্তি পালোঁ জানো? ইয়াৰ বাবে যি যন্ত্ৰণাৰ প্ৰয়োজন আছিল সেই যন্ত্ৰণা ভোগ কৰিছিলোঁ জানো? ধৰ্মৰ কুসংস্কাৰ বাদ দিবলৈ যি যন্ত্ৰণাৰ প্ৰয়োজন সেই যন্ত্ৰণাক আমি এৰি আহিছোঁ। পুৰণি অভ্যাসবোৰ আৰু কুসংস্কাৰবোৰ খামোচ মাৰি ধৰি আছোঁ। সেইবোৰ বিসৰ্জন দিবলৈ হ'লে আমি যন্ত্ৰণা ভোগ কৰিবই লাগিব। কিন্তু এনে যন্ত্ৰণাক আমি আকোঁৱালি লোৱা নাই। আমি এজনে আন এজনক ঠগিছোঁ। এইবোৰৰ পৰা ৰেহাই পাবলৈ হ'লে আঘাত সহিবই লাগিব। এই যন্ত্ৰণা প্ৰত্যেক দেশবাসীৰে থকা উচিত। কিন্তু সেয়া হোৱা নাই। কিন্তু তাৰ আৰম্ভণি দেখা পাইছোঁ। প্ৰত্যেকে শোষণৰ জ্বালা অনুভৱ কৰিছে। এই জ্বালা হেজাৰ গুণ বাঢ়িব। যন্ত্ৰণা খুব বাঢ়িব। এই যন্ত্ৰণাৰ পৰা উপশম পাবৰ বাবে আচল ৰস ওলাব। সেই ৰস চামটি মাৰি মাৰি সঞ্চিত হ'ব। সেই ৰসত মান্ধাতাৰ যুগৰ পৰা চলি অহা প্ৰচলিত বিধি-নিষেধবোৰ জাহ যাব। পুৰণি সমাজৰ মৃত্যু হ'ব আৰু মুকুতাৰ দৰে নতুন সমাজ এখনৰ জন্ম হ'ব।

পিটাৰে যেন নিজে কথা কৈ নিজে শুনিছে। সি অনৰ্গল কৈ গ'ল—সেই

সমাজত জাতি-ধৰ্ম নেথাকিব, সৰু-বৰ নেথাকিব, শোষণ নেথাকিব, অবিশ্বাস নেথাকিব। মানুহৰ লগত মানুহৰ সম্পৰ্ক হ'ব সহজ, সৰল আৰু স্বাভাৱিক। এজনে এজনক বিশ্বাস কৰিব পাৰিব।

অলপ হাঁহি পিটাৰে আকৌ ক'লে—মই প্ৰায়ে এনে এখন সমাজৰ সপোন দেখোঁ। এই মুকুতা ভৰা সাগৰৰ ওপৰত। এনে এখন সমাজ গঢ়াৰ দায়িত্ব পৰিছে মোৰ ওপৰত। এন্টনীৰ ওপৰত। এন্টনী, তোৰ দেউতাৰেও এনে এখন সমাজ গঢ়াৰ সপোন দেখিছিল। তেখেতে এই উদ্দেশ্যেই অনেক কষ্ট কৰি গোটোৱা সম্পত্তিখিনি এৰি থৈ গৈছে।

—মোৰ দেউতাই? এন্টনী চক খাই উঠিল।

—অঁ' সঁচা কথাই কৈছোঁ। এতিয়া আহ. আমি তেখেতৰ সপোনক সাৰ্থক ৰূপ দিওঁ।

ইমান দিনৰ মূৰত এন্টনীয়ে ক'লে—মই সন্মত, মই প্ৰস্তুত।

## 38

সাগৰৰ পৰা আহি তাৰ মেৰীৰ কথা বেছিকৈ মনত পৰিল। সি লগ লগে তাইৰ অভাবটোও খুব অনুভৱ কৰিলে। এন্টনীয়ে তাইৰ পৰা সপ্তাহে সপ্তাহে চিঠি পাই আছে। প্ৰত্যেকখন চিঠিতেই মাত্ৰ এটাই কথা: তুমি সোনকালে গুচি আহাঁ। মোৰ ইয়াত দিনবোৰ নেযায়-নুপুৰায় লাগিছে।

লণ্ডন এৰাৰ আগতে সি ভাবিব পৰা নাছিল যে সি ইয়াত ইমান দিন থাকিব লাগিব। হিথ্ৰো বিমান বন্দৰত মেৰীয়ে সুধিছিল—কেতিয়া ঘুৰি আহিবা?

—এমাহৰ ভিতৰতে। তিনি মাহৰ ছুটী। মোৰ গোটেইখিনি দৰ্কাৰ নহ'ব। কিন্তু অলপ দিন ভাৰতখন চোৱাৰ ইচ্ছা এটা আছে। উভতি আহি তোমাক লগত লৈ বিভিয়েৰত কিছুদিন কটাব লাগিব......।

মেৰী চিন্তিত হোৱাৰ কাৰণ আছে। দহ দিনমানৰ আগৰ মেৰীৰ চিঠিত ইয়াৰ আভাষ আছে। তাই লিখিছে—অসহনীয় শীতত মই বৰফ হৈ পৰিছোঁ। মোৰ গাত উম লগাবলৈ কোনো নাই......

এন্টনীয়ে লগে লগে মেৰীৰ চিঠিৰ উত্তৰ দিছে—তোমাৰ ওচৰলৈ যাবলৈ অলপ পলম হ'ব। পৈতৃক সম্পত্তিক ভিত্তি কৰি ইয়াত মই ভালেমান অসুবিধাত পৰিছোঁ। তদুপৰি আৰু বহুত সমস্যা।

সমস্যাবোৰ কি হ'ব পাৰে সি লিখা নাই। কি লিখিব? এই দুৰ্ভগীয়া দেশৰ লাখ লাখ দীনদুখীৰ বেদনাৰ কথা। তাৰ সৰুকালৰ বন্ধু পিটাৰে তাক এতিয়া নকৈ গঢ়িছে। এতিয়া এন্টনীৰ মনৰ দুৱাৰত প্ৰচণ্ড আঘাত।

মেৰীয়ে এইবোৰ কথা বুজি নেপাব। তাইৰ চৌপাশৰ পৃথিৱীখনৰ লগত এইখন পৃথিৱীৰ একোতে মিল নাই। তাইক এইবোৰ কথা কৈয়ো লাভ নাই। তাইৰ জীৱনৰ উদ্দেশ্য হ'ল—ইট, ড্ৰিঙ্ক এণ্ড বি মেৰী।

এবা, সাগৰৰ পৰা ঘুৰি আহি তাৰ মেৰীৰ কথা খুব মনত পৰিছে। সেয়েহে তাৰ মনত অস্বস্তি। আন হাতেদি পিটাৰৰ কথাবোৰ সঁচা। "এইখন দেশৰ প্ৰতি মোৰ এটা কৰ্তব্য আছে। পিটাৰৰ কথাবোৰে মোৰ পুৰণি ইচ্ছাবোৰ সজীৱ কৰি তুলিছে।" এইটো ইচ্ছা পূৰ্বৰে পৰা আছিল বাবেই সি ইণ্ডিয়া লীগৰ কামত সময় খৰচ কৰিছিল। সি কৃষ্ণ মেনন আৰু ডক্টৰ সিংহৰ নিৰ্দেশ পালন কৰিছিল।

মই পিটাৰক কথা দিছোঁ......

কিন্তু তাৰ পাছত? সিফালে মেৰীৰ কি অৱস্থা হ'ব? এন্টনী, তাইকেতো তই কথা দি আহিছ! তাইক বিয়া কৰাই ইয়াত ৰাখিব পৰা নেযাব। তদুপৰি তাইৰ নিজৰো ইচ্ছা অনিচ্ছাৰ কথা এটা আছে। তোৰ কামক তায়ো জানো নিজৰ কাম বুলি ভাবিব?

হাতত বহুত কাম পৰি আছে। এনেবোৰ কামত ব্ৰতী হোৱা মানে বহুত বিপদ মূৰ পাতি লোৱা। তদুপৰি এইবোৰ কামত কঠোৰ পৰিশ্ৰমৰ প্ৰয়োজন। মুঠতে, নিজৰ দুখ নিজে মাতি অনাহে হ'ব।

মেৰী ইমান চিৰিয়াচ ছোৱালী নহয়। তাই শাইলাক ফুলৰ দৰে ধুনীয়া। গোলাপৰ পাহিৰ দৰে কোমল। তাই বিছনালৈ মতা মানে তীব্ৰ শীতত কোমল উম লগা কম্বল এখনৰ প্ৰলোভনহে। খুব আৰামৰ......

এন্টনীৰ অকস্মাতে চাৰুপমা দত্তলৈ মনত পৰিল। লগে লগে ৰবীন্দ্ৰনাথৰ 'গোৰা'ৰ সুচৰিতালৈকো। চাৰুপমা আধুনিক ইতিহাসৰ ছাত্ৰী। তাইৰ লগত তাৰ পৰিচয় হৈছিল অধ্যাপক সৰকাৰৰ ঘৰত। তাই আছিল মিঠাবৰণীয়া আৰু বেচ ওখপাখ। চকু-মুখ ধুনীয়া। শিল্পী সুবিমলে কৈছিল যে তাই সাক্ষাত ভুবনেশ্বৰৰ নিশা পাৰ্বতী। উজ্বল চকুযুৰিৰ দৃষ্টিও তীব্ৰ। ব্যৱহাৰ সুন্দৰ। ব্যক্তিত্বও আকৰ্ষণীয়। তাই ওচৰত থাকিলে হিয়া আনন্দেৰে নধৰা হয়। এবাৰ তাইক হাতত ধৰি তাৰ ক'বলৈ মন গৈছিল—তোমাক মই ভাল পাওঁ। তুমি মোৰ জীৱনসঙ্গিনী হ'ব লাগিব।

কিন্তু সেই কথা তাৰ কেতিয়াও কোৱা নহ'ল।

আম্মিৰ খুব ইচ্ছা, সুলতাৰ লগত তাৰ বিয়াখন হওক। সুলতা আম্মিৰ ভতিজা-ছোৱালী। চেহেৰা আম্মিৰ দৰেই। সোণাৰীয়ে গঢ়াৰ দৰে ৰূপ। আম্মিৰ পৰিয়ালৰ সকলোৰে ৰূপ এনেকুৱাই। মুখত সুনিপুণ খনিকৰৰ কাৰুকাৰ্য। পাণ এখিলাৰ দৰে মুখ। জাঁহি থকা চকু। কেঁচা সোণ যেন গাৰ ৰং।

সুলতা আম্মিৰ লগতে আছিল। তাই আম্মিক মা বুলি মাতিছিল। এন্টনীক দাদা বুলিছিল। সি তাইক নিজৰ ভনী যেন বুলি ভাবিছিল। বিয়া কৰোৱাৰ কথা তাৰ কেতিয়াও মনলৈ অহা নাছিল। কিন্তু আম্মিয়ে কথাটো গোপনে সাঁচি থৈছিল। তেওঁ এন্টনীক একেবাৰে জানিবলৈ দিয়া নাছিল। কেৱল বিলাতলৈ যোৱাৰ আগতে জাহাজৰ টিকটৰ দাম দিয়াৰ সময়ত ইঙ্গিত এটাহে দিছিল। আম্মিয়ে বাপেকৰ ঘৰৰ গহণা বেচি এই টকাখিনি যোগাৰ কৰিছিল। কৈছিল—টকাখিনি পিছে এটা চৰ্তহে দিলোঁ।

—কি চৰ্ত, আম্মি?

বিলাত পোৱাৰ পাছতহে আম্মিয়ে চিঠিত কথাটো লিখিছিল: তই ডাঙৰ

মানুহ হৈ দেশলৈ ঘূৰি আহিবি। এই আশা কৰিয়েই মই গহণা কেইপদ বেচিলোঁ। ঘূৰি আহি তই সুলতাক বিয়া কৰি সংসাৰ কৰিবি। তাকে দেখি মই শান্তিৰে মৰিব পাৰিম।

চিঠি পাই এন্টনীৰ মনত দাৰুণ অশান্তি। সি লিখিছিল: সুলতা মোৰ আপোন ভনীৰ দৰে। আম্মি, তুমি এইবোৰ কি কৈছা? মই নোৱাৰোঁ……

তাৰ পাছত আৰু চিঠি-পত্ৰ বন্ধ। এন্টনীয়ে বাৰে বাৰে লিখিও একো উত্তৰ নেপালে। সুলতালৈ লিখিও একে কথা হ'ল।

এন্টনী অসুখী হৈ পৰিল। আম্মি, তুমি কেনেকৈ ইমান কঠোৰ হ'লা? তুমি মোৰ আন এজনী মা। তোমাক ওচৰত নেপাই মোৰ কিমান কষ্ট হৈছে তুমি নেজানা। আৰু সুলতা, তয়ো মোক পাহৰিছ? তোৰ দাদাৰৰ মৰমখিনি তই তেনেই উলাই কৰিলি? আচৰিত!……

এন্টনীৰ চুচকুত পানী। সি বাৰান্দাত অস্থিৰ হৈ ঘূৰি ফুৰিছে। এতিয়া বিলাতৰ পৰাও কোনো চিঠি-পত্ৰ অহা নাই। অনেক দিন ধৰি সি কোনো খবৰ পোৱা নাই।

এন্টনীৰ অস্থিৰতা দিনে দিনে বাঢ়িছেহে। দুপৰীয়া অতিপাত ৰ'দ। আলিতো গাড়ী-ঘোঁৰাৰ ভীৰ নাই। খাবৰ সময় হৈছে। ভাতৰ হোটেলতো ভীৰ।

এন্টনী বীচ ৰোডেদি দক্ষিণে গৈ আছে।

পোর্টৰ পাছত হার্ডে মিলৰ গেষ্ট হাউচ। তাৰ পাছত সাগৰৰ পাৰত নিমখৰ অফিচ। অলপ দূৰৈত মাছৰ বজাৰ। কিন্তু আৰু তিনি ঘন্টামান পাছতহে বজাৰখন বহিব। নাওবোৰ এতিয়াও পাৰ পোৱাহি নাই।

বাওঁফালে নীলা সাগৰ। সাগৰত সৰু সৰু ঢৌবোৰে ফেন তুলিছে। সাগৰৰ পৰা মৃদু বতাহ বলিছে। ইয়াকে অনুভৱ কৰি কৰি এন্টনী গৈ আছে। তাৰ মনৰ ভিতৰত খুব টনা-আজোৰা। হাই কমিচনাৰৰ অফিচৰ চাকৰি। মেৰী। আম্মি……। লগে লগে সাগৰত বুৰ মাৰি মুকুতা তোলা মাছমৰীয়াবোৰ। পিটাৰৰ কর্তব্যবোধ……।

হঠাৎ তাৰ খিয়াল হ'ল। ওচৰতে নির্জন পার্কখন। এন্টনী পার্কত বহিল।

এই পার্কখন খুব ডাঙৰ হৈছে। মই ইমান দিন দেখাই নাছিলোঁ। গছ-গছনি বহুত। কিছুমান ফুল ফুলিছে। সৰুতে গাড়ীত উঠি ইয়ালৈ আহিছিলোঁ।

খুক, খুক, খুক। হাঁহিৰ বোল। যেন জলতৰঙ্গত মিঠা সুৰ।

এন্টনীয়ে অবাক হৈ ইফালে সিফালে চালে। এটা জোপোহাৰ আঁৰত এজনী পাট-গাভৰু তাৰ চকুত পৰিল। তাইৰ দুই আঙুলিৰ মাজত এটা জলি থকা চিগাৰেট। চিগাৰেটটো তাই হুপিবলৈ বিচাৰিছে। ওচৰত এটা ডেকা। সি তাইৰ পৰা চিগাৰেটটো কাঢ়ি লব খুজিছে। ডেকাটোক এন্টনীয়ে চিনি পাইছে। পিটাৰৰ নাৱৰ সেই বুধিয়ক নাৱৰীয়াটো। সিংগাৰায়ণ।

—খবৰ্দাৰ, কথা ভাল নহ'ব। ছোৱালীয়ে চিগাৰেট খাব নেপায়। চিগাৰেট ডাল দিয়া।

—কিয়? খালে কি হয়? ছোৱালীজনীয়ে হাঁহি হাঁহি সুধিছে।

—গোঁফ গজে। ছোৱালীৰ গোঁফ গজা ভাল জানো?

—ছিঃ ছিঃ। তাই মুখখন বিকটাই ক'লে—আমাৰ কলেজৰ ফিজিকেল ইন্সট্ৰাক্টৰেছ চিষ্টাৰ মাৰ্গাৰেটৰ গোঁফ আছে। তেওঁক দেখিলে মতা নে মাইকী ধৰিবই নোৱাৰিবা।

তাই আকৌ হাঁহিৰ ঢৌৰে খলকণি তুলিলে।

ইয়াৰ পৰা যোৱাই ভাল বুলি এন্টনীয়ে ভাবিলে। কিন্তু কিহবাৰ এটা আকৰ্ষণে তাৰ ভৰি দুখন অচল কৰি তুলিলে। সিহঁত দুয়োটা নিজৰ মাজতে ডুব গৈ আছে। সিহঁতে দুনিয়াৰ কাকো লক্ষ্য কৰা নাই। তথাপি......

মেৰীৰ লগত গাৰ্ডেন ক'র্টছিপৰ দিনবোৰৰ কথা এন্টনীয়ে ভাবিছে। মেৰীয়ে চুমা লৈছিল। ওচৰেদি হেজাৰ মানুহ পাৰ হৈ গ'লেও তাইৰ গাত হুঁচ নাছিল। তাই তাক সাপৰ দৰে মেৰিয়াই লৈছিল।

—তোমাক মই চিগাৰেট খাবলৈ নিদিওঁ। চিগাৰেট খোৱা ভাল নহয়।

ছোৱালীজনীয়ে চিগাৰেটটো দলিয়াই পেলাই ক'লে—ছিঃ, ইমান বেয়া গোন্ধায়!

—লক্ষ্মী জেন, মোৰ সোণ মইনা, চিগাৰেটটো হ'লে দামী। পাঁচ পইছা.....

—ধেৎ তেৰি! পাঁচ পইচাৰ কাৰণে ইমান কাকুতি-মিনতি!

সিংগাৰায়ণে এইবাৰ দুহাতেৰে জেনক সাবটি ধৰিলে। ঘনে ঘনে তাইক চুমা খালে; তাৰ বহল বুকুত ছোৱালীজনী লীন গ'ল।

এন্টনীৰ দৃশ্যটো বৰ ভাল লাগিছে। কোনোবা বিলাতী ফিল্মত দেখাহেঁতেন ইমান ভাল নেলাগিলহেঁতেন। এজনী কোমল বয়সৰ ছোৱালী। এটা তজ-বজীয়া ডেকা। লুকাই চুৰকৈ প্ৰেম কৰিছে। বৰ মধুৰ দৃশ্য। দুনিয়াত ইয়াতকৈ আনন্দৰ আৰু কি দৃশ্য থাকিব পাৰে? সিংগাৰায়ণৰ লগত এই ছোৱালীজনীৰ প্ৰেমৰ কথা হয়তো পিটাৰে জানে। ছোৱালীজনীক দেখি ডাঙৰ মানুহৰ ছোৱালী যেন্হে লাগিছে। চহৰৰ কোনোবা সম্ভ্ৰান্ত ঘৰৰ......

এন্টনীৰ মনত মেঘৰ ছাঁ। সন্দেহৰ মেঘ। ইহঁতৰ প্ৰেম জানো তিষ্ঠি থাকিব? ইয়াত ধনী আৰু দৰিদ্ৰৰ পাৰ্থক্য বহুত বেছি।

ছোৱালীজনীয়ে হাঁহি হাঁহি কৈছে—তুমি বেচ মজপুত ডেকা। সেই ৰাতি জুই কেনেকৈ নুমুৱালা? কথাটো তোমাৰ মুখতে শুনা যাওক।

—পেৰিয়াস্বামীয়ে ৰাতি বাৰটাৰ আগতে পাবগৈ লাগে বুলি হুকুম দিলে। আমি গাৰ সমগ্ৰ বল প্ৰয়োগ কৰি বঠা মাৰিবলৈ ধৰিলোঁ। কিন্তু খুব বতাহ

বলিছিল। নাও আগুৱাই নিবলৈ বৰ কষ্ট। মোৰ লগত আছিল গোমেচ, মাইকেল, মাথু আৰু নাদন। সেইখিনি ঠাই পাই দেখোঁ যে ইতিমধ্যে জুই জ্বলি আছে। আমি দৌৰি গ'লোঁ জুই নুমুৱাবলৈ। জুই লগোৱা মানুহটোৰ লগত বাটতে ভেটাভেটি হ'ল। মাইকেলে তাক ধৰিলে। তাক নাৱত কট্-কটীয়াকৈ বান্ধি থৈ আমি জুই নুমাবলৈ লৰ দিলোঁ। পেৰিয়ান্না আগতেই গ'ল। আমি নোযোৱাহেঁতেন ল'ৰা-ছোৱালী, বুঢ়া-বুঢ়ী সকলোকে জুয়ে পুৰি মৰিলেহেঁতেন। কাৰোবাৰ কাৰোবাৰ হুঁচকে অহা নাছিল। সকলো লাল-কাল টোপনিত। আমি সিহঁতক জগালোঁগৈ। তাৰ পাছত জুইৰ ওপৰত পাঁচিয়ে পাঁচিয়ে বালি। সিফালে হুলস্থুল, হায়ৈ-বিয়ৈ। জুই নুমাই নাও পালোঁহি। সেই জুই লগোৱা মানুহটোক এসেকা দিলোঁহি। তাৰ হাত-ভৰি কট্‌কটীয়াকৈ বান্ধি তাক পানীত পেলাই দিলোঁ। বেচেৰাৰ পানী খাই তেনেই আধা-মৰা অৱস্থা। সি উপায় নেপাই সৈ কাঢ়িলে। তাক জেঠী যেন লগা সেই লোবো বোলাটোৱে পঠাইছিল। মানুহটো কাৰ্দোজাহঁতৰ নাৱৰীয়া। শেষত তাক মাৰি পেলাওঁ বুলি সি কান্দিবলৈ ধৰিছিল। পেৰিয়ান্নাৰ দয়া হ'ল। ক'লে—ডুখীয়া মানুহ দেহি! এৰি দে। তাৰপৰা চব লিখাই ল। তাৰ পাছতহে এৰি দে।

অলপ বৈ সিংগাৰায়ণে ক'লে—মোৰ এটা কথাত বৰ আচৰিত লাগে।

—কি কথাত? ইমান পৰ জেনে তলমুকৈ শুনি আছিল। এইবাৰ মুখ তুলি চালে।

—আমাৰ পেৰিয়ান্নাই খবৰটো পালে কেনেকৈ?

—মোৰ পৰা……। জেনে তাৰ ফালে চাই এটা তৃপ্তিৰ হাঁহি মাৰিলে।

—তোমাৰ পৰা? সিংগাৰায়ণ আৰু আচৰিত হ'ল।

—মৱেই, মহাশয়, স্বয়ং এইজনী ছোৱালীয়েই। বুইছা? মৱেই পোন প্ৰথমে এই ষড়যন্ত্ৰৰ কথা চোফায়াক জনাওঁ।

এনেকৈ আৰম্ভ কৰি তাই গোটেই কাহিনীটো কৈ পেলালে। এন্টনীয়ে তাই কোৱা প্ৰতিটো শব্দ স্পষ্টকৈ শুনিলে।

ডেকাটোৱে আকৌ ছোৱালীজনীক মৰমেৰে আকোঁৱালি ল'লে। সিহঁত দুটা এতিয়া এটা হৈ গ'ল। সিহঁত এনে অৱস্থাত থাকি স্বৰ্গীয় সুখ লাভ কৰা সময়খিনিৰ ভিতৰতে এন্টনী তাৰপৰা আঁতৰি গ'ল।

চিন্তাৰ চোফায়া! এন্টনীৰ মগজত নামটো ঘূৰি থাকিবলৈ ধৰিলে। এই চিন্তাৰজনী কোন? তাইৰ লগত পিটাৰৰ কি সম্বন্ধ?

এন্টনী বীচ ৰোডেদি উভতি আহিল। তাৰ আবেলি বজাৰত পিটাৰক লগ পোৱাৰ বৰ ইচ্ছা হ'ল। কিন্তু এতিয়াও নাওবোৰ পাৰ পাবলৈ বহুত সময় বাকী। দূৰৈত দেখা নাওবোৰৰ ভিতৰত এখনো পিটাৰৰ নাও নহয়।

ঘৰমুৱা হৈ এন্টনীয়ে দেখিলে যে কার্দোজা ব্রাদার্চৰ অফিচৰ আগত এতিয়া ভীৰ হোৱা নাই। ফুটপাথত থিয় দি এটা মানুহে জোৱাকিম মাচাদোৰ লগত হাত-ভৰি এচাৰি কথা পাতি আছে। তাকে চাই চাই এন্টনী পাৰ হ'ল।

বীচ ৰোডত ভীৰ। কুদৰৈভাণ্ডি। কেৰেচ কেৰেচ শব্দ কৰিছে মাল বোঝাই কৰা মাড়ুভাণ্ডিবোৰে। কুলি-মজদুৰৰ দলৰ কলৰব। ৰাস্তাত ভীৰ। ফুটপাথতো ভীৰ।

এন্টনীয়ে এইবোৰ পাৰ হৈ চিধা ঘৰলৈ আহিছে। মনটো ডাকৰ চিঠি থৈ দিয়া বাকচটোত। আবেলি ডাক অহাৰ সময় হৈছে। গলিৰ মূৰতে ডাকঘৰৰ পিয়নটোক এন্টনীয়ে দেখা পালে। সি দুখন চিঠি এন্টনীক দিলে।

এন্টনীয়ে দেখিয়েই বিলাতৰ চিঠি বুলি ধৰিব পাৰিলে। কিন্তু এখন চিঠিও মেৰীৰ নহয়! এন্টনীৰ মনটো মৰি গ'ল। ঘৰলৈ গৈ সি চিঠি দুখন খুলিলেগৈ।

এখন চিঠি ড° সিন্‌হাৰ। জিঞ্জাৰ পাখি যেন কাকতত টাইপ কৰা। পাঁচ পাত। সি চিঠিখন পঢ়ি গ'ল।

এনেকৈ আৰম্ভ কৰিছে—হাই কমিচনাৰৰ পৰা তোমাৰ ঠিকনাটো লৈ চিঠিখন লিখিছোঁ। বিষয়টো জৰুৰী। তোমাৰ জনা দৰ্কাৰ......।

তাৰ পাছত জীপ স্কেণ্ডেলৰ আচল খবৰবোৰ। বৃদ্ধ কৃষ্ণ মেননক অপমান কৰাৰ বাবে ড° সিন্‌হাৰ বৰ উদ্বেগ......।

1948 চনত কাশ্মীৰ আৰু হায়দ্ৰাবাদত মিলিটেৰী অপাৰেচন। তাৰ বাবে জীপৰ প্ৰয়োজন। কেৱল হায়দ্ৰাবাদতে দুহেজাৰতকৈ বেছি। লণ্ডনস্থ হাই কমিচনাৰলৈ জৰুৰী তাৰবাৰ্তা। ভাৰত চৰকাৰৰ। বিষয়টো অতি জৰুৰী। বিলাতৰ পৰা অতি শীঘ্ৰে জীপ যোগাৰ কৰা হওক......

আদিৰে পৰা কৃষ্ণ মেননৰ বুৰোক্ৰেচিৰ ওপৰত খং। 'থ্ৰু প্ৰপাৰ চেনেল'ৰ প্ৰতি তেওঁৰ দাৰুণ বিতৃষ্ণা। ইয়াতেই হয় ৰেড্ টেপিজিমৰ জন্ম। খবৰ পায়েই তেওঁ নিজে খোজ-খবৰ কৰাত লাগি গ'ল। ই. এইচ. পৰ্টাৰ নামে এজন ইংৰাজ ভদ্ৰলোকে এটা কোম্পানী আৰম্ভ কৰিছে। কৃষ্ণ মেননে পৰ্টাৰৰ লগত কথা পাতিলে। জীপৰ যোগান ধৰিবলৈ পৰ্টাৰ ৰাজী হ'ল। জীপবোৰ আছিল যোৱা মহাযুদ্ধৰ সময়ৰ। ৰি-কণ্ডিচণ্ড কৰি পঠিয়াব লাগে। গতিকে অলপ আগধনৰ দৰ্কাৰ। লগত স্পেয়াৰ পাৰ্টচো থাকিব। সেই অনুক্ৰমে আগষ্টত একাশী হেজাৰ পাউণ্ড আগধন হিছাপে দিয়া হ'ল। মেননে কন্‌ট্ৰেক্টত চহী কৰিলে।

পুৰণি জীপবোৰ আছিল ইটালীত। পৰ্টাৰে নিজেই পুৰণি জীপবোৰৰ ইন্সপেক্‌চনৰ দিহা কৰি দিলে। এতিয়া শুনা গৈছে যে ইন্সপেক্‌চন কৰা এজেন্টটো বৰ বেয়া মানুহ আছিল।

বছৰ শেষ হোৱাত কন্‌ট্ৰেক্ট অনুসৰি আৰু কিছু আগধন দিয়া হ'ল। মুঠতে

একলাখ বাসত্তৰ হেজাৰ পাউণ্ড দিয়া হ'ল। 1949 চনৰ মাৰ্চত জাহাজেৰে আহি এশ পঞ্চাছখন জীপ হাজিৰ হ'লহি।

প্ৰতিৰক্ষা মন্ত্ৰণালয়ৰ ইন্সপেক্‌চন। লগে লগে প্ৰতিখন জীপেই কন্‌ডেম্‌ন্‌ড। এই মাল একেবাৰে অচল। প্ৰতিৰক্ষা মন্ত্ৰণালয়ৰ মত। চুক্তি মতে স্পেয়াৰ পাৰ্টচ্‌ দিয়াৰ কথা। কিন্তু নিদিলে। প্ৰতিৰক্ষা মন্ত্ৰণালয়ে ক্ৰোধান্বিত হৈ সকলো অৰ্ডাৰ বাতিল কৰি পেলালে। ভাৰত চৰকাৰৰ লোকচান হ'ল একলাখ তিয়াল্লিছ হেজাৰ এশ বাষষ্টি পাউণ্ডৰ। দায়ী হ'ল লণ্ডনৰ হাই কমিচনাৰ কৃষ্ণ মেনন। দিল্লীৰ লোকসভাত কথাটো এনেভাৱেই উত্থাপিত হ'ল। ফৰোৱাৰ্ড ব্লকৰ শৰৎচন্দ্ৰ বসুৱে হুলস্থূল লগালে। ইয়াৰ পিছত আছিল কংগ্ৰেছৰ সোঁ-পন্থী দলটো।

ভাৰতৰ ৰাজনীতিত কৃষ্ণ মেনন এটা দুঃসাহসিক চৰিত্ৰ। তেওঁ অদমনীয় ব্যক্তি। তেওঁৰ একমাত্ৰ লক্ষ্য ভাৰতৰ স্বাধীনতা আৰু ঔপনিবেশিকতাৰ মৃত্যু। দেউতাকৰ ইচ্ছা আছিল সন্তানক বেৰিষ্টাৰ কৰা। ধন উপাৰ্জনৰ অভিপ্ৰায়। পুতেকক এটা মনি-মেকিং মেছিন কৰা। ফলত দেউতাকৰ লগত সম্পৰ্ক ছেদ। আনকি দেশৰ লগতো। এনী বেচান্তে দিয়া টকা লৈ তেওঁ 1924 চনৰ জুনত বোম্বে এৰিছিল আৰু দেশৰ মাটিত ভৰি দিছিল 1932 চনতহে। ইণ্ডিয়া লীগৰ প্ৰতিনিধি হিছাবে। বৃটিছ অপকীৰ্তিৰ এন্‌কোৱাৰী মিছনৰ ডেলিগেট হিছাপেও। লগত মণিকা হোৱেট্‌লি, এলেন উইল্‌কিন্‌চন, লিওনাৰ্ড মেটাৰ্চ। সকলোৱেই বৃটিছ পাৰ্লিয়ামেণ্টৰ সদস্য। ভাৰতৰ স্বাধীনতাৰ সপক্ষে তেওঁলোকে প্ৰচুৰ জনমত সৃষ্টি কৰিছিল। তেওঁলোকে এটা চিগাৰেট নেখায়, এটোপাল মদ নেখায়। বিলাসিতা নকৰে। নাৰীৰ প্ৰতি অনাসক্তি। বিশুদ্ধ নিৰামিষাহাৰী। মেনন এটা ভয়ঙ্কৰ চৰিত্ৰ। দেশবিদেশৰ স্বাৰ্থপৰ ৰাজনীতিকসকলে তেওঁক ভয় কৰে, আৰু বেয়া পায়। তেওঁ পণ্ডিত নেহেৰুৰ বাহিৰে কালৈকো কেৰেপ নকৰে।

তেওঁৰ চাৰিওফালে শত্ৰু। সেয়েহে দিল্লীৰ সংসদত হুলস্থূল। সোঁ-পন্থী কংগ্ৰেছীসকল খুব তৎপৰ হৈ পৰিছে। পণ্ডিত নেহেৰুৱে তেওঁলোকক চম্ভালিব পৰা নাই।

ডক্টৰ সিনহাই লিখিছে—মেননৰ সকলো দোষ নহয়। তেওঁ প্ৰতিৰক্ষা মন্ত্ৰণালয়ৰ উপদেষ্টাৰ কথামতেহে চুক্তিপত্ৰত চহী কৰিছিল। এই উপদেষ্টাজন তেতিয়া লণ্ডনতে আছিল। তেওঁ উপস্থিত থকা আলোচনাখনৰ শেষতহে মেননে চহী দিছিল। ডক্টৰ সিন্‌হাৰ মতে, সমস্ত ঘটনাটোৰ আঁৰত আছিল ভাৰতৰ কেইজনমান ডাঙৰ শিল্পপতি। তেওঁলোকক প্ৰতিৰক্ষা মন্ত্ৰণালয়ৰ কেইজনমান উচ্চপদস্থ বিষয়াই সহায় কৰিছিল। তেওঁলোকৰ অভিপ্ৰায় আছিল আন ঠাইৰ পৰা জীপ অনোৱা। তেতিয়াহে তেওঁলোকে লাভৰ ভাগ এটা ল'ব পাৰিব।

—বঢ়িয়া। পিছে মই এইবোৰ বুজি নেপাওঁ। এণ্টনীয়ে ক'লে।

হঠাৎ মাষ্টৰৰ যুবতীক চকুত পৰিল। আজি-কালি মাষ্টৰে চকুৰে ভালকৈ নেদেখে। তথাপি তেওঁ আচৰিত হ'ল। যুৱতী উঠি আহিল। মাষ্টৰক প্ৰণাম কৰিলে। আঠু কাঢ়ি ক'লে—মই কমলা।

পিটাৰে আগুৱাই আহি ক'লে—এখেত আমাৰ ইয়াৰ ছোৱালী স্কুলৰ হেড্ মিষ্ট্ৰেছ। মিচ কমল···। আমাৰ লগতেই অহাৰ কথা আছিল।

পিটাৰে কমলাক সুধিলে—ইমান দেৰি হ'ল কিয় ?

যুৱতীয়ে কলে—আগতে চেক্ৰেটেৰীৰ ঘৰলৈ গৈছিলোঁ। তেখেতে মাতি পঠিয়াইছিল। তাত অলপ সময় গ'ল। তদুপৰি আঢ়ৈটাৰ বাচখন ধৰিব নোৱাৰিলোঁ।

পিটাৰে ক'লে—অহা দেওবাৰে ভেঙ্কি আয়াৰৰ ষাঠি বছৰ পূৰ্ণ হোৱাৰ উৎসৱ। অৱশ্যে তেখেতৰ ষাঠি বছৰ শনিবাৰেই পূৰ্ণ হ'ল। হেড্ মিষ্ট্ৰেছে তেখেতৰ উপস্থিতিত এই উপলক্ষ্যে এটা ফাংচন কৰিবলৈ ইচ্ছা কৰিছে। হেড্ মিষ্ট্ৰেছৰ ইচ্ছা, আপুনি যেন তালৈ খন্তেক গৈ সকলোৰে আশা পূৰণ কৰে।

যুৱতীয়ে লাহে লাহে ক'লে -লগত আপোনাৰ বীণা। আপুনি খুব ভাল বজায়।

কথা কেইটা মাষ্টৰৰ কাণত নপৰিল যেন লাগিল। তেওঁ অন্যমনস্ক। যুৱতীয়ে ক'লে—তেনেহলে সেইদিনা আপোনাক আমি লৈ যামহি। মাষ্টৰে একো নেমাতিলে। পিটাৰে ক'লে—তেনেহলে আহিলোঁ। মাষ্টৰে কোনো মতে কওঁ-নকওঁকৈ ক'লে—বাৰু।

মাষ্টৰক সকলোৱে প্ৰণাম কৰি গুচি গ'ল। আধা এন্ধাৰ আধা পোহৰত মাষ্টৰ তেনেই অকলশৰীয়া হ'ল। আগিয়ে এতিয়ালৈকে চাকি জলোৱাহি নাই। পোহৰৰ প্ৰয়োজন·· ···

ৰত্না। পঁচিশ বছৰৰ আগৰ সেই ৰত্না। দুজনী ছোৱালী কি হুবহু একে হ'ব পাৰে ? আচৰিত কথা ! সেই জলটলমল চকু। চেলাউঁৰিৰ তলভাগ মঙহাল। নাকৰ পাহি দুটা সৰু। সেই নাকত নাকফুলি। ৰসাল ওঁঠ। মুখখন সাইলাখ একে। কেৱল গাৰ ৰঙহে ৰত্নাৰ দৰে নহয়। মিঠাবৰণীয়া। তথাপি তাইক দেখিলে ৰত্নালৈ বৰ মনত পৰে। এই ছোৱালীজনী তেনেহলে কোন ?

পোনতে দেখিয়েই মাষ্টৰে পঁচিছ বছৰৰ আগৰ ৰত্না বুলি ভুল কৰিছিল।

মাষ্টৰৰ অন্তৰত বেদনাৰ ঢৌ। মাষ্টৰে এনেকৈ এখনৰ পাছত এখন ছবি চাই আছে। ·····

আনিমাস[1]। মেলটুৰ গাঁৱত হুলস্থুল। শ্ৰীনৰসিংহৰ জয়ন্তী উৎসৱ উপলক্ষে ভাগৱত মেলা। গাঁৱৰ দেৱতা ৰৰদাৰাজস্বামী। তেখেতৰ মন্দিৰটো সিমান সৰু নহয়। মন্দিৰৰ সমুখত এশ ফুট দীঘল মণ্ডপ। মন্দিৰৰ চালখন তাল-পাতেৰে সজা।

মেলাৰ ইতিহাস তিনি শ বছৰীয়া। সোতৰ শতিকাত মেলটুৰ গাঁওখন তাঞ্জাবুৰৰ ৰজা অচ্যুতাপ্পা নায়কে পাঁচ শ বামুণক দান কৰে। উদ্দেশ্য আছিল ললিত কলাৰ চৰ্চাত উৎসাহ দিয়া। তেতিয়াৰ পৰাই ভাগৱত মেলাৰ আৰম্ভ।

ৰৰদাৰাজস্বামী এতিয়া গৰ্ভগৃহ এৰি বাহিৰলৈ আহিল। বাহিৰৰ হলত তেখেতৰ সিংহাসন। সিংহাসনৰ আগত মণ্ডপ। মণ্ডপ পাৰ হোৱাৰ পাছতে ৰঙ্গমঞ্চ। ৰৰদাৰাজস্বামীৰ সাজ-পোছাক ৰজা-মহাৰজাৰ। সোণ, ৰূপ, হীৰা আৰু মুকুতাৰ গহনা পিন্ধিছে। ভিঙিত ফুলৰ মালা।

মণ্ডপত বহুত মানুহ। এফালে পুৰুষ, এফালে মহিলা। মহিলাসকলৰ খোপাৰ ফুলৰ সুবাসৰ বাহিৰেও তাত মন্দিৰৰ ধূপ, অগৰু আৰু চন্দনৰ গোন্ধ।

আনিমাসৰ গেলা গৰমটোও মানুহে গণ্য কৰা নাই। ওচৰৰ পঁচিছ ত্ৰিশখন গাঁৱৰ পৰা মানুহ আহিছে। দক্ষিণৰ দূৰ অঞ্চলৰ পৰাও মানুহ আহিছে। বেছি ভাগেই কলাৰসিক। বাদক, গায়ক আৰু নৃত্যশিল্পীৰ দল। তেওঁলোকে গোটেই বছৰটো মেলাটুৰ ভাগৱত মেলাৰ এই দিনটোলৈ আশাৰে বাট চাই থাকে।

আজি মঞ্চত নৃত্য-নাট্যৰ অভিনয়। অভিনয় সীতাকল্যাণমৰ। এই ফালৰ এজন বিখ্যাত নাট্যকাৰ গোপালকৃষ্ণ শাস্ত্ৰীৰ ৰচনা। মঞ্চত বহুত তেলৰ চাকি। ৰামস্বামীৰ মন্দিৰতো। মঞ্চৰ পৰা মন্দিৰলৈকে পোহৰৰ লীলাখেলা।

ৰাতি দহটা। ইমান পৰে আৰতি শেষ হৈছে। আজিয়েই ৰামন প্ৰথম বাৰ মঞ্চত নামিব। গুৰু নটেছন আয়াৰ মঞ্চৰ পিছ ফালে। তেওঁ শিষ্যক নিজ হাতেৰে সজাইছে। ৰামনে গুৰুক সাষ্টাঙ্গে প্ৰণিপাত জনাইছে। আনেও গুৰুক শ্ৰদ্ধা সহকাৰে প্ৰণাম কৰিছে। গুৰুৱে আশীৰ্বাদ দিছে। নটেছন আয়াৰ মঞ্চৰ আগ শাৰীত বহিছে। তেখেতৰ ওচৰত বিখ্যাত শিল্পীসকল।

1 আনিমাস—জেঠ মাহ।

ৰামন আজি ৰামৰ ভূমিকাত। এটা ডেকা ল'ৰা সীতা হৈছে। সিও নটেছন আন্নাৰৰ শিষ্য। দশৰথ, জনক, বিশ্বামিত্ৰ আদিৰ ভূমিকাতো ডাঙৰ ডাঙৰ অভিনেতা।

এইখন গাঁৱত বছৰে বছৰে এনেকৈ নাট্যাভিনয় হয়। এইটো এটা পুৰণিকলীয়া নিয়ম। নাটক মঞ্চস্থ হয় বিশুদ্ধ মাৰ্গনৃত্য পদ্ধতিত আৰু ভৰতৰ নাট্যশাস্ত্ৰৰ নিয়ম অনুসৰি। ভৰতৰ নাট্যশাস্ত্ৰৰ নিয়ম অনুসৰিহে মঞ্চটোও নিৰ্মাণ কৰা হয়। নৃত্যগুৰু নটেছন আন্নাৰে ঐতিহ্যৰ এই ধাৰাটো এতিয়ালৈকে ধৰি ৰাখিছে।

মঞ্চত সকলোৰে আগতে কোণাঙ্গী অৰ্থাৎ বহুৰা। সি অদ্ভুত পোছাক পিন্ধিছে। দেখিলেই হাঁহি উঠে। সি হাঁহি উঠা কথা কয়। এতিয়া কৈছে— তোমালোকে মনে মনে থাকি সীতাৰ বিয়া চোৱা। গোলমাল কৰিলে শাহুবোৰে সুদায়ে নেৰিব। ল'ৰা-ছোৱালীবোৰে চিঞৰ-বাখৰ কৰিলে কাইলৈ ৰাতিপুৱাই সিহঁত গাহৰি হ'ব।......

মঞ্চৰ পিছফালে পোহৰ কম। তাত বৈতালিকৰ দল। তেওঁলোকে দেৱতাৰ স্তুতি গাইছে। লগত বীণা। সঙ্গতত ঘটবাদ্যম আৰু পক্কবাদ্যম। ৰাগ শংকৰাভৰণম......। দৰ্শক মন্ত্ৰমুগ্ধ। ৰামৰ ৰাজসভাৰ বৰ্ণনা কৰি গীত গাইছে বিখ্যাত গায়কসকলে।

মঞ্চত এইবাৰ গণেশ। হাতীৰ মুখা পিন্ধা এটা ল'ৰা। সেইখন গাঁৱৰে। সি অলপ পৰ নাচি শুঁড়ডাল নচুৱাই দৰ্শকক আশীৰ্বাদ কৰিলে। অভিনয় যাতে সফল হয় তাৰ বাবেও সি ভগৱন্তক খাটিলে। কুমলীয়া মাতটোৰে স্পষ্টকৈ সংস্কৃত স্বস্তিবচন উচ্চাৰণ কৰিলে।

এইবাৰ পাত্ৰৰ প্ৰবেশ। দুজন মানুহে দুমূৰে পৰ্দা এখন দাঙি ধৰিলে। পাত্ৰসকলে এজন এজনকৈ প্ৰবেশ কৰিলে। তেওঁলোক পিছফালে থিয় দিলেগৈ। বৈতালিকৰ গানত পাত্ৰসকলৰ বৰ্ণনা। এটা সময়ত পৰ্দাখন আঁতৰি গ'ল। পাত্ৰসকলৰ এজন নাচি নাচি আগুৱাই আহিল। আচল অভিনয় আৰম্ভ হ'ল।

পিছফালে বিশুদ্ধ কানাড়ী ৰাগ-ৰাগিণীৰ অবিৰাম সোঁত বৈছে। তাৰ মাজতে পাত্ৰ-পাত্ৰীৰ কথাবতৰা, সকলো ধৰণৰ ভাৱৰ ব্যঞ্জনা। পাত্ৰ-পাত্ৰীৰ অভিনয়ত কৰণ আৰু অঙ্গহাৰৰ প্ৰয়োগ। নানাধৰণৰ মুদ্ৰা-বৰ্ণনা অনুযায়ী নানা ভাৱৰ ব্যঞ্জনা। হৰধনু ভঙা আৰু সীতাৰ বিয়া।

মণ্ডপত কাঁহ পৰি জীণ যোৱা অৱস্থা। ৰসৰ নদীত ভৰা জোৱাৰ। এই জোৱাৰত সকলো উটিছে। ঘন্টাবোৰ মিনিটৰ দৰে পাৰ হৈছে।

মঞ্চৰ পৰা ৰামনে তিৰোতাসকল বহাৰ ফালে চালে। তৃতীয় শাৰীত ৰত্নাম্মাল বহি আছে। শান্ত দুটা চকু। তাই ৰামনৰ ফালে নিবিষ্ট মনে চাই আছে।

তেওঁৰ অভিনয়ৰ মাজতে বুকুত বিদ্যুৎ-স্পৰ্শ। লগে লগে কৰণত ভুল, তালত ভুল। অৱশ্যে অলপহে ভুল। সামান্য ভুলখিনি ততালিকে শুধৰাই লৈ তেওঁ গানৰ লগত তাল মিলাব পাৰিছে।

চিদাম্বৰমৰ নাৰায়ণ শাস্ত্ৰীক তেওঁ নিজে গৈ নিমন্ত্ৰণ কৰি আহিছিল। নটেছন আয়াৰে বিশেষ অনুৰোধ কৰি মাতিছে বুলিও কৈছিল। শাস্ত্ৰীয়ে কৈছিল—মোৰ বয়স হৈছে। এতিয়া আৰু ৰাতি টোপনি খতি কৰিব নোৱাৰোঁ। তথাপি নটেছনে মোৰ চকুৰে চাওক, মোক জানিবলৈ চেষ্টা কৰক। তেওঁ কলাৰসিক। তেওঁক আশীৰ্বাদ কৰিছোঁ।

শাস্ত্ৰী নাহিব বুলি ৰামনে জানিছিল। কিন্তু ৰত্না আহিব বুলি তেওঁ কল্পনাই কৰিব পৰা নাছিল।

মঞ্চত গোৱা হৈছে নবৰস কানাড়াত নায়ক ৰামৰ নবৰসমূৰ্তি। "শৃঙ্গাৰ ক্ষিতিনন্দিনী বিহৰণে......" ৰামনৰ চকুৰ আগত ৰত্নাৰ সেই মন ব্যাকুল কৰা শৃঙ্গাৰ মূৰ্তি। সীতাক বুকুত সুমুৱাই লৈছে। ওঁঠত ওঁঠ মিলি গৈছে। সীতাৰ নিটোল বুকুৰ ওপৰত ৰামৰ হাত। ৰামনে নাচি শিয়ঁৰি উঠিছে। তেনেধৰণৰ অভিনয়......। সেই ভাবটো তাৰ নাহিল। এবাৰ, দুবাৰ, তিনিবাৰ—শৃঙ্গাৰ ক্ষিত্রিনন্দিনী বিহৰণে......

নহ'ল, নহ'ল। তাত ভিতৰৰ ভাবটো ফুটি নুঠিল। দৰ্শকৰ শাৰীত বহি থকা নটেছনৰ চেলাউৰি গৈ কপালত উঠিলগৈ। ৰামন ঘামিবলৈ ধৰিলে।

বৈতালিকসকলে পাছৰ পদটো গাইছে—কাৰুণ্যং বলিভোজনে..... তাকে শুনি ৰামনে কাৰুণ্য প্ৰকাশ কৰিলে—খুব সফলতাৰে।

ৰাতি তিনিটা বজাত অভিনয় শেষ হ'ল। গুৰু নটেছনে ৰামনক ক'লে—মই যিমান শিকাব লাগে সিমানখিনি তোমাক শিকালোঁ। তুমিও বহু কষ্ট কৰি শিক্ষা লৈছা। অনেক পৰিশ্ৰম কৰিছা। কিন্তু মনৰ ভাবটো হ'ল ভিতৰৰ বস্তু। এই ভাব আপোন-আপুনি আহে। আহে ৰসচৰ্চাৰ যোগেদি। মোৰ পৰামৰ্শ হ'ল, তুমি সোনকালে বিয়া কৰোৱা। তোমাৰ স্ত্ৰী যেন ৰসিকা হয়। তাকে নকৰিলে মোৰ বোধেৰে তুমি ভাববোৰ সঠিকভাৱে ফুটাই তুলিব নোৱাৰিবা।

ৰামন তলমূৰে ৰ'ল।

পাছদিনা ৰাতিও মঞ্চ আৰু মণ্ডপ একেটাই। বৰদাৰাজস্বামী সিংহাসনত। তেওঁৰ সমুখত নাটমঞ্চটো। নাচ চলিছে। সাদিৰ নৃত্য। শিল্পী মাথোন এগৰাকী; নাৰায়ণ শাস্ত্ৰীৰ নাতিনী ৰুক্মিণী আম্মালৰ কন্যা ৰত্নাম্মাল। দৰ্শকৰ আগশাৰীত নটেছুন আয়াৰ। ওচৰত ৰামন। মণ্ডপ দৰ্শকেৰে পৰিপূৰ্ণ।

মঞ্চত পৰ্দা। দুমূৰে দুটা মানুহে ধৰি পৰ্দাখন থিয়কৈ ৰাখিছে। একেবাৰে পিছত গায়ন-বায়নৰ দল। বেহালা, বীণা, ঘটবাদ্যম্ আৰু পক্কবাদ্যম। এজনী আদবয়সীয়া মাইকী মানুহে গাইছে। মানুহজনী লোদোৰ-পোদোৰ। তাই মহীশূৰ চিল্কৰ বেঙুনীয়া শাড়ী এখন পিন্ধিছে। হীৰাৰ কাণফুলো পিন্ধিছে। ক'লা চুলি। দীঘল বেণী। বেণীত ফুলৰ মালা। তাইৰ নাম পুষ্পম। বৰদাৰাজ-স্বামীৰ দাসী; দেৱদাসী।

গান আৰম্ভ। পুষ্পমে গাইছে থেবৰ থিৰুজ্ঞান সমুন্দৰৰ পদ—"বেয়ুৰু তোড়িপঙ্গন বিড়মুণ্ডকন্দন মিগ নল্ল বিঘবৈ তড়বি।" বেলাহাৰি ৰাগত। মিশ্ৰ তালত। আল্লাৰিপ্পু। নাচৰ দেৱতাৰ বন্দনা। নাচৰ আৰম্ভণিতে আলাপ। গানৰ আলাপৰ দৰে।

মানুহ দুটাই পৰ্দাখন গুচাই দিলে। প্ৰদীপৰ আলোকত হীৰা জকমকাইছে। শিল্পীয়ে কোনো দেৱতাক প্ৰণাম কৰিছে। হাত দুখন যেন আলোকৰ লতাহে। এই দুখন হাতেৰে তাই ৰাইজকো প্ৰণাম জনাইছে। তাই তলমূৰৈ আছে। সেওতাত সেন্দুৰ। বেণীত ফুলৰ মালা।

গানৰ লগে লগে শিল্পী লাহে লাহে থিয় হৈছে। আকাশৰ কোলাত সূৰ্য। পোনতে শৰীৰৰ আগ ভাগ। আৱতিৰ ভঙ্গীত হাতযোৰ। তাৰ পাছত দেখা গৈছে কঁকালটো, কৰঙন, ভৰি, গোটেই শৰীৰটো ......। তাইৰ শৰীৰটো যেন পোহৰেৰেহে নিৰ্মিত। দেখিলে তবধ মানিব লাগে। জৰ্দা ৰঙৰ কাঞ্জিভৰম চিল্কৰ শাড়ী। পাৰি কেইটা সোণালী। কঁকালত মেখলা। পেট আৰু বুকুৰ কিছু অংশ খোলা। বুকুত কাঁচুলী। ইয়ো জৰ্দা ৰঙৰ।

যাক এদিন কাবেৰীৰ পাৰত সূৰ্য বুলি ভুল হৈছিল সেই মায়াবিনীয়েই এতিয়া ৰামনৰ সমুখত। কান্ধ আৰু ডিঙি ৰাজহাঁহৰ দৰে পোন। পকা গোলাপ জামুৰ দৰে মুখত প্ৰসাধন। শান্ত হেলনীয়া চকুযুৰিত কাজল। নাকত হীৰাৰ নাকফুলি।

কাণতো হীৰাৰ কাণফুলি। হাত আৰু ভৰিৰ তলুৱাত মেহেন্দিৰ বোল ভৰিত নূপুৰ। সকলো মিলি এটা অপূৰ্ব দৃশ্য। তাই সাক্ষাৎ অপ্সৰা।

আল্লাৰিপুৰ আলাপনৰ লগত মৃদু তালত নাচ। এটা দুটা সাধাৰণ মুদ্ৰা। মুখ-চকুত ভঙ্গী। ভঙ্গী আৰাধনাৰ।

পুষ্পমে বৰ ভাল গাইছে। কণ্ঠত ভক্তিৰস। তাই মন-প্ৰাণ সঁপি দি শিব-বন্দনা গাইছে। লগে লগে ৰত্নাৰ মুদ্ৰাত ফুটি উঠিছে হিমালয়ৰ মূৰ্তি। মূৰত জটা। জটাৰ পৰা গঙ্গাৰ ধাৰা নামিছে। হাতৰ মুদ্ৰাৰ কঁপনিত গঙ্গাৰ তৰঙ্গৰ গতি। গঙ্গাৰ কুলুকুলু ধ্বনিও পৰিষ্কাৰ। কপালত অৰ্ধচন্দ্ৰ। যোগীশ্বৰ শিব। ধ্যানমগ্ন। মূৰৰ ওপৰত চন্দ্ৰ, সূৰ্য আৰু গ্ৰহ-নক্ষত্ৰেৰে ভৰা এখন ফুলাম আকাশ।

কোদণ্ডৰ কল্পনাই সীমা চেৰাই গৈছে। সমুখত এজোপা ফলফুলে ভৰা কনক-চম্পাইহে যেন নাচিছে। তালে তালে, ছন্দে ছন্দে নাচৰ নিচা এতিয়া তেওঁৰ স্নায়ুতন্ত্ৰত। পদৰ শেষ চৰণটো তেওঁৰ কাণত পৰিছে। আবৈ নল্ল নল্ল, আডিয়াৰবকু˝ মিগবে। পদটো বাৰে বাৰে গোৱা হৈছে। আবৈ নল্ল নল্ল—সুন্দৰ, সুন্দৰ, পৰম সুন্দৰ......

কোনোবাই ওচৰৰ পৰা ক'লে—চমৎকাৰ! বাঃ বাঃ! লগে লগে এজনে ধমকি দি ক'লে—অই ল'ৰা, মনে মনে থাক। আগতে শব্দম, বৰ্ণম চাই লওঁ। অভিনয় হ'ল ভাৰত-নাট্যমৰ প্ৰাণ।

মাতটো ৰামনৰ পৰিচিত। মেলাটুৰ গাঁৱৰ বুঢ়া ভয়ংকৰাচাৰীৰ। নাচ, গান আৰু বাজনাৰ তেওঁ এজন সূক্ষ্ম বিচাৰক। তেওঁ বাজে মন্তব্য পছন্দ নকৰে।

নাচৰ ধাৰাবাহিকতা নাইকিয়া হ'ল। যতিশ্বৰম আৰম্ভ। গান, সুৰ, বাজনা আৰু তাল সলনি হ'ল। এতিয়া ৰাগ মধ্যমাৱতী। তাল ৰূপক। গানৰ কোনো ভাষা নাই। মাত্ৰ সৰগমত ধৰি সুৰৰ বিস্তাৰ। সুৰৰ জাল গোঁঠা কাম। একো একোটা যতিৰে এনে জাল গোঁঠা কামৰ আৰম্ভণি।

ৰূপকৰ ছয় মাত্ৰাৰ তালে তালে নাচ। যতিশ্বৰমত কোনো ভাৱৰ ব্যঞ্জনা নাই। ইয়াত ডাঙৰ কথা হ'ল নাচৰ তাল। মাজে মাজে লয়। পঞ্চবাদ্যম্ আৰু ঘটবাদ্যমৰ লগত শিল্পীৰ চৰণৰ নূপুৰ বন্ধা। মেহেন্দিৰ ছবি আঁকা সোণালী ৰঙৰ ভৰিৰ তলুৱা দুখনে সুৰৰ যাদু সিঁচিছে। ৰামনৰ মনৰ ভিতৰত এটা দুৰন্ত ইচ্ছা। এই চৰণ-তলত নিজকে লীন কৰি দিয়াৰ।

ভৰি দুখন যেন বেলৰ চকাহে। অকণো ক্লান্ত নহয়। নবয়। ৰত্নাৰ এই ৰূপ ৰামনৰ অজ্ঞাত। তাই ইমান ডাঙৰ শিল্পী বুলি তেওঁ জনা নাছিল। তেওঁ নাৰায়ণ শাস্ত্ৰীৰ ঘৰতো তাইৰ এনে নাচ দেখা নাছিল। তেতিয়া তাই আছিল এজনী সাধাৰণ ছোৱালী। কিন্তু আজিৰ এইজনী ৰত্না তাৰ বাবে একেবাৰে অচিনাকি।

যতিশ্বৰম শেষ হ'ল। আকৌ গান। পুষ্পাযে নতুন গান গাইছে। তাল নাই। মাত্ৰ তাই গাই গৈছে।

ৰাগ মালয়মকতম। তিস্ৰা তালত। মঞ্চৰ এটা কোণৰ পৰা শিল্পী মন্থৰ ছন্দত নাচি নাচি আহিছে। মঞ্চৰ মাজ পাইছেহি।

কুমাৰসম্ভৱৰ পদ গোৱা হৈছে। বিশুদ্ধ সংস্কৃত উচ্চাৰণ। আকৌ মুদ্ৰা। আকৌ ধ্যানমগ্ন মহাদেৱ। ৰত্নাই ঘূৰি ঘূৰি নাচিছে। তাইৰ নাচে গোটেই মঞ্চটো অধিকাৰ কৰিছে আৰু ছবি আঁকিছে। মহাদেৱৰ আশ্ৰম। ধ্যানমগ্ন শিবৰ মুদ্ৰা অপূৰ্ব। সোঁ ভৰি অলপ ডাঙি তাৰ ওপৰত বাওঁ ভৰি তুলি ৰখা। বীৰাসন মুদ্ৰা। দেহৰ ওপৰ ভাগ পোন। চকু আধা মেলা। কোলাৰ ওপৰত হাতেৰে বনোৱা এখন বিছনা। যেন দুটা পদুমফুলহে। স্থিৰ। এক নিশ্চল অগ্নিশিখা।

শোল্লুকাট্টু বোল। চাৰিও ফালে পোহৰৰ ফুলজাৰি। বীণা আৰু বেহালাত ধুমুহাৰ দৰে ধ্বনি। বোলত সোম—থা—থানম—ধিমি—। ভঙ্গীৰ পৰিবৰ্তন বিজুলীৰ দৰে। বাজনাৰ লগত নূপুৰৰ তাল। হঠাৎ গোটেই দৃশ্যটোৰে পৰিবৰ্তন।

দেখা গৈছে ভৰা যৌৱনৰ উমাক। তাইৰ হাতত আৰু ডিঙিত ৰুদ্ৰাক্ষৰ মালা। বেণীত সজীৱ ফুল। পিন্ধনত গেৰুৱা চিল্ক। চোলি, মেখলা, সকলোৱেই গেৰুৱা। আনকি কাঁচুলীও। যোগিণী উষা। যোগিণী হ'লেও অভিসাৰিকা। নাচতো অভিসাৰিকাৰে ভঙ্গী। চকু, মুখ আৰু ওঁঠত নায়কৰ লগত মিলি যাবৰ ইচ্ছা। মুদ্ৰাত আৰু কৰণ-অঙ্গহাৰত ইয়াৰ ব্যঞ্জনা।

শব্দম শেষ হৈ বৰ্ণম আৰম্ভ হ'ল। নাচ হৈ পৰিছে যাদু। মণ্ডপ নিস্তব্ধ। উশাহ-নিশাহো শুনিবলৈ পোৱা নেযায়। খাঁটি সংস্কৃতত গান চলিছে। পদ কালিদাসৰ কুমাৰসম্ভৱমৰ। আকৌ যোগিণীৰ এটা কোনৰ পৰা নাচি নাচি প্ৰবেশ। হাতত পদুম ফুলৰ গুটিৰ মালা। মহাদেৱ ধ্যানস্থ। শিল্পী এবাৰ মহাদেৱ, এবাৰ উমা। ক্ষন্তেকতে ৰূপৰ পৰিবৰ্তন। দুৰ্দান্ত অভিনয়। সুৰ গম্ভীৰ হিল্লোলমত, তাল ৰূপকত……।

হঠাৎ ৰাগৰ মূৰ্চ্ছনা। ভিন্ন ধাতুত অকাল বসন্ত প্ৰকট হৈছে পুষ্পমৰ কণ্ঠত। বীণাতো, বেহালাতো। ঘটবাদ্যম আৰু পক্কবাদ্যম দুগুণে বাজিছে।

নাচেৰেই বসন্তক বৰ্ণনা কৰা হৈছে। আশ্ৰমৰ চৌদিশে ফুলভৰা গছ। কুঁহিপাত থকা গছো। কুলিৰ সুৱদী মাত; ভোমোৰাৰ গুণগুণনি।

যুৱতীয়ে এতিয়া মদন হৈ ফুলৰ ধেনু নিক্ষেপ কৰিছে। অতি সুন্দৰকৈ। প্ৰতি পাত কাঁড়ে আহি ৰামনৰ বুকুত বিন্ধিছেহি।

ৰামন ৰুদ্ধশ্বাস। বুকুত হম্‌হমনি। তেওঁৰ চকু দুটা মৰুভূমি। এতিয়া সেই চকুৱে বাবিবাৰ ৰৰষুণ শুহি লৈছে।

মঞ্চত মদন এতিয়া মহাদেব। মহাদেবৰ মন চঞ্চল। তেওঁৰ ধ্যান ভঙ্গ। দৃষ্টি মদনৰ ওপৰত। লগে লগে কপালত থকা চকুৰ পৰা জুই। হাতৰ তলুৱাৰে মুদ্ৰা। শিখাৰ গতি। মদন এতিয়া ভস্ম!

কৰণ অঙ্গহাৰত ছবিবোৰ অতি জীৱন্ত। অভিনয় এতিয়া শীৰ্ষ পৰ্যায়ত। পুষ্পমৰ কণ্ঠত অনৰ্গল বোল। বীণাৰ তাৰত কৰুণ সুৰ। সকলো মিলি বতাহত এক তীব্ৰ আৰ্তনাদ। মোক বচোৱা, মোক……

ঝাঝৰে ঝুন ঝুন ঝনাৎ……

ইয়াৰ পাছৰ দৃশ্য বৰ দুখৰ। ৰতি বিলাপ। বীণাৰ ঝংকাৰত ক্ৰন্দন। শিল্পী এতিয়া ৰতি। শিল্পীৰ ক্ৰন্দনো কৰুণ। মদনৰ শোকত ৰতি অস্থিৰ। গোটেই দেহটোতে এই শোকৰ বিস্তাৰ। চট্‌ফটনি। বিহ্বল অৱস্থা……।

বামন চমকি উঠিল। মঞ্চৰ পৰা ফুলৰ মালা এডাল তাৰ কোলাত পৰিলহি। সি মালাডাল কোনেও নেদেখাকৈ তুলি লৈ বুকত সুমুৱাই ল'লে।

গানৰ সুৰ আৰু সহজ। বাজনাও সহজ। নাচৰ তাল মন্থৰ। মঞ্চত দেখা গ'ল—অৰ্ধনাৰীশ্বৰ মূৰ্তি। সোঁ ভৰিৰ ওপৰত বাওঁ ভৰি। সোঁ হাতেৰে বৰাভয় মুদ্ৰা। সোঁ চকুৰ দৃষ্টি স্থিৰ। বাওঁ চকুটো বাজনাৰ লগে লগে নাচিছে। বাওঁ ওঁঠত হাঁহি। বাওঁ হাতৰে মিলন মুদ্ৰা। বাওঁ স্তনো নাচিছে।

বামন অবাক! কনকাম্মালকো এনেকৈ নচা তেওঁ দেখা নাছিল। এনেকৈ কোনোবাই নাচিব পাৰে বুলি তেওঁৰ বিশ্বাস হোৱা নাছিল।

পাছদিনা মেলাটুৰত কেৱল ইয়াৰে আলোচনা। ৰত্নাৰ নাচ। সকলোৰে মুখত মাথোন এষাৰ কথা। অপূৰ্ব নাচ।

ভয়ংকৰাচাৰীৰ মুখখন গহীন। ছোৱালীজনীয়ে এই নাচ ক'ত শিকিলে? পুষ্পমৰ অনুৰোধতে এই নাচৰ বন্দবস্ত। ভয়ংকৰাচাৰীৰ পোনতে সন্দেহ হৈছিল।

এই শিল্পীয়ে যথেষ্ট দিছে। দৰ্শকৰ মন আনন্দত উপচি পৰিছে। ক'তো ভুল হোৱা নাই। নাট্যশাস্ত্ৰৰ বিধি অনুসৰিও ক'তো ভুল হোৱা নাই।

গুৰু নটেছনৰ আগৰে পৰা অটুট বিশ্বাস। নাৰায়ণ শাস্ত্ৰীৰ নাতিনী। ৰুক্মিণী আম্মালৰ ছোৱালী। তাইৰ তেজত শিল্প-কলা।

ৰামনৰ মনত আষাঢ়ৰ মেঘ। চিন্তাৰ মেঘ। তেওঁ গোটেই দিনটো বিছনাত পৰি আছে। চাকৰ মহালিঙ্গমে কৈ কৈয়ো তেওঁক উঠাব পৰা নাই। তেওঁ স্নান আৰু উপাসনাও কৰা নাই। খোৱাৰ কথাও ভবা নাই। কেৱল ভাবিছে।

—ৰামন, এইজনী গাভৰু তোমাৰেই হ'ব পাৰিলেহেঁতেন। তোমাৰেই মুৰ্খামি। তুমি অস্থিৰ হৈছা। এতিয়া তুমি কোনটো লাজেৰে তাইৰ ওচৰত থিয় হ'বা?

অকস্মাৎ তেওঁৰ এটা কথা মনত পৰিল। ৰত্নাৰ ডিঙিত বিয়া কৰোৱাৰ চিন হিচাবে কোনো মালা দেখা নগ'ল। ৰামন বিছনাৰ পৰা উঠিল। গুৰু নটেছনৰ ওচৰ পালেহি। নটেছন তেতিয়া সন্ধ্যাৰ উপাসনাৰ বাবে সাজু হৈছিল।

—কি খবৰ, ৰামন? তোমাৰ অসুখ-বিসুখ হৈছে নেকি? মুখখন শুকাই গৈছে দেখোন! চকুও গাতৰ ভিতৰত।

ৰামনে গুৰুক সকলো কথা ক'লে। শেষত এনেকৈ ক'লে—গুৰুদেৱ, মই ৰত্নাম্মালক বিচাৰিছোঁ। মোৰ শিল্পী জীৱনৰ শূন্যতা তেওঁহে দূৰ কৰিব পাৰিব। আপোনাৰ সহায় ভিক্ষা খুজিছোঁ।

নটেছন আয়াৰ বৰ খুচী। তেওঁ ক'লে—খুব ভাল কথা। মই বুজিব পাৰিছোঁ যে তোমাৰ এগৰাকী ৰসিকা নাৰীৰ প্ৰয়োজন। মই ৰত্নাক ক'ম। কিন্তু তুমি নিশ্চয় জানা যে দাসীসকলে এই ক্ষেত্ৰত কাৰো অনুৰোধত গুৰুত্ব নিদিয়ে। ৰত্নাৰ যথেষ্ট বয়স হৈছে। তুমি নিজে গৈ কোৱাগৈ। তাই কন্যাকুমাৰীলৈ যোৱাৰ কথা। কুমাৰী মাৰ আশীৰ্বাদ ল'বলৈ। তুমি তালৈকে গৈ তাইক ধৰাগৈ।

ৰামন ওলাই আহিল। ৰাস্তা পোৱাৰ লগে লগে নটেছনে পিছ ফালৰ পৰা মাতিলে—ৰামন, আজি পুৱা তোমাৰ নামত মাদ্ৰাজৰ পৰা এখন চিঠি আহিছে। চিঠিখন লৈ যোৱাহি।

ঘৰলৈ আহি ৰামনে চিঠিখন খুলিলে। পতঞ্জলি শাস্ত্ৰীয়ে লিখিছে: "উইলখন হস্তাক্ষৰ বিশেষজ্ঞৰ ওচৰলৈ পঠোৱা হৈছিল। তেওঁলোকৰ ৰিপোৰ্টখন পাইছোঁ। এই উইল জাল। তাত থকা চহীটো তোমাৰ দেউতাৰাৰ চহী নহয়।......"

ৰামনে চিঠিখন গাৰুৰ তলত থৈ শুই পৰিল।

সুন্দৰৰাজনে দেউতাকৰ চহী জাল কৰিছে। উইলত প্ৰমাণ কৰিব খোজা হৈছে যে দেউতাকৰ কথা নুশুনা কাৰণে ৰামনক ত্যাজ্য পুত্ৰ কৰা হৈছে। সেয়েহে তেওঁ সকলো সম্পত্তিৰ পৰা বঞ্চিত।

সম্পত্তিৰ উত্তৰাধিকাৰী হ'ব তেওঁৰ কন্যা। জোঁৱাই তাৰ ট্ৰাষ্টি। মাকৰ ভৰণপোষণৰ ভাৰ জী-জোঁৱাইৰ ওপৰত......

ৰামনে মাদ্ৰাজ উচ্চ ন্যায়ালয়ত গোচৰ কৰিছিল। নিজেই নিজৰ উকীল। অৱশ্যে আঁৰত আছিল পতঞ্জলি শাস্ত্ৰী। তেওঁ লিখিছে: "এই গোচৰত তুমি জিকিবাই। কোনেও তোমাক বাধা দিব নোৱাৰে। এতিয়া নাচগান বাদ দি শীঘ্ৰে মাদ্ৰাজলৈ আহাঁ।"......

কিন্তু মাদ্ৰাজলৈ তেওঁৰ যোৱা নহ'ল। পাছদিনাই তেওঁ কন্যাকুমাৰীলৈ যাত্ৰা কৰিলে।

দুদিন সাগৰৰ পাৰত আৰু মন্দিৰত ঘুৰি-ফুৰি কটালে। তৃতীয় দিনাহে ৰত্নাক পুৱাতে লগ ধৰিলে। তেতিয়া সাগৰৰ ৰং মাটিবৰণীয়া আৰু ছাঁইবৰণীয়া। তাৰ মাজত সেন্দুৰৰ ফোঁটৰ দৰে বেলিটো। এদল তীৰ্থযাত্ৰীয়ে থিয় হৈ সূৰ্য প্ৰণাম কৰিছে: ওঁ জবাকুসুমসঙ্কাশং......। ৰত্না সূৰ্যমুখী। সম্পূৰ্ণ ধ্যানস্থা। ধ্যান ভগাৰ পাছত তাই ওচৰতে ৰামনক দেখিলে।

—আপুনি! ৰত্না আচৰিত।

—এৰা, ময়েই। ৰামনৰ উত্তৰ।

—আপুনিও তীৰ্থযাত্ৰী?

—এৰা, মই অনেক দুৰ্গম পথ অতিক্ৰম কৰি আহিছোঁ।

দুয়ো খোজ কাঢ়ি কাঢ়ি পানীৰ ওচৰ পালেগৈ।

—বহুত কষ্ট। বহুদিন ধৰি। দেবীদৰ্শন কৰিবলৈ......

—বলক, দেবীদৰ্শন কৰোঁগৈ......

—মোৰ কুমাৰী দেবী মোৰ নিচেই কাষতে......

নিৰ্জন ঠাই। ইয়াত কোনেও সিহঁতক দেখা নেপায়। তলত সমুদ্ৰৰ জলৰেখা। সমুখৰ কিছুমান সৰু ডাঙৰ শিলৰ ওপৰত সমুদ্ৰৰ ঢৌৰ আস্ফালন।

—ব'বা। মই দেৱীবন্দনা কৰোঁ। ৰামনে সমুদ্ৰৰ পৰা একাজঁলি পানী তুলি লৈ ৰত্নাৰ ভৰিত ঢালি দি ক'লে—তুমি কন্যালক্ষ্মী, তুমি মোৰ পূজাৰ যোগ্যা।

—ছিঃ। ছিঃ। এয়া কি কৰিলা? মোক অপৰাধী কৰিলা। মই তোমাক সকলোতকৈ ডাঙৰ......। মই পাপিনী।

ৰত্না কান্দি বিহ্বল হৈ পৰিল। তাই ৰামনৰ ভৰিৰ কাষৰ বালিত মুখখন গুজি দিলে। ৰামনে দুহাতেৰে তাইক তুলি তাইৰ মুখৰ পৰা গাৰ কাপোৰেৰে বালি গুচাবলৈ ধৰিলে। চকু-মুখ মচি দিলে। এজন দুজন মানুহ সেই ফালেধি পাৰ হৈ গ'ল। সিহঁতে তালৈ ভ্ৰূক্ষেপ নকৰিলে।

ৰামনে ক'লে—কৃষ্ণই ৰাধাক প্ৰেমৰ অধিষ্ঠাত্ৰী দেৱী বুলি কৈছে। দেহি পদপল্লবমুদাৰম বুলি সেই ভৰি দুখন মূৰত তুলি লৈছে। ইয়াত একো পাপ হ'ব নোৱাৰে। কিন্তু কোৱা, তুমি মোৰ জীৱনসঙ্গিনী হ'বা?

ৰত্নাৰ চকু-মুখ জঠৰ। ওঁঠ দুখনহে কঁপিছে। কোমল গালেদি চকুলো বৈ আহিছে। চকুলো আৰু সাগৰৰ পানী সমানে সূৰ্যৰ পোহৰত তিৰবিৰাইছে।

—তুমি কথা কোৱা। মই আজি তোমাৰ পৰা শেষ কথা কেইটা শুনিহে যাম। যদি মোক প্ৰত্যাখ্যান কৰা, তেনেহলে মোৰো জীৱন শেষ হ'ব বুলি ধৰি লোৱা। মই আৰু ঘূৰি নেযাওঁ......

ৰামন পানীত ডুবি মৰিবৰ বাবে সাজু হ'ল। ৰত্না শিঁয়ৰি উঠিল। ক'লে—এনে নকৰিবা। মোৰে শপত। মই তোমাৰেই। মাত্ৰ এটা চৰ্তত......। মোৰ ঘৰত একো নেখোৱাকৈ গুচি যোৱাৰ দিনাৰে পৰা মোৰ প্ৰতিজ্ঞা হ'ল......

—কি সেই প্ৰতিজ্ঞা?

—তুমি মোক ধৰ্মপত্নীৰ সন্মান দিব লাগিব। দেৱদাসীবোৰ বৰ হতভাগিনী। সিহঁতক উচ্চ সমাজৰ মানুহে ভোগ কৰে অথচ তেওঁলোকেই সিহঁতৰ অপযশ ৰটে, ঘৃণা কৰে, সন্মান নকৰে। তুমি মোক সেই সন্মান দিবা? তোমাৰ জীৱনৰ একমাত্ৰ নাৰী বুলি মোক স্বীকৃতি দিবা? মোৰ বাহিৰে তোমাৰ অন্য স্ত্ৰী থাকিব নেলাগিব। আমাৰ সন্তান-সন্ততিয়ে সামাজিক সন্মান......।

গঙ্গাদেৱীয়ে শান্তনুৰ হাতত ধৰিছে। সোণালী ৰ'দত ৰবি বৰ্মাৰ পট। শান্তনুৰ প্ৰতিজ্ঞা—নিশ্চয়। এতিয়া বলা।......

কুমাৰী দেৱীৰ সমুখত ৰত্না আৰু ৰামন। ৰামনে নিজ হাতেৰে ৰত্নাক মালা পিন্ধাইছে। স্ত্ৰী হিচাবেঃ "দেৱী, বাহিৰৰ আচাৰ মই নেজানো। মই এনে আচাৰ নেমানোও। এয়ে মোৰ একমাত্ৰ হাতত থকা উপায়। ৰত্না মোৰ সমগ্ৰ জীৱনৰ সুখ-দুখৰ সঙ্গিনী হওক। তুমি তাৰ সাক্ষী......।"

কন্যাকুমাৰীৰ পৰা সদামঙ্গলম। মাকে দেখা পাই তৎক্ষণাৎ কাঁহি চিটিকা দিলে—ছিঃ ছিঃ! তই লাজমানৰ মূৰ খালি। দেৱদাসীক ঘৰত তুলিলিহি!

তোৰ বাপেৰৰো ইমান সাহ হোৱা নাছিল। তই বাপেৰতকৈ ছাড় হ'লি। যা, যা, মোৰ ঘৰৰ পৰা ওলাই যা।

—এই ঘৰ কেৱল তোমাৰেই নহয়। মোৰো। ৰত্না মোৰ স্ত্রী।

সুন্দৰৰাজন উপস্থিত হ'লহি। ৰামনে চকু পকাই ক'লে—গোচৰ কৰিছোঁ। সম্পত্তি কোনে ভোগ কৰে দেখা যাব।

—ৰামনৰ দেখোন সাংঘাতিক জেদ। বাৰু, আমিও চাই ল'ম।

ৰত্নাৰ লগত সদামঙ্গলমত। সেই দিনবোৰৰ কথা এতিয়াও স্পষ্টকৈ মনত পৰে। শুকান মনত ৰসৰ বান। ৰত্না ভাগিৰথী গঙ্গা। তাই দুকুল ওপচাব পাৰে। দেবদাসীৰ কন্যাৰ ৰক্তত কামকলা। ই বসন্তৰ বাউলী বাৰ দৰে সহজ। তাত বাৎসায়নৰ সূত্ৰ জীৱন্ত। সেই জোৱাৰত উটি যোৱাত এক অনাবিল আনন্দ।

বাহিৰৰ হাই-কাজিয়া আৰু বিবাদলৈ ৰামনৰ ভ্ৰূক্ষেপ নাই। সুন্দৰৰাজনৰ সতৰ্কবাণী আৰু মাক আৰু ভনীয়েকৰ বিদ্ৰূপলৈ সি কাণসাৰ কৰা নাই। ৰামন এতিয়া স্বৰ্গীয় সুখত।

আকৌ মাদ্ৰাজ। ৰত্নাক তাইৰ নিজৰ ঘৰত এৰি থৈ আহিল। কনকম্মাই তাইক চায়। মাদ্ৰাজত অনেক কাম। ন্যায়ালয়ত গোচৰ। ৰাজনীতি। পত্ৰিকাৰ কাম। ছাত্ৰ সংগঠন। তাৰ মাজতে আকৌ সুগুণবিলাস সভাত নৃত্যনাট্যৰ ব্যৱস্থা।

তেতিয়াও শিক্ষিত সমাজত নাচ অচল। সংৰক্ষণশীল মানুহবোৰৰ ঘোৰ আপত্তি। এই সভাখন মাদ্ৰাজৰ আটাইতকৈ পুৰণি নাটক অভিনয়ৰ সভা। ইয়াত নৃত্যৰো চৰ্চা হয়। ইয়াৰ মাজৰে গোড়া মানুহবোৰে বৰ আপত্তি কৰে। তেওঁলোকে কয়—নাটক কৰি ভাল কৰিছা। কিন্তু ইয়াৰ মাজত নাচ কিয়? নাচ মানে অশ্লীলতাৰহে প্ৰশ্ৰয় দিয়া।

ৰামন বৰ জেদী। তেওঁ নাচ দেখুৱাবই। তিৰোতাৰ পোছাক পিন্ধি তেওঁ নিজে ৰঙ্গমঞ্চত নামিল। দেবদাসীয়ে পিন্ধাৰ দৰে ৰঙা মহীশূৰৰ শাড়ী পিন্ধিলে। দুফালে ফেৰ মেলা শাড়ী। কঁকালত মেখলা। হাতত খাৰু। ডিঙিত মুকুতাৰ মালা। লগোৱা চুলিৰ সেওতাত সেন্দুৰ। তাক দেখি পুৰুষ বুলি ক'বৰ কাৰো সাধ্য নাই। সাইলাখ তিৰোতা। অতি ধুনীয়া, পৰৰ মন বলিয়া কৰিব পৰা বিধৰ।

নাচ সম্পৰ্কে ইহঁতৰ ধাৰণা বদলাব লাগিব। ইহঁতৰ মনৰ শুচিবায়ুগ্ৰস্ততাও দূৰ কৰিব লাগিব। ৰামনৰ সাদিৰ নৃত্যত দৰ্শক মুগ্ধ হ'ল। মাদ্ৰাজ তল-ওপৰ হ'ল। স্বয়ং এনী বেচান্তে আশীৰ্বাদ দিলে। কলাৰসিকসকলে ভূৰি ভূৰি প্ৰশংসা কৰিলে। অনেকৰ গোঁড়ামি ভাগিল। এন্টি-নাচ মুভ্‌মেণ্টৰ গুৰুসকলৰ মুখত ক'লা ছাই পৰিল।

ৰামনৰ চিন্তা বাঢ়িল। নাচক আৰু জনপ্ৰিয় কৰি তুলিব লাগিব। দেবদাসীৰ বংশপৰম্পৰাই এই নাচৰ ধাৰাবাহিকতা বহন কৰিছে। তেওঁলোকক যোগ্য সন্মান দিব লাগিব। সেই সন্মান ললিতকলাৰ সন্মান। ভাৰতৰ প্ৰাচীন ঐতিহ্যৰ সন্মান। ভাৰতৰ নাচ-গানক সমগ্ৰ বিশ্বতে প্ৰসাৰিত কৰিব লাগিব। বিশ্বই ভাৰতৰ শিল্পী-আত্মাক উপলব্ধি কৰিব লাগিব। ইয়ো এক দেশসেৱাই।

ৰামনে এই কামতে নিজক সঁপি দিলে। কিন্তু অন্য ফালৰ আহ্বানো তেওঁ প্ৰত্যাখ্যান কৰিব নোৱাৰিলে।

ইয়াৰ ভিতৰতে ৰাজনৈতিক ৰঙ্গমঞ্চত এতিয়া অন্য এখন নাটক। এনী বেচান্তৰ আগৰ দৰে নাম নাই। তেওঁ থিওচফিকেল কামত লাগিল। বৃটিছে কঠোৰ হাতেৰে টেৰোৰিজিমক দমন কৰিলে। মোহনদাস কৰমচান্দ গান্ধীৰ অহিংস আন্দোলন আৰম্ভ হ'ল। আৰম্ভ হ'ল অসহযোগ আন্দোলনৰ। তাৰ মাজতে মাদ্ৰাজত কংগ্ৰেছ অধিবেশন। বাইশ শ ভলণ্টিয়াৰৰ এই দলৰ ভাইচ-কেপ্তেন হ'ল ৰামন। দলৰ কৰ্মি আছিল—কমলাদেৱী চট্টোপাধ্যায়, ৰুক্মিণী লক্ষ্মীপতি, কৃষ্ণাবাই প্ৰভৃতি।

সেই বছৰতে সঙ্গীত অধিবেশন। উদ্বোধন কৰিলে চি. পি. ৰামস্বামী আয়াৰে। ৰামনৰ দায়িত্বই আটাইতকৈ বেছি। তেওঁৰ উশাহ সলাব নোৱাৰা অৱস্থা। সপ্তাহত এবাৰ সদামঙ্গলমলৈ যোৱাও বাদ পৰিছে। ব্যস্ততাৰ কাৰণে মন উত্ৰাৱল।

এবছৰৰ ভিতৰতে চাইমন কমিচন। চাৰিওফালে শোভাযাত্ৰা।—চাইমন, উভতি যোৱা! ট্ৰিপ্লিকেনৰ বিশাল বীচ। গছৰ পাত সৰোৱা চিঞৰ। চাইমন, উভতি যোৱা! মাষ্টৰৰ কাণত মেঘৰ গৰ্জন। চাইমন, উভতি যোৱা! সাগৰসংকাশ জনতা। হাতত ক'লা পতাকা। দলৰ আগত ৰামন। শোভাযাত্ৰা ভাঙি দিবলৈ বৃটিছ চৰকাৰৰ হুকুম। পুলিছবোৰ ৰক্তপিপাসু কুকুৰ। সিহঁত শোভাযাত্ৰাৰ ওপৰত জপিয়াই পৰিল। লাঠি চালনা। বেধুম মাৰ।

মাৰ খাবা, কিন্তু নেমাৰিবা। মাৰ খাবা, কিন্তু আঁতৰি নেযাবা। গান্ধীৰ উপদেশ। শোভাযাত্ৰাৰ মানুহবোৰে থিয় হৈ মাৰ খাইছে।

এটা পুলিচ বিষয়াই এটা মানুহক খুব পিটিছে। মানুহটো ৰাজপথত পৰি গৈছে। পৰি যোৱাৰ পাছতো মানুহটোক পিটিছে। তাৰ মূৰ ফাটি তেজ ওলাইছে। নাকেদিও তেজ। মুখেদিয়েও তেজ। তথাপি তাক পুলিচ অফিচাৰটোৱে পিটিয়েই আছে।

সুন্দৰৰাজনে ৰামনক পিটিছে। আক্ৰোশত। ঘৰৰ পৰা উলিয়াই দিয়াৰ আক্ৰোশত। উচ্চ ন্যায়ালয়ত গোচৰটোত জিকিব নোৱাৰাৰ আক্ৰোশত।

প্ৰথমতে দুহাতেৰে মাৰৰ পৰা হাত সৰাব চেষ্টা। মূৰৰ আঘাত গুৰুতৰ। তেওঁৰ চাৰিওফালে পৃথিৱীখন ঘূৰিছে। তেওঁ ভাবিছে—সুন্দৰৰাজন ৰাক্ষস। ৰত্না অন্তঃসত্বা। তিনি মাহ……। তাৰ পাছত তেওঁ জ্ঞান হেৰুৱাই পেলাইছে। তাৰ পাছতেই গ্ৰেপ্তাৰ। আহত মানুহবোৰক পুলিচে হস্পিতেললৈ লৈ গৈছে।

ৰামনে বেছিকৈ আঘাত পাইছে। সাতদিন অজ্ঞান অৱস্থাত। ডাক্তৰ চিন্তিত। মস্তিষ্কৰ ভিতৰত ৰক্তক্ষৰণ। শৰীৰৰ আন দুইমান অংশতো। পেশী, ৰক্তসিৰা আৰু স্নায়ু ছিগি গৈছে। মূৰ ভাগিছে। হাড় ভাগিছে।

ৰামনৰ জীৱনৰ আশা নাই। কিন্তু তেওঁ জীয়াই থাকিবই লাগিব। বৃটিছে অহিংস শোভাযাত্ৰাৰ মানুহক হত্যা কৰিছে। এটা দাৰুণ অপবাদ। ইতিমধ্যে লণ্ডনত প্ৰচাৰ হৈছে যে বৃটিছ এটা হত্যাকাৰী জাতি। এই প্ৰচাৰৰ মূলতে হ'ল কৃষ্ণ মেনন নামে এজন ভাৰতীয় যুৱক। মালয়ালী।

যমৰ লগত যুঁজ। ৰামন বাচিল। তেওঁ জ্ঞান ঘূৰাই পালে। কিন্তু সম্পূৰ্ণভাৱে নহয়। —তুমি কোন? তোমাৰ নাম কি? আদালতত তেওঁক শোধা হ'ল। কোনো উত্তৰ নাই। ৰামনে মাত্ৰ চাইহে থাকিল। চকুত ভাষা নাছিল। নিৰ্বিকাৰ।

আগৰ কথা একো মনত নাই। ৰত্না, ভাৰতনাট্যম, এনী বেচান্ত, গান্ধী, ৰাজনীতি, পতঞ্জলি শাস্ত্ৰী, মাদ্ৰাজ উচ্চ ন্যায়ালয়, শোভাযাত্ৰা। এই সকলোবোৰ ওলট-পালট হৈ গৈছে। সকলো অস্পষ্ট। বৃটিছৰ কাৰাগাৰত তিনি বছৰ। জীৱন্ত মৰণ। চৰকাৰক আবেদন-নিবেদন। ৰামনক পুলিচে হত্যা কৰি লাচটো লুকুৱাইছে বুলি উৰা বাতৰি। তিনি বছৰ বাহিৰা পৃথিৱীয়ে ৰামনক মৰিল বুলি ধৰি লৈছে।

তিনি বছৰৰ পাছত এজন খালাচ পোৱা বন্ধুক আনিবলৈ যাওঁতে জেলত ভেঙ্কি আয়াৰে দেখিলে যে আন এজন মানুহেও লগতে খালাচ পাইছে। মানুহটো বাহিৰলৈ ওলাই আহি মুকলি আকাশৰ ফালে চাই আছে। মানুহটোক ক'ৰবাত দেখিছোঁ যেন লাগিছে। শেষত ভেঙ্কি আয়াৰে ৰামনক চিনি পালে। কিন্তু সেয়া ৰামন নহয়, ৰামনৰ ছাঁটোহে।

ৰামনৰ আগৰ কথাবোৰ অলপ অলপ মনত পৰিছে। তেওঁ ভেঙ্কিক চিনিব পাৰিছে।

শ্ৰীভেঙ্কটেশ্বৰ আয়াৰৰ আজি ষাঠিবছৰীয়া জন্মদিন ষষ্ঠি অব্দপূৰ্তি।

ভেঙ্কটেশ্বৰ আয়াৰ নামটো খুব বেছি প্ৰচলিত নহয়। কিন্তু ভেঙ্কি আয়াৰক তামিলনাডুৰ সৰু-বৰ সকলোৱেই চিনি পায়। এজন পুৰনি কংগ্ৰেছ কৰ্মী হিচাবে। ভেঙ্কি আয়াৰে গোটেই জীৱন কংগ্ৰেছৰ কাৰণে উছৰ্গা কৰিলে।

তেওঁ কংগ্ৰেছৰ কাৰণেই লিখা-পঢ়া এৰিলে। কেৰিয়াৰ ত্যাগ কৰিলে। সংসাৰত্যাগীও হ'ল। আনকি নিজৰ সুখ-সাচ্ছন্দ্যও বাদ দিলে। তেওঁৰ জীৱনৰ একমাত্ৰ উদেশ্য হ'ল—ভাৰতবৰ্ষৰ স্বাধীনতা।

ভাৰত স্বাধীন হোৱা আজি পাঁচ বছৰ হ'ল। দিল্লীৰ কেন্দ্ৰীয় চৰকাৰ ভাৰতীয়ৰ হাতত। মাদ্ৰাজ প্ৰদেশৰ চৰকাৰো। বৃটিছ সাগৰৰ সিপাৰত। সকলো ঠিক। কিন্তু ঠিক হৈয়ো যেন ঠিক হোৱা নাই। ক'ৰবাত কেৰোণ।

এখন ঘৰত এনে এটা দিনত যথেষ্ট কাম বাঢ়ে। আপোন মানুহবোৰ আহে। বন্ধু-বান্ধবো আহে। খোৱা-বোৱা হয়। জনাজাত মানুহ হ'লে আড়ম্বৰ বেছি। আয়োজন প্ৰচুৰ। দিনে-ৰাতিয়ে ভোজভাত। সভা, মণ্ডপ, ফুলৰ মালা, মানপত্ৰ, বক্তৃতা। ভেঙ্কিৰ ক্ষেত্ৰত এইবোৰ নাই। পইচাৰ অভাব। তেওঁৰ আত্মজন আৰু বন্ধু-বান্ধবক মাতিবৰ সামৰ্থ্য নাই। নেমাতিলেও কোনোবা কোনোবা ওলায়হি। গতিকে......

ভেঙ্কিৰ চাৰি বজাত বিছনাৰ পৰা উঠাটো অভ্যাস। আজিও উঠি তেওঁ স্নান কৰিছে। অৱশ্যে আজি গাত তেল ঘঁহিহে স্নান কৰিছে। পিন্ধিছে নিজে সুতা কাটি বনোৱা খদ্দৰৰ ভেষ্টি। গাত খদ্দৰৰ অঙ্গবস্ত্ৰম। নতুন নহয়; খাৰণিৰে ধোৱাহে।

কাউৰীয়ে কা কা কৰাৰ লগে লগেই তেওঁ শিৱমন্দিৰত। তাত তেওঁ নাৰিকল এটা ষাঠিবাৰ খুন্দিয়াই ভাঙিছে, পূজা কৰিছে, পূজা দিছে। এই ক্ষেত্ৰত ষাঠিটা নাৰিকল ভঙা এটা নিয়ম। কিন্তু তাৰ বাবে ভেঙ্কিৰ পইচা নাই।

পূজা কৰাৰ পাছত আন দিনাৰ দৰেই ভেঙ্কি নিজৰ ঘৰত বহি আছে। ঘৰ শিবন ক্ষোইল পথত। তেওঁৰ সমুখৰ ডেস্কত কাগজ-পত্ৰ। এটা ৰিপৰ্ট লিখিব লাগিব।

তামিলনাডুৰ বিখ্যাত দৈনিক কাকত এখনৰ তেওঁ ৰিপৰ্টাৰ। সেই পইচাৰেহে তেওঁৰ সংসাৰ চলে। ঘৰটো পৈত্ৰিক। সংসাৰত মাথোন কোমলবয়সীয়া বিধবা ভতিজা-বোৱাৰীজনী আৰু তাইৰ ছোৱালীজনী। ভতিজাক মৰাৰ পাছত ভেঙ্কিয়ে সি এৰি যোৱা সংসাৰখনৰ দায়িত্ব ল'লে।

তেওঁৰ মনটো আজি বৰ অস্থিৰ। কোনোবাই যেন তেওঁক সুধিছে—ভেঙ্কি আয়াৰ, তুমি গোটেই জীৱন কংগ্ৰেছৰ কাম কৰিলা। তুমি কি পালা আৰু দেশে কি পালে? তেওঁৰ আজি লিখাৰ কাম কৰাত মন বঢ়া নাই।

—মই পালোঁ কি? মোক লাগে কি? মান-সন্মান?

এই তিৰুনেলভেলি জিলাৰ শ শ মানুহে ফুলৰ মালাৰে তেওঁক জেলৰ গেইটত আদৰিছিল। তেওঁ ভাৰত ত্যাগ আন্দোলনত গ্ৰেপ্তাৰ হৈছিল। জেলৰ পৰা মুক্তি পোৱাৰ দিনা বন্দেমাতৰম ধ্বনিৰে তুত্তুকুড়ি মুখৰিত হৈছিল। ভেঙ্কিক শোভাযাত্ৰা কৰি ঘৰলৈ অনা হৈছিল। ইয়াকে দেখি তেওঁ কাৰাগাৰৰ কষ্ট আৰু পুলিচৰ অত্যাচাৰৰ কথা পাহৰি গৈছিল। সেইদিনা তেওঁ যেন এই অঞ্চলৰ মহাৰজাহে।

আজি উনৈশ শ বাৱন্ন। ভাৰতে স্বাধীনতা লাভ কৰা পাঁচ বছৰ হ'ল। আজি ভেঙ্কিৰ ষাঠি বছৰ পুৰ হোৱা বাবে পাঁচ শ মান মানুহে শুভেচ্ছা জনাইছে। কিন্তু মানুহখিনি সাধাৰণ মানুহহে। কোনো নামঅলা মানুহ তেওঁক দেখা কৰিবলৈ অহা নাই।

গোটেই জীৱনটো দেশ-সেৱা কৰাৰ ফল এয়ে নেকি? এই অকৃতজ্ঞ দেশখনে পাঁচ বছৰতে মোক পাহৰি পেলাইছে। মোৰ নিষ্ঠা আৰু সততাৰ কথাও পাহৰিছে। পুলিচৰ মোৰ ওপৰত কিমান অমানুষিক অত্যাচাৰ! ছবাৰ কাৰাগাৰত কিমান যে কষ্ট! বহুত বেমাৰ হ'ল। এতিয়াও মোৰ এটা নহয় এটা বেমাৰ লাগিয়েই থাকে।

ভেঙ্কিৰ হিয়া বিদীৰ্ণ। চুচকুত পানী।

সম্ভৱ এয়েহে স্বাভাৱিক কথা। ইয়াকে ইমান দিনে বুজা নাছিলোঁ। আছি এই স্বাধীন ভাৰতৰ কেইটা মানুহে চিদাম্বৰম পিল্লেক সোঁৱৰে? এনী বেচান্তকো সোঁৱৰে নে? এওঁলোকেও দেশৰ কাৰণে জীৱন উছৰ্গা কৰি গ'ল।

কিন্তু চিদাম্বৰমৰ আহ্বান আছিল অপ্ৰতিৰোধ্য। সেই আহ্বানৰ ফলস্বৰূপেই ভেঙ্কিয়ে ঘৰ এৰি দেশৰ কামত লাগিছিল।

ভিতৰ ফালৰ দুৱাৰৰ ওচৰত এজনী পাট-গাভৰু। তাইৰ এটা হাতত কফিৰ পাত্ৰ। ইটো হাতৰ থালখনত মুৰুক্কু[1] আৰু তিলৰ লাড়ু। ছোৱালীজনী ভালেমান পৰ থিয় দি থাকিল। ভেঙ্কিয়ে মনেই কৰা নাই।

1 মুৰুক্কু—পিঠাগুড়ি আৰু নাৰিকলৰ গুড়ি একেলগে ভজা এবিধ জলপান।

—গৰম হৈ থাকোঁতেই খাই লওক। ইয়াকে কৈ তাই ভেঙ্কিৰ ওচৰত বহিল। তাই আকৌ ক'লে—তুমি মোৰ আগতে খাব লাগিব। মই বাচন কেইটা লৈ যাম। তোমাৰ বাৰু আজিকালি কি হৈছে? তুমি সদায় খাবলৈ-ববলৈ পাহৰিছা। মাজে মাজে অস্থিৰ হৈ পৰা। মোৰ আকৌ আজি বহুত কাম······

—শ্যামলা, তোৰ নো ইমান কাম নে?

—আজি তোমাৰ ষাঠিঅব্দপূৰ্তি। মাক ৰন্ধা-বঢ়াত সহায় কৰিব লাগিব।

—ইমান ৰান্ধিবিনে?

ভেঙ্কিয়ে শ্যামলাৰ কুমলীয়া মুখখনলৈ চালে। তাইৰ মুখত গৃহস্থনীৰ দৰে দায়িত্বৰ ভাব এটা পৰিস্ফুট হৈছে।

—তুমি বাৰু ইমান মন মাৰি আছা কিয়? আজি ষাঠিঅব্দপূৰ্তি। তুমি জাক-জমকেৰে এই বছৰটো পালিব পাৰিলাহেঁতেন। তুমি ইমান ডাঙৰ মানুহ।

—কি কৈছ? মই ডাঙৰ মানুহ? —মুৰুক্কো চোবাই চোবাই ভেঙ্কিয়ে হাঁহি হাঁহি ক'লে।

—নিশ্চয় ডাঙৰ মানুহ। আমাৰ স্কুলৰ হেড্‌মিষ্ট্ৰেছে মিছা কথা নকয়। সিদিনা তেখেতে সুধিছিল—কোৱাচোন, দেশসেৱক কাক বোলে? মই ক'লো—দেশক সেৱা কৰা সকলেই দেশসেৱক। তাৰ উদাহৰণ দিয়া বুলি কোৱাত মই মহাত্মা গান্ধী, জৱহৰলাল নেহেৰু, ৰাজাগোপালাচাৰী আৰু চিদাম্বৰম পিল্লেৰ কথা ক'লোঁ। ইয়াকে শুনি তেখেতে ক'লে যে আৰু এজন আছে; তোমাৰ ককা, যাৰ ত্যাগৰ তুলনা নাই। তেখেতৰ ষঠিঅব্দপূৰ্তিৰ দিনাটো সমগ্ৰ তামিলনাডুৱে জাক-জমকেৰে পালন কৰা উচিত।

ভেঙ্কি অবাক হ'ল। ক'লে—এনেকৈ কৈছিল নে?

শ্যামলাই আঁহত গছৰ কুঁহিপাতৰ দৰে হাতখন নচুৱাই ক'লে—ঠিক এনেকৈ কৈছিল। মোৰ গৰ্বত বুকুখন ফুলি উঠিছিল। হেড্‌মিষ্ট্ৰেছে আৰু বহুত কথাই কৈছিল। তুমি বোলে চিদাম্বৰমৰ সোঁ হাত আছিলা? সেইদিনা চিদাম্বৰমৰ কাহিনী কওঁতে তোমাৰ কথা। এনেকৈ কৈছিল। তুমি মোক এইবোৰ কথা কোৱা নাছিলা কিয়?

ভেঙ্কিয়ে কফি খাই খাই ক'লে—মোৰ এইবোৰ কথা মনতে নাই। পাহৰিছোঁ।

শ্যামলাই ঘপহকৈ মাত লগালে—মনত পাহৰিলোঁ বুলি ক'লেই হ'ব নেকি? এদিন তুমি মোক ক'বই লাগিব।

শ্যামলা ভিতৰলৈ গ'ল। ভেঙ্কি অকলশৰীয়া হৈ পৰিল।

কিয় মনত নেথাকিব? জেল খটা শৰীৰটো ষাঠি বছৰতে অকামিলা হৈ পৰিছে। সদায় কিবা নহয় কিবা এটা বেমাৰ লাগিয়েই আছে। কিন্তু

মনটো? চলন্ত ঘড়িৰ কাঁটাৰ দৰে সজাগ। কিন্তু সেইবোৰ কথা মনত পেলাই লাভ নাই। মনটো জ্বলি-পুৰি মৰিব খোজে।

1907 চনৰ চুৰাট কংগ্ৰেছ। দুদলৰ বিবাদ। চৰমপন্থী আৰু নৰমপন্থীৰ। সুৰেন বেনাৰ্জি, ৰাসবিহাৰী ঘোষ, অম্বিকা মজুমদাৰ, ফিৰোজ ছা মেহ্‌তা, গোখ্‌লে, বিপিন পাল, অৰবিন্দ ঘোষ, ব্ৰহ্মবান্ধৱ উপাধ্যায়, চিত্তৰঞ্জন দাশ, বালগঙ্গাধৰ তিলক, লালা লাজপৎ ৰায় আৰু এই তুত্তুকুড়িৰ চিদাম্বৰম পিল্লে। এখেতসকল আছিল চৰমপন্থী। নৰমপন্থীয়ে কৰা আবেদন-নিবেদনৰ প্ৰতি এখেতসকলৰ আস্থা নাছিল। অৰবিন্দ ঘোষে কৈছিল—আবেদন-নিবেদন বা কাকুতি-মিনতিয়ে একো কাম নিদিয়ে। এইবোৰ বাদ দিয়া হওক। এতিয়া মাথোন ৰণ। চিদাম্বৰম পিল্লে গৰ্জি উঠে—এতিয়া বৃটিছৰ শোষণ আৰু অত্যাচাৰ চূড়ান্ত হৈছে। তাকে ৰোধ কৰিবলৈ হ'লে চৰম ব্যৱস্থা হাতত ল'ব লাগিব। তাৰ অৰ্থ হ'ল যুদ্ধ। এই যুদ্ধ আৰম্ভ হ'ল 1908 চনত। তেতিয়া ভেঙ্কিৰ বয়স পোন্ধৰ।

চিদাম্বৰমৰ যাবজ্জীৱন কাৰাদণ্ড। তাকে শুনি দেশত জুই জ্বলিল।. বক্তৃতা, শোভাযাত্ৰা, বন্দেমাতৰম। তিৰুনেল্‌ভেলী চহৰো জাগি উঠিল। ভেঙ্কি আয়াৰ সেই বয়সতে আন্দোলনৰ গুৰিয়াল হ'ল। বিলাতী বস্তুৰ দোকানত পিকেটিং। বিলাতী পোছাক অগ্নিদগ্ধ। স্কুল-কলেজ বন্ধ। শেষত পুলিচৰ গুলী। ভেঙ্কি আয়াৰৰ কোনো মতেহে প্ৰাণ ৰক্ষা পৰিল। গুলীটো কৰঙনত লাগিছিল। আজি সেই ঠাইত ঘূৰণীয়া দাগ এটা আছে। ভেঙ্কিয়ে অজানিতে সেই ঠাইত হাত ফুৰালে।

ইয়াৰ পাছতেই ভাৰতমাতা এচোছিয়েছন। বাহিৰত সমাজসেৱী, ভিতৰে ভিতৰে টেৰৰিষ্ট। ভাঞ্চি আয়াৰ। বাহিৰত অতি ভদ্ৰ আৰু বিনয়ী লোক। ত্ৰিবাঙ্কুৰ ষ্টেটৰ বনবিভাগৰ কেৰাণী। দেখি একো জানিবৰ উপায় নাই। কিন্তু সাহস দুৰ্দান্ত। তেওঁ ভেঙ্কিৰ সোঁহাত।

তাৰিখটো কোনো পধ্যে পাহৰিব নোৱাৰি। 1911 চনৰ তেৰ জুন। মানিয়াচি জংচন। ডিষ্ট্ৰিক্ট কলেক্টৰ মিষ্টাৰ এছৰ লগত একেখন গাড়ীতে ভাঞ্চি আৰু ভেঙ্কি। মিষ্টাৰ এছ আছিল অত্যাচাৰী। ভাৰতমাতা এচোছিয়েছনে মিষ্টাৰ এছক সতৰ্ক কৰি দিছিল। ভাৰতবাসীয়ে অত্যাচাৰ সহ্য নকৰে। কিন্তু অত্যাচাৰী বৃটিছ বিষয়াজনে তালৈ ভ্ৰূক্ষেপ কৰা নাছিল।

দিনৰ এঘাৰটা। বাহিৰত প্ৰখৰ ৰ'দ। ট্ৰেন মানিয়াচি জংচনৰ পশ্চিম প্লেটফৰ্মত ৰ'লহি। মিষ্টাৰ এছৰ লগত মিছেচ এছো আছিল। তেওঁলোক যাব কোদাই-কানালৰ শীতল বতাহ সেৱন কৰিবলৈ। দুয়ো গাড়ী বদলালে। দুই নম্বৰ প্লেটফৰ্মত ৰৈ থকা গাড়ীত স্পেচিয়েল বগী। ইফালে তিনি নম্বৰ প্লেটফৰ্মত

বোট মেইলখন সোমাইছে। এই মেইলখন ধৰিবলৈ তিৰুনেল্‌ভেল্লীৰ যাত্ৰীবোৰে লৰালৰি লগাইছে। এছৰ হাতত এখন খুলি ৰখা কিতাপ। এছে বাহিৰৰ ব্যস্ত মানুহবোৰলৈ চাইছে।

হঠাৎ চৌদা বটলৰ মুখ খোলাৰ শব্দ। ভাঞ্চিৰ হাতৰ তিনিটা গুলী এছৰ ডিঙিৰ হাড় ভাঙি ভিতৰত সোমাই পৰিছে। ভাঞ্চিৰ ওচৰতে ভেঙ্কি। ভাঞ্চিৰ গুলী মিচ কৰিলে ভেঙ্কিয়ে গুলী কৰিব। এয়ে বন্দবস্ত। কিন্তু দৰ্কাৰ নহ'ল। এছৰ শৰীৰটো অবশ হৈ পৰিল। সি হাতৰ কিতাপখন ভাঞ্চিলৈ লক্ষ্য কৰি মাৰি পঠিয়ালে। কিন্তু নেলাগিল। তাৰ শৰীৰটো বেঞ্চিত পৰি গ'ল। মিছেচ এছে আৰ্তনাদ কৰিলে। দুয়ো দৌৰ দিলে। ভাঞ্চি ধৰা পৰিল। বেয়াৰা আৰু অৰ্ডালীৰ দলে তেওঁক ঘেৰি ধৰিলে। ভেঙ্কি তেতিয়া বহুত দূৰত।

চকুৰ আগত চলচ্চিত্ৰৰ ছবি। ষ্টেচনমাষ্টৰৰ পেন্ট খহি পৰা। দৌৰাদৌৰি। গোটেই ষ্টেচনটোত হুলস্থূল। ভাঞ্চিয়ে মানুহবোৰক কৈছে—যি ওচৰলৈ আহিব তাকে খতম কৰি দিম। ৰিভল্‌ভাৰ নলীডাল তাৰ ডিঙিত। এটা শব্দ। ভাঞ্চিৰ লাচটো প্লেটফৰ্মত।

ভেঙ্কিৰ চকুত এই ছবিবোৰে এতিয়াও পৰিষ্কাৰভাৱে ধৰা দিছেহি। মাটিত ভাঞ্চিৰ গোট মৰা তেজ। ভেঙ্কিয়ে চকু মুদি দিছে।

—ভেঙ্কি আয়াৰ ঘৰত আছেনে? এন্টনীৰ মাত।

—আহাঁ, আহাঁ।

ঘৰত পিটাৰ আৰু এন্টনী। এন্টনীৰ হাতত মালা। পিটাৰৰ হাতত হালধীয়া চন্দন গোলা গোলাপ জল। আহিবৰ সময়ত এখন দোকানৰ পৰা আনিছে। দুয়ো সেই হালধীয়া চন্দন ভেঙ্কি আয়াৰৰ কপালত লেপি দিলে। ডিঙিত মালাডাল পিন্ধালে। পিটাৰে ক'লে—আমাৰ আশা, আপুনি শতায়ু হওক। দেশে এতিয়াও প্ৰকৃত স্বাধীনতা পোৱা নাই, মুক্তি পোৱা নাই। প্ৰকৃত মুক্তি আনিবৰ বাবে আপুনি জীয়াই থকা উচিত।

ভেঙ্কিৰ মাতটো ওলাব খোজা নাই। ব্যথাই তেওঁৰ কণ্ঠৰোধ কৰিছে। চকুৰেও তেওঁ ধুঁৱলী-কুঁৱলী দেখিছে। শেষত কোনো মতে কৈছে—জীৱনৰ বাকী কেইটা দিন দেশসেৱা কৰিম বুলি ভাবিছিলোঁ। কিন্তু ক'তা? মই একো কৰিব নোৱাৰিলোঁ।

ইয়াকে কৈ তেওঁ দীঘল হুমুনিয়াহ এটা কাঢ়িলে। এই প্ৰসঙ্গটোৰ অন্ত পেলাবলৈকে তেওঁ ক'লে—তোমালোকে বাৰু জানিলা কেনেকৈ?

—ৰোড্ৰিগো খুড়াই ক'লে।

—এৰা, তেওঁ ক'বই। আজি নিচেই পুৱাতে তেওঁ আহিছিল। এই বাটিটো গোলাপৰ তোড়াটো তেৱেঁই দিয়া।

পিটাৰে ক'লে—মোৰ আৰু এটা কথা ক'বলগীয়া আছে। দেশদীপ পত্রিকাত ওলোৱা আপোনাৰ আত্মজীৱনীখন খুব ভাল হৈছে। কিন্তু হঠাৎ লেখা বন্ধ কৰিলে কিয়?

ভেংকিৰ মুচকুত বেদনাৰ ছাঁ। পিছে অলপ সময়ৰ কাৰণেহে। তেখেতে ক'লে—দেশদীপৰ সত্বাধিকাৰী সলনি হ'ল। নতুন সত্বাধিকাৰীয়ে আত্মজীৱনীখন প্রকাশ হোৱাটো নিবিচাৰে। মই যে ইতিহাস লিখিছিলোঁ সেই ইতিহাসে অনেক নেতাৰ গাৰ ভিতৰুৱা গেলাপঁচাবোৰ দেখুৱাই দিছিল। তদুপৰি পাৰ্টি আৰু চৰকাৰক দোষ দিয়া বাবে মোৰ কমিউনিষ্ট বুলি বদনাম এটাও আছে।

—আপোনাৰো এই বদনাম? এণ্টনীয়ে হঠাতে মাত লগালে।

—এৰা, সিহঁতে অকণমানো সমালোচনা সহ্য কৰিব নোৱাৰে। কেনেকৈনো সহ্য কৰিব? সহ্য কৰাৰ শক্তি থাকিলেহে। ভেংকি আয়াৰে ক'লে।

—কিন্তু গণতন্ত্রত সকলোৰে বাক-স্বাধীনতা আছে। কাৰ মুখত সোপা দিব পাৰিব? এণ্টনীয়ে ক'লে।

—জোৰ কৰি, সমস্ত শক্তি প্রয়োগ কৰি সিহঁতে আমাৰ কণ্ঠৰোধ কৰিব। পুলিচৰ ভয় দেখুৱাব। এতিয়াতো শাসনযন্ত্র সিহঁতৰ হাতৰ মুঠিত। ভেংকি আয়াৰে এটা নীৰস হাঁহি মাৰিলে। তেওঁৰ মাতটো করুণ হৈ পৰিল। তেওঁ শেহত ক'লে—এয়া ডেমক্রেচী নহয়, বুৰোক্রেচিহে। চৰম বুৰোক্রেচি। বৃটিছৰ পঁচি ভসয়া দিয়া বুৰোক্রেচি।

শ্যামলাই অলপ মুৰুকু, কেইটামান লাড়ু আৰু কফি দি গ'লহি। ভেংকি আয়াৰে ক'লে—অলপ কফি খোৱা……

কফিৰ কাপটো হাতত লৈ এন্টনীয়ে ক'লে—মোৰ দেউতাৰ লগত আপোনাৰ ইমান ভাল আছিল বুলি মই জনা নাছিলোঁ।

—গড্উইনে মানুহক সতকাই বিশ্বাস নকৰিছিল; কিন্তু তেওঁ বিশ্বাস কৰা খুব কম মানুহৰ ভিতৰত ময়ো এটা। ভেঙ্কিয়ে ক'লে।

—অথচ দেউতা যদি উত্তৰে যায়, আপুনি যাব দক্ষিণে।

—বাহিৰৰ পৰা তেনে যেনেই লাগে। কিন্তু আচলতে আমাৰ মাজত কোনো বিৰোধ নাছিল। ইয়াৰ মানুহে, আনকি মীনপাৰোয়া সমাজেও গড্উইনক ভালকৈ চিনিব নোৱাৰিলে। তোমালোকৰ নিচিনা গড্উইনো সমাজপ্ৰিয় লোক আছিল।

—কেনেকৈ? পিটাৰে সুধিলে।

—1947 চনৰ আগতে চহকী মীনপাৰোয়াসকল প্ৰত্যেকেই একো একোজন চাহাব আছিল। চালচলন আৰু কথাবতৰা পুৰা বিলাতী। পিন্ধনত বিলাতী পেন্ট-কোট, চুট-টাই। সাতচল্লিছৰ পাছত তেওঁলোকৰ পেন্টবোৰ খদ্দৰৰ হ'ল। মূৰত গান্ধী টুপী। সাতচল্লিছৰ আগতে বন্দেমাতৰম আছিল তেওঁলোকৰ কাৰণে হিন্দুৰ গোমাংসৰ নিচিনা। সেই বাবে সদায় তেওঁলোকে আন্দোলনৰ বিৰোধিতা কৰিছিল। বিশেষকৈ স্বদেশী আন্দোলনৰ। তেওঁলোকৰ মানত এনে আন্দোলন ৰাজদ্ৰোহৰ নিচিনাহে। কিন্তু গড্উইনে সদায় ভেষ্টি আৰু কুৰ্তা পিন্ধিছিল। মাজে মাজে সুদা ভৰিৰেও ফুৰিছিল আৰু চেণ্ডেলো পিন্ধিছিল। তেওঁৰ চিন্তাধাৰা সম্পুৰ্ণ সুকীয়া আছিল। তেওঁ কৈছিল, দেশৰ মানুহে যাতে দুবেলা দুমুঠি ভালকৈ খাবলৈ পায় আৰু উপাৰ্জন কৰাৰ সুবিধা পায়, তাৰ বাবেহে আমি ৰণ কৰা উচিত। বৃটিছে আমাক শোষণ কৰিছে। সেয়েহে আমাৰ ধনৰ অভাব। বস্তুৰ অভাব। বৃটিছ গুচি গ'লে সাধাৰণ মানুহে সকাহ পাব। খাবলৈ পাব। কিন্তু খাবলৈ নেপালে মানুহ চোৰ-ডকাইত হ'ব, ভিখাৰী হ'ব। সি আত্মমৰ্যাদা হেৰুৱাব। সি ভয়ঙ্কৰ হৈ পৰিব। সমাজ উচ্ছন্ন হ'ব।

—তেওঁৰ অন্তৰে বিচাৰিছিল বৃটিছৰ বিতাড়ণ। অথচ তেওঁৰ লাখ লাখ টকাৰ কাৰবাৰ। তাকো বৃটিছৰ লগতেই এই কাৰবাৰ। কিন্তু তেওঁ কাকো খাতিৰ নকৰিছিল, কালৈকো কেৰেপ নকৰিছিল। কাম নিষ্ঠাৰে কৰিছিল। কঠোৰ পৰিশ্ৰম কৰিব পাৰিছিল। চাহাববোৰে জানিছিল যে কিছুমান কাম গড্উইনৰ

বাহিৰে আনে কৰিব নোৱাৰে। এবাৰ অম্বাসমুদ্ৰম মিলৰ চাহাব এটাৰ গড্‌উইনে খোচা মাৰি তিনিটা দাঁত সৰুৱাইছিল। কিবা এটা কথাত তৰ্কাতৰ্কি হৈছিল। তাত আছিল তিনিলাখ টকাৰ ঠিকা। তথাপি গড্‌উইন বেপৰোৱা। চাহাবে পাছত নিজে মাতি সেই ঠিকা দিছিল। আমিও আগতে গড্‌উইনক বুজিব পৰা নাছিলোঁ। সেইবাবে আমি বহুত বস্তু হেৰুৱালোঁ। তুত্তুকুড়িত ভি. অ'. চিদাম্বৰমে স্বদেশী ষ্টীম নেভিগেছন কোম্পানী খোলে। তোমালোকৰ নিশ্চয় মনত আছে। তুখন জাহাজক কেন্দ্ৰ কৰি বিদেশী জাহাজ কোম্পানীৰ লগত মতবিৰোধ ঘটে। ফলত এই কোম্পানীটো তিষ্ঠি থাকিব নোৱাৰিলে। কাৰণ ইংৰাজভক্ত মীনপাৰোৱাসকলে পদে পদে বাধা দি থাকিবলৈ ধৰিলে। তেতিয়া গড্‌উইনক আমাৰ মাজত পোৱাহেঁতেন, হয়তো……

—দেউতা তেতিয়া ক'ত আছিল?

—চিলোন আৰু চিঙ্গাপুৰত কাৰবাৰ কৰিছিল। হেয়াৰ আইলেণ্ডৰ ঘটনাৰ ক্ষেত্ৰতো একে কথা। তেতিয়া টেৰৰিজমৰ যুগ। বৃটিছক পালেই মাৰি পেলাবা। য'তে ত'তে বগা চাহাবক হত্যা কৰা হ'ল। বাতৰি কাকতত এইবোৰেইহে খবৰ। বৃটিছৰ অৱস্থা গোহালিৰ গৰুৰ দৰে হ'ল। বন্দে মাতৰম ধ্বনিয়ে সিহঁতৰ মনত আতঙ্কৰ সৃষ্টি কৰিলে। এদিন আমি শোভাযাত্ৰা এটা উলিয়ালোঁ। আকাশে বতাহে বন্দে মাতৰম। চাহাববোৰে তুত্তুকুড়িৰ বাংলাবোৰ এৰি হেয়াৰ আইলেণ্ড পালেগৈ। চহৰত এটাও বৃটিছ নোহোৱা হ'ল। চাহাববোৰে কলেক্টৰক আবেদন জনালে—আমাক হত্যাকাৰীৰ পৰা ৰক্ষা কৰা। কিন্তু সেই খবৰ আহি নেপালেহি। টেলিগ্ৰাফৰ তাঁৰবোৰ কাটি থোৱা আছিল। সেই সময়ত বৃটিছভক্ত মীনপাৰোৱা-সকলে তোনী বোজাই কৰি প্ৰভুসকলক তাতে খোৱা বস্তু দি আহিছিল। নিজে গৈয়ো কলেক্টৰক খবৰ দিছিল। সেয়েহে শেহত কলেক্টৰে ফৌজ লৈ লৈ বৃটিছবোৰক ৰক্ষা কৰে। তাকে নকৰাহেঁতেন সিহঁত সেই সময়তে পলালহেঁতেন। সেই সময়ত তোমাৰ দেউতাৰা ইয়াত থকাহেঁতেন……।

ভেঙ্কি অলপ পৰ ৰ'ল। তাৰ পাছত ক'লে—তোমাৰ দেউতাৰাৰ আচল ৰূপ দেখিলোঁ উনৈশ শ ত্ৰিছত। আলোচনাই ফল নধৰিলে। গান্ধী-আৰউইন পেক্ট বিফল হ'ল। সেই সময়তে এদিন গড্‌উইন আমাৰ ওচৰলৈ আহিল। মই আৰু চিদাম্বৰম আছিলোঁ। গড্‌উইন গৰ্জি উঠিল। চিদাম্বৰমক ক'লে—বাঘবোৰ মেকুৰী হৈছে। ছিঃ ছিঃ, বৰ লাজৰ কথা! এইবোৰ অহিংসা-চহিংসা বাদ দিয়ক। বৃটিছক মাৰি মাৰি খেদাওক। আপুনি কামত লাগি যাওক। মই যি লাগে চব দিম। টকা-পইছাকে ধৰি সকলোৰে যোগান ধৰিম। তেতিয়াৰ পৰা এই অঞ্চলৰ ৰাজনৈতিক আন্দোলনৰ সকলো খৰচেই তেওঁ বহন কৰিছিল। কিন্তু কোনেও এই কথা নেজানিছিল।

পিটাৰে ইমান পৰে শুনিহে আছিল। এইবাৰ কিন্তু সি ক'লে—বেয়া নেপায় যদি এটা কথা সোধোঁ।

—সুধিব পাৰা। ভেঙ্কিয়ে আশ্বাস দিলে।

—শুনিছোঁ যে আপোনাক হেনো নিৰ্বাচনত কংগ্ৰেছে নমিনেছন নিদিলে। কাৰণ হ'ল হেনো এটা। আপোনাৰ টকা নাই। কথাটো সঁচানে?

ভেঙ্কিৰ বগা মুখখন নিমিষতে ৰঙা পৰিল। তাৰ পাছত আকৌ আগৰ দৰে বগা হ'ল। তলমূৰৈ থাকিল। এনেকৈ বহুত পৰ। কাৰো মুখত এষাৰ কথা নাই। ভেঙ্কিয়ে মুখ তুলি চালে। তেওঁ যেন শোৱাৰ পৰাহে উঠিল। তেওঁ ভগা ভগা মাতেৰে ক'লে—কথাটো সঁচা। মোৰ শৰীৰৰ অসুস্থতা এটা অজুহাতহে।

পিটাৰে ভেঙ্কিৰ মুখলৈ চাব পৰা নাই। এন্টনীয়ে লক্ষ্য কৰিছে যে প্ৰশ্নকৰ্তা আৰু উত্তৰদাতাৰ লাজ সমানেই।

—তেনেহলে আপুনি কথাটো গড্‌উইনক নক'লে কিয়? পিটাৰৰ প্ৰশ্ন।

ভেঙ্কিৰ দুগালেদি চকুলো। তেওঁ ক'লে—মই আশাসুধীয়া সৎ কৰ্মী। ইয়াকে লৈ মোৰ গৰ্ব। কংগ্ৰেছৰ বাবে সকলো ত্যাগ কৰাৰ কাৰণেও। তেওঁলোকৰ ওপৰত মোৰ এইকণ অধিকাৰো নেথাকিব নে? মোৰ দাবী নেখাটিব নে? স্বাধীন ভাৰতৰ প্ৰশাসনৰ আৰু পৰিকল্পনাৰ বাবে মোক মাতিব বুলি মই আশা কৰাটো ভুল আছিল জানো?

—তেওঁলোকে আপোনাক কিমান খৰচ কৰাৰ কথা কৈছিল? পিটাৰে সুধিলে।

—দহ হেজাৰ। অনেক ভোট হেনো পইচা দি কিনিব লাগে। পোষ্টাৰ লিখাব লাগে। ভলন্টিয়াৰৰ বাবে খৰচ কৰিব লাগে। এনেকুৱা বহুত খৰচ। নিজলৈ ঘৃণা উপজিল। এনেকৈ নিৰ্বাচনত জিকি মন্ত্ৰী হোৱাৰ কথা মই জীৱনত কোনো দিনে ভৱা নাছিলোঁ।

ভেঙ্কি আকৌ নীৰৱে ৰ'ল। এটা দীঘল হুমুনিয়াহ কাঢ়ি কৈ গ'ল—স্বাধীন ভাৰতৰ প্ৰথম নিৰ্বাচন নিজ চকুৰে দেখিলোঁ। নেতাবোৰকো দেখিলোঁ। মোৰ সকলো ধাৰণা বদলিল। মোৰ চকুৰ আগৰ পৰা পৰ্দাখন আঁতৰ হ'ল। মোৰ হিয়া ভাগি চুৰমাৰ হ'ল। মই আজি পুৱা ভগবানক কৈছোঁ: মই যদি সাগৰত ডুবি মৰোঁ, তুমি মোক অপৰাধ কৰিছোঁ বুলি ধৰি নল'বা। এই স্বাধীনতাৰ বাবেই মই জীৱনৰ শ্ৰেষ্ঠ বছৰ কেইটা উছৰ্গা কৰিলোঁ......।

ভেঙ্কিৰ মাতটো থোকাথুকি। চকু দুটা জপাই দিয়াত গালেদি আকৌ চকুলো বাগৰিল।

ভিতৰৰ পৰা শ্যামলাৰ মাত শুনা গ'ল—আমাৰ স্কুলৰ হেড্‌মিষ্ট্ৰেছ আহিছে। ভেঙ্কিয়ে চকু মচিলে। ভালকৈ বহিল। হেড্‌মিষ্ট্ৰেছ কমলাৰ হাতত এটা ফুলৰ কুকি। তেওঁ আগুৱাই আহি প্ৰণাম জনালেহি।

কমলাই ক'লে—মোৰ বৰ সৌভাগ্য। এই বিশেষ দিনটোত আপোনাক শ্ৰদ্ধা জনাবলৈ আহিছোঁ।

ভেঙ্কিয়ে মূৰত ধৰি আশীৰ্বাদ জনালে। সুধিলে—স্কুলত কেতিয়াৰে পৰা আছে?

—প্ৰায় ছমাহ। মাদ্ৰাজৰ পৰা বি. এড. পাছ কৰিয়েই ইয়াত চাকৰি পালোঁ।

—ঘৰ ক'ত?

—শ্ৰীবৈকুণ্ঠমত।

—তুত্তুকুড়ি কেনেকুৱা লাগিছে?

—ইয়াৰ স্কুলত কাম কৰাটো গৰ্বৰ কথা। ভি. ও. চি. ইয়াত মৰাৰ দিনলৈকে আছিল। তেওঁৰ শিষ্য আপুনি আছেই। এই ঠাই তামিলনাডুৰ তীৰ্থ।

—এইবোৰ কথা এতিয়া পাহৰি যোৱাৰ দিন পৰিছে। এতিয়া ভাব হৈছে যে মই কৰা কামবোৰ ভুল। দেশভক্তিৰ আবেগটো তেতিয়া বৰ বেছি আছিল। বুজিবই পৰা নাছিলোঁ। বালিৰ ওপৰত যুঁজ কৰিছিলোঁ। সেয়েহে আজিও ভৰিৰ তলত টান মাটি পোৱা নাই।

—এনেকৈ কিয় কৈছে? কমলাৰ প্ৰশ্ন।

—তেতিয়া যুদ্ধ কৰিছিলোঁ এচকুৱা হৰিণৰ দৰে। চাহাব হত্যা কৰা, ফাঁচী, জেল, পুলিচক মাৰকিল, বন্দেমাতৰম......

কমলায়ো এটা দীঘল হুমুনিয়াহ কাঢ়িলে।

ভেঙ্কিয়ে আপোন মনে কৈ গ'ল—দেশ মানে যে গাঁও, পাহাড় হাবি বন আৰু সাগৰৰ পাৰৰ ভগা পঁজাত থকা কোটি কোটি সাধাৰণ মানুহ, এই কথা বুজিব পৰা নাছিলোঁ। সিহঁতৰ অৱস্থাৰ উন্নতিহে প্ৰকৃত দেশোদ্ধাৰ। এই কথাও বুজা নাছিলোঁ যে বৃটিছৰ শোষণ শেষ হ'লেই সকলো শোষণৰ অন্ত নপৰিব। এতিয়াহে সকলো বুজি পাইছোঁ।

—আমাৰ শ্ৰীবৈকুণ্ঠমত সাধাৰণ মানুহৰ অৱস্থা দিনে দিনে হীন হৈহে গৈছে। কমলাই হয়ভৰ দিলে।

—কেৱল শ্ৰীবৈকুণ্ঠমত কিয়? অম্বাসমুদ্ৰম, সৰমাদেৰী, তেনকাশী, পাপনাশনম, কালিড়াইকুৰিচি, পালংকোট্টা। সাগৰৰ পাৰৰ মাছমৰীয়াৰ আটাই কেইখন গাওঁ। সকলোতে তেনে অৱস্থা। মই এইবোৰ ঠাই ঘূৰি ৰিপোৰ্ট তৈয়াৰ কৰি কাকতলৈ পঠাইছোঁ। দিনে দিনে উপাৰ্জন কৰি দিনে দিনে পেট প্ৰবৰ্তোৱা মানুহবোৰৰ অৱস্থা বৰ দুখ লগা। ইয়াক দুৰ্ভিক্ষ বুলিবহে পাৰি।

—দুৰ্ভিক্ষ বুলি ক'লেই চৰকাৰৰ খং উঠিব। পিটাৰে ক'লে।

—বৃটিছে ভাৰত এৰাৰ সময়ত দুমোনীয়া চাউলৰ বস্তাটোৰ দাম আছিল বাইছ টকা। যোৱা বছৰত সাতাইছ। এই বছৰৰ বহাগৰ পৰাই উনচল্লিছ-

চলিছে। কিন্তু সাধাৰণ মানুহৰ গাইপতি গড় আয় এটকাতকৈ বেছি নহয়। যাৰ ঘৰত পাঁচটা মানুহ, সিহঁতে ক'ৰ পৰা খাব?

কমলাই অভিমত দিলে—আমাৰ দেশখন সঁচাকৈয়ে আচৰিত। সিহঁতে কি খাই জীয়াই আছে? সিহঁতৰ পেটৰ ভোক মৰে কেনেকৈ?

—বৃটিছে যোৱা দেৰ শ বছৰে দেশখন শুহি শুহি খালে। সিহঁতে আমালৈ সিটাখিনিয়ে এৰি থৈ গ'ল। এই অৱস্থাৰ পৰা উন্নতি কৰিবলৈ অলপ সময় লাগিব। —এণ্টনীয়ে ক'লে।

ভেঙ্কিয়ে ক'লে—বাৰু, তাকে যেনিবা ধৰি ল'লোঁ। আজি পাঁচ বছৰে আমাৰ শাসন। এতিয়া সকলো আমাৰ। গতিকে বাহিৰৰ কাকো দোষ দিব নোৱাৰি। কিন্তু এই পাঁচ বছৰৰ কীৰ্তিৰ কিবা খবৰ তুমি ৰাখিছা?

—কিন্তু হতাশ হ'বলগীয়া কথা বিশেষ শুনা নাই। এণ্টনীৰ উত্তৰ।

—তুমি মোৰ লগত সাতদিন ঘুৰা; আচল অৱস্থা কেনে তেতিয়াহে বুজিবা। চহৰত থাকি দেশৰ উন্নতিৰ লেখ লোৱা সম্ভৱ নহয়। আমাৰ জিলাখনৰ নাম তিৰুনেলভেলী। তাম্ৰপৰ্ণীৰ পানীয়ে ধুৱাই থকা সেউজীয়া শস্যৰ অঞ্চল। শস্য দেখি চকু জুৰ পৰি যায়। অথচ ইয়াতেই দুৰ্ভিক্ষ। তাঞ্জাবুৰ তামিলনাডুৰ শইচৰ ভঁৰাল। তাত মাহে একুৰিকৈ মানুহ নেখাই মৰিছে। অকল এয়ে নহয়। এনেকৈ খাবলৈ নেপাই মৰা মানুহৰ খবৰ সকলো ঠাইৰ পৰা পোৱা গৈছে। অন্ধ্ৰ প্ৰদেশৰ পৰাও এনে খবৰ পাইছোঁ। তাৰ পৰিস্থিতি আৰু ভয়াবহ। মই ৰিপোৰ্ট পঠাইছোঁ। বাতৰি কাকতে ছপায় নে নছপায় মই ক'ব নোৱাৰোঁ।

—কাৰণ? এণ্টনীৰ প্ৰশ্ন।

—চৰকাৰৰ খং। কাগজত বিজ্ঞাপন বন্ধ। কাগজৰ আয় বন্ধ।

—ধান-চাউলৰ উৎপাদন কম নহয়। তথাপি মানুহ খাবলৈ নেপাই মৰিছে। কিয়? কমলাৰ প্ৰশ্ন।

—বহুত মাটি থকা মানুহবোৰ আৰু বেপাৰীবোৰ। ইহঁত ভুকীয়া কুকুৰ-নেচিয়াতকৈয়ো অধম। ইহঁতে মাল গুডামত লুকাই ৰাখে। যেতিয়াই ইচ্ছা তেতিয়াই বস্তুৰ দাম বঢ়ায়। অতিপাত লাভ কৰে।—ভেঙ্কিয়ে কথা কেইটা একে উশাহতে ক'লে।

—চৰকাৰে একো নকৰে? এণ্টনীৰ প্ৰশ্ন।

পিটাৰে ডাঙৰকৈ হাঁহিলে। অকস্মাৎ পিটাৰৰ হাঁহিটো শুনি এণ্টনীয়ে তালৈ চালে।

—তেনেহলে শুনা। দেৰবছৰমানৰ আগৰ কথা। পিটাৰৰো নিশ্চয় মনত আছে।

এনেকৈ আৰম্ভ কৰি ভেঙ্কি আয়াৰে কথাটো কৈ গ'ল—

পঞ্চাশ চনৰ জুন। তিৰুনেল্‌ভেলীৰ কলেক্টৰৰ অফিচত ফুড কমিটিৰ মিটিং। তেতিয়া ভেঙ্কি আয়াৰ সেই কমিটিৰ সদস্য। তাত জিলাৰ আন আন ঠাইৰ সদস্যও আছিল। কমিটিৰ চেয়াৰমেন কলেক্টৰ নিজেই। তেওঁৰ নাম আৰ. এচ. সুব্বায়া পিল্লে।

ভেঙ্কিয়ে পোনতে ৰিপোৰ্ট পাঠ কৰিলে। প্ৰত্যেকখন গাঁৱৰে ৰিপোৰ্ট। পৰিস্থিতি ভয়াবহ। ক'তো চৰকাৰে বান্ধি দিয়া দামত চাউল পোৱা নেযায়। কিন্তু বেপাৰীবোৰে বেচা দামত চাউল কিনিবৰ বাবে সাধাৰণ ৰাইজৰ ধনে নুকুলায়। গাঁৱে গাঁৱে হাঁহাকাৰ।

অন্য সদস্যসকলবো ভেঙ্কিৰ ৰিপোৰ্টৰ লগত মত একে। কিন্তু জিলা কংগ্ৰেছৰ সভাপতিৰ কথাৰ সুৰ সুকীয়া। তেওঁ লাহে লাহে কৈ গ'ল—আয়াৰ মহাশয়ে বেছিকৈ কৈছে। অৱস্থা ইমান শোচনীয় নহয়। অৱশ্যে চাউল, দাইল, তেতেলী, তিলৰ তেল আৰু মছলাৰ দাম অলপ বাঢ়িছে।

তুমুল তৰ্ক। ৰেচনিং ব্যৱস্থা চলক। ইয়াকে স্থিৰ কৰা হ'ল। কিন্তু কেনেকৈ ৰেচনিং চলিব? জুন মাহত মজুত থকা খাদ্যৰে মাত্ৰ এসপ্তাহহে জোৰা মৰিব। দুৰ্ভিক্ষ দুৱাৰদলিত। বাহিৰলৈ খবৰ পঠোৱা হওক। নহ'লে এই জিলাৰ মানুহ অনাহাৰে মৰিব।

ভেঙ্কি আয়াৰে এই প্ৰস্তাব আগবঢ়ালে। বেছি ভাগ সদস্যই সমৰ্থন নজনালে। তেওঁলোকৰ চৰকাৰলৈ ভয়। কিন্তু এজন পুৰণি কংগ্ৰেছী মানুহে ভেঙ্কিক সহায় কৰিলে। দুয়ো কলেক্টৰক জোৰ দি ধৰিলে। এতিয়া মাদ্ৰাজলৈ খবৰ পঠিওৱা হওক। দেৰি হ'লেই বিপদ। ষ্টক নেথাকিলে ৰেচনিং ব্যৱস্থা ভাগি পৰিব। খোৱা বস্তুৰ দাম দিনে দিনে বাঢ়ি থাকিব......

পাছ দিনা ভেঙ্কি মাদ্ৰাজলৈ যোৱাৰ কথা। মুখ্যমন্ত্ৰী কুমাৰস্বামী ৰাজা। ভাল চিনাকি। একে লগে বহু দিন দেশৰ কাম কৰিছিল। ভেঙ্কিয়ে তেওঁক ব্যক্তিগতভাৱে অনুৰোধ কৰিব। এতিয়াই জিলাখনৰ কাৰণে কিবা এটা ব্যৱস্থা লোৱা ভাল।

দুপৰ নিশা পিটাৰ ওলালহি।

—ভেঙ্কি আয়াৰ মহাশয় আছেনে?

—কি হ'ল পিটাৰ? কিবা বিপদ?

—বিপদ সমগ্ৰ দেশৰ। এবাৰ মোৰ লগত প'ৰ্টলৈ বলক।

—কি বিপদ?

—গলেই গম পাব।

সেই ৰাতি পিটাৰ আৰু ভেঙ্কি প'ৰ্টত। প'ৰ্টৰ জেটিত ডাঙৰ ডাঙৰ ডোঙাত মাল বোজাই কৰা হৈছে। চাউলৰ বস্তা। জেটিৰ ওপৰত বহুত

চাউলৰ বস্তা। ত্ৰিছখনমান ট্ৰাকে কঢ়িয়াই অনা চাউল। ভেঙ্কিৰ ওঁঠত করুণ হাঁহি।

অথচ বেপাৰীবোৰৰ মুখত এটাই কথা—ক'তো চাউল নাই। সিহঁতে ফুড কমিটিক এনেকুৱা ৰিপোৰ্টেই দিয়ে।

তেতিয়াই পুলিচক খবৰ। তোনী আৰু ট্ৰাক জব্দ। মাল্লা আৰু টিণ্ডেলহঁতক গ্ৰেপ্তাৰ। সিহঁতক জেৰা কৰা হ'ল। কিন্তু সিহঁতৰ মুখৰ পৰা একো কথা নোলাল। গতিকে নাটকৰ নায়ক আন ক'ৰবাৰহে। মাল ক'লৈ যাব তাকো সিহঁতে নক'লে। আজি ৰাতি বাৰু এনে অবস্থাতে থাওক বুলি ভাবি ভেঙ্কি ঘৰলৈ আহিল। বিছনাত পৰাৰ অলপ পাছতে বাহিৰত চাইকেলৰ টিলিঙাৰ মাত শুনিলে। মানুহ এটাই এখন চিঠি দি গ'ল। ইংৰাজীত লিখা। টাইপ কৰা। চিঠিৰে সাবধান কৰি দিয়া হৈছে। ভেঙ্কি আয়াৰ সম্মানিত ব্যক্তি। তেখেতে এনেকুৱা সৰু-সুৰা কথাত মূৰ ঘমোৱা উচিত নহয়। ইয়াত এনে কামত হাত দিলে পদে পদে বিপদ। কিন্তু তেওঁ কিবা বিচাৰিলে দিয়া হ'ব। বেঞ্জামিন ফাৰ্ণাণ্ডোক জনালেই হ'ল। নহ'লে তেওঁ হয়তো চহৰ এৰিবলগীয়া হ'ব পাৰে।

সৰ্বনাশ! বেঞ্জামিন পুলিচৰ চোৰাংচোৱা। তেনেহলে এই কামত পুলিচো জড়িত।

ভেঙ্কি চিধা মাদ্ৰাজ সচিবালয়ত। ভেঙ্কিয়ে কুমাৰস্বামী ৰাজাক সকলো কথা কৈ ইয়াৰ প্ৰতিকাৰ বিচাৰিলৈ।

সচিবালয়ত কুমাৰস্বামী এজন বেলেগ মানুহ। চেহেৰাও একে, পোছাকো একে। মেজাজটোহে বেলেগ। ভেঙ্কিৰ লগত ব্যৱহাৰো আগৰ দৰে নহয়। নিৰুত্তাপ। কৃত্ৰিম হাঁহি। কেনে আছে, ভালে আছে নে আদি কথা সোধাপোছা কৰাৰ পাছত কুমাৰস্বামী অযথা গহীন। তেওঁ চেলাউৰি কোঁচ খুৱালে। তাৰ পাছত ডিপ্লোমেটৰ হাঁহি। তেওঁ ক'লে—দেশজুৰি প্ৰচণ্ড কৰ্মযজ্ঞ। এতিয়া এইবোৰ সৰু-সুৰা দুৰ্নীতি বিষয়ে মূৰ ঘমোৱালে কেনেকৈ কাম চলাম? দেশক কংগ্ৰেছমুখী কৰক। দেশৰ শত্ৰু কমিউনিষ্টবোৰক এসেকা দিয়ক। এতিয়া আপোনাৰ আগত ডাঙৰ কৰ্তব্য এইটোহে।

ভেঙ্কি আয়াৰৰ চকু মুখ ৰঙা। কোনো মতেহে খঙটো দমাইছে। তেওঁ ঘপহকৈ থিয় হৈ উত্তেজিত কণ্ঠেৰে ক'লে—দেশৰ মানুহে খাবলৈ নেপাব আৰু চোৰাং কাৰবাৰীবোৰে শাস্তি নেপাব, ই কেনে ধৰণৰ শাসন ব্যৱস্থা?

এই উত্তেজনাত কুমাৰস্বামীয়ে চেঁচা পানী ঢালিলে—বেছি গণ্ডগোল কৰিলে পুলিচে তাৰ ব্যৱস্থা ল'ব।

ইয়াকে কৈ কুমাৰস্বামী থিয় হ'ল আৰু কাষৰ দুৱাৰেদি ওলাই গ'ল। অজুহাত হ'ল—খুব জৰুৰী মিটিং আছে।

বাইছ চব্বিছ বছৰৰ ভৰ গাভৰু কেথলিক নান। কেৰালাৰ ছোৱালী। থাকে নাগৰকোয়েলৰ ওচৰৰ এটা কন্‌ভেন্টত। ভাল পালে স্কুলৰ মাষ্টৰজনক। মাষ্টৰজনো যুৱক। তেওঁ আচৰিত। এওঁলোকেও ভাল পাব পাৰে? লুকাই চুৰকৈ লগালগি হয়। শেষত ঠিক হয় যে দুয়ো পলাব। বিয়া কৰি ঘৰ-সংসাৰ কৰিব।

গভীৰ ৰাতি। কন্‌ভেন্টৰ ওখ বেৰৰ কাষত মাষ্টৰ। ছোৱালীজনী বেৰ পাৰ হৈছেহে। এনেতে কোনোবাই সাৰ পাই চিঞৰিছে—চোৰ, চোৰ, চোৰ......

দাৰোৱান দ'ৰ মাৰি পালেহি। চিষ্টাৰ-মাদাৰবোৰ লৰি আহিল। তাই তেতিয়া বেৰৰ ওপৰত। মাষ্টৰে সিফালৰ পৰা হাতটো মেলিছে। কিন্তু হঠাতে তাইৰ ভাৰি পিছলিল। পৰি গ'ল লোহাৰ শলা পুতি থোৱা ঠাইত......।

আঞ্চলিক কাকতত খবৰটো ওলাইছে। তামিল পত্ৰিকা। ইয়াকে লৈ মাদ্ৰাজৰ পৰা কন্যাকুমাৰীলৈকে সকলোতে তোলপাৰ। খবৰটো পিছে মাদ্ৰাজৰ প্ৰধান কাকত কেইখনত ওলোৱা নাই। কৰ্তৃত্বশীল লোক কিছুমানে তাত খবৰটো নছপাবৰ বাবে খুব অনুৰোধ কৰিছে।

খবৰটো পঢ়ি কন্‌ভেন্টৰ চিষ্টাৰবোৰে মুখ বিকটালে। পাপ যেনেকুৱা, শাস্তিও তেনেকুৱা। পুৱা চেৰিটেবিল ডিস্‌পেনচেৰীত খুব কাম। ৰোগীৰে ঘৰটো ভৰি পৰে। ৰোগী চাই শেষ হয় মানে বাৰটা বাজে। কাগজখন হাতত লৈয়ে চোফায়াই বাতৰিটো দেখা পালে। তাইৰ নিজকে সেই ছোৱালীজনী যেন লাগিল। তাইৰ চকুহাল সেমেকিল। বুকুৰ স্পন্দনো ঘন হ'ল। তাই সেই ছোৱালীজনীৰ যন্ত্ৰণা উপলব্ধি কৰিব পাৰিলে। তাই হুমুনিয়াহ এটা কাঢ়িলে।

—হতভাগিনী, এনেকৈ চোৰৰ দৰে পলালি কিয়? জীৱনত হাৰ মানিলি। ভণ্ড, অন্ধ মানুহবোৰৰ ওচৰতো হাৰিলি!

—প্ৰেম কৰিবলৈ লাজ? ভয়?

সেই নেদেখা ছোৱালীজনীৰ দুখত চোফায়া বিহ্বল হৈ পৰিল। দুচকুত তাইৰ বাৰিষাৰ বান।

কলেজত ক্লাছ আছিল। যোৱা নহ'ল। বিয়লি দুটাৰ বাচত পালিয়ামকোট্টা। বাচ যোৱা ৰাস্তাৰ পৰা এমাইলমান দূৰৈতে চাপেলটো। ৰাস্তাৰ দুকাষে ডাঙৰ

ডাঙৰ অৰ্জুন গছ। ঠাইখন নিৰ্জন। পালিয়ামকোট্টাত ডিষ্ট্ৰিক্ট হেডকোৱাৰ্টাৰৰ গণ্ডগোলবোৰ নাই। ৰাস্তাৰ দুকাষে সেউজীয়া ধানখেতি। চাপেলৰ পিছফালেই তাম্ৰপৰ্ণীৰ পাৰ।

ফাদাৰ অমলনাদন ভিক্টোৰিয়াৰ বয়স আশীৰ ওচৰা-ওচৰি। বগা মানুহজন ক্ষীণ। ওখও নিয়মীয়া। মুখত বগা দাড়ি। মূৰৰ চুলিবোৰ কঁহুৱা ফুলৰ দৰে। উজ্জ্বল চকুৰ চাৱনিও কোমল।

ফাদাৰ গেটৰ মুখতে থিয় দি আছিল।

—বাবি, তোৰ মুখখন ইমান শুকান কিয়? ফাদাৰে চোফায়াক মৰমেৰে মাতিলে। তেওঁ হলে আনৰ আগত তাইক 'বাবি' বুলি নেমাতে।

—আহ। ভিতৰলৈ আহ।

—তোমাৰো চেহেৰা বেয়া হৈছে।—চোফায়াৰ কণ্ঠত উদ্বেগ।

—কেইদিনমান ফ্লুত ভুগিলোঁ। এইফালে ফ্লু হৈছে।

—মোক খবৰ নিদিলা কিয়? চোফায়াৰ কণ্ঠত অভিমান। যোৱা। মই ভিতৰলৈ নেযাওঁ। তোমাৰ লগত কথাকে নেপাতোঁ। তোমাৰ বয়সত ফ্লু বৰ বেয়া। তুমি নেজানা?

চোফায়া দূৰৈত থিয় হ'ল।—আহ, আহ, ৰাগ নকৰিবি বুলি ফাদাৰে তাইৰ পিঠিত হাত বুলালে, দুগালত চুমা খালে আৰু তাই হাতৰ বেগটোৰ পৰা এটা সৰু বটল উলিয়ালে। বটলৰ ভিতৰৰ বস্তুখিনি ৰঙা।

—মই নিজে বনোৱা ওৱাইন……

—বাঃ, চমৎকাৰ! ইয়াকে খালেই মই একদম ঠিক হৈ যাম।

ফাদাৰ বৰ খুচী। গেটৰ পৰা চাপেললৈকে সৰু আলি। দুকাষে ফুলৰ বেড। নানাবিধ ফুল। নানা ৰং।

চাপেলটো সৰু। তাৰ ওচৰতে বাংলোটো। তাতেই ফাদাৰ থাকে। বেদনায়কমে তেওঁৰ চোৱা-চিতা কৰে। আৰু মালী এটাও তাত থাকে।

বাংলোৰ ওচৰত থাঁহৰ ওপৰত কেইখনমান বেতৰ চকি। দুয়ো মুখা-মুখিকৈ বহিল।

—এতিয়া তোৰ কি হৈছে ক। তোৰ মুখ শুকান। চকুৰ তলফালে ক'লা পৰিছে।

—আজি পুৱাৰ তামিল পত্ৰিকাখন পঢ়িছা? চোফায়াৰ প্ৰশ্ন।

—নাই পঢ়া। মই ইণ্ডিয়ান এক্সপ্ৰেছৰ মাদ্ৰাজ সংস্কৰণখনহে ৰাখোঁ। ফাদাৰে ক'লে।

হাতৰ বেগৰ পৰা কাগজখন উলিয়াই চোফায়াই ক'লে—এইখন কাগজ। পঢ়া। এইটো খবৰ।

এন্টনীয়ে ততালিকে ক'লে—মোৰ কোনো পলিটিকেল ক্ৰীড নাই। তথাপি মই মাৰ্ক্সৰ তত্ত্বক বিশ্বাস কৰোঁ।

ট্ৰেত কফি সজাই ট্ৰেখন লৈ চোফায়া হাজিৰ হ'লহি। কফিৰ লগত ভজা কাজুবাদাম।

কফি খাবৰ বাবে তিনিও চক্ৰাকাৰে বহিল। কফিত মুখ দি এন্টনীয়ে ক'লে—বঢ়িয়া কফি। গোন্ধটোও অপূৰ্ব।

ফাদাৰে ক'লে—আমাৰ দেশ কফিৰ দেশ; তথাপি সকলোৱে কফি ভালকৈ বনাব নোৱাৰে। আয়াৰ আৰু আয়াঙ্গাৰসকলে ভাল কফি বনাব পাৰে। তেওঁলোকৰ পৰাই মই প্ৰথম কফি বনাবলৈ শিকোঁ। চোফায়া মোৰ যোগ্যা শিষ্যা।

চোফায়াই অন্যমনস্কা হৈ কফি খাই আছিল। নিজৰ নামটো শুনি তাই দুয়োজনৰ ফালে চালে।

ফাদাৰে আলোচনাৰ ধাৰাবাহিকতা ভঙ্গ কৰিবলৈ নিবিচাৰিলে। ক'লে—তুমি নিশ্চয় মাৰ্ক্সবাদ ভালকৈ পঢ়িছা। এই বিষয়ে তুমি ভালেমান কথা জানা নিশ্চয়।

এন্টনীয়ে বিনীত ভাবে ক'লে—অলপ অচৰপ জানো।

তাকে শুনি ফাদাৰে হাঁহি হাঁহি ক'লে—কিন্তু মাৰ্ক্সেই শেষ কথা নহয়। মানুহৰ মুক্তিৰ কাৰণে শ্ৰেণীহীন সমাজ এটা ভাল পন্থা বুলি মোৰ ভাব নহয়। আচলতে মানুহৰ মাজত লোভ, ঈৰ্ষা, হিংসা আদি থাকিবই। মানুহ কি ইয়াৰ উৰ্ধ্বত থাকিব পাৰিব?

এন্টনীয়ে খুব আত্মবিশ্বাসৰ সুৰত ক'লে—মাৰ্ক্স আৰু এঙ্গেল্‌চৰ তত্ত্বৰ ভিত্তি বিজ্ঞানসম্মত। ইয়াত একো ফাঁকি নাই।

ফাদাৰে সেই যুক্তি খণ্ডন কৰিবলৈ বিচাৰিলে। ক'লে—ফাঁকি নেথাকিব পাৰে, কিন্তু ফাঁক আছে; দোষশূন্য নহয়। মাৰ্ক্স-এঙ্গেল্‌চে তত্ত্ব লিখাৰ সময়ত তেওঁলোকৰ তেতিয়াৰ বৈজ্ঞানিক ভিত্তি আছিল ডাৰ্‌উইনৰ বংশগতি তত্ত্ব। কিন্তু তাৰ পাছত আহিল মেণ্ডেলৰ ল' অব্‌ হেৰেডিটি। তাৰ পাছত আকৌ ডিভ্ৰাইচৰ মিউটেছন তত্ত্ব......। এতিয়া জিনৰ আবিষ্কাৰে সকলো ওলট-পালট কৰি পেলাইছে। সেয়েহে মই কৈছোঁ যে মাৰ্ক্সেই শেষ কথা নহয়। গতিকে যাক নুবুজোঁ তাক বিশ্বাস নকৰোঁ বুলি ভবাটো শুদ্ধ নহয়। বুজি পাব নোৱাৰা বস্তুবোৰৰ কথাও চিন্তা কৰা উচিত। সকলোৰে কাৰ্য-কাৰণৰ সম্পৰ্কই মানুহৰ চকুত ধৰা নিদিবও পাৰে। সেই বুলি কিবা এটা কাৰণ নাই বুলি সতকাই কোৱা টান। এটা আচৰিত কথা দেখুৱাই দিওঁ। মোৰ লগত আহাঁ।

ফাদাৰে এন্টনী আৰু চোফায়াক চাপেলৰ পিছফালে লৈ গ'ল। তাত এটা

সৰু ঘৰ। তাত একো থকাৰ ব্যৱস্থা নাই। তাৰ খালি মজিয়াত এজনী ছোৱালী শুই আছে। তাইৰ শিতানৰ ফালে কেৱল এটা পানীৰ পাত্ৰ। ছোৱালীজনী মৰাৰ দৰে পৰি আছে। তাইৰ মুখখন আঁচলেৰে ঢকা।

—এই কোন? কি হৈছে?

—এইৰ নাম সীতাম্মা। ইয়াৰ হিন্দুঘৰৰ ছোৱালী। অৱশ্যে নীহকুলীয়া। তাই বেশ্যা। যোৱা শনিবাৰৰ পৰা এই শনিবাৰলৈকে আঠ দিন কেৱল পানী খাই পৰি আছে। অকণো লৰচৰ কৰা নাই। নুঠেও। শৌচ-প্ৰস্ৰাপ কৰিছেনে নাই অৱশ্যে ক'ব নোৱাৰোঁ।

—কিয়? এন্টনীয়ে সুধিলে।

—জীয়াই থকাৰ পথ বিচাৰিছে। টান বেমাৰ হৈছে। ডাক্তৰক দেখুওৱা হৈছে। ডাক্তৰে হাৰ মানিছে।

—এনেকৈ থাকিলে জানো ভাল হ'ব? এন্টনীৰ কথাত সন্দেহৰ সুৰ।

—বহুতৰ ভাল হয়। এনেকৈ ভালেমান দিন পৰি থাকে। ঈশ্বৰৰ নিৰ্দেশ পায়। এইবোৰৰ ব্যাখ্যা মাৰ্ক্স বা এঙ্গেল্‌চে দিব নোৱাৰে। মাৰ্ক্সবাদীসকলে এইবোৰ বিশ্বাসকে নকৰে। বিশ্বাস কৰক বা নকৰক। কিন্তু এইবোৰ ঘটি আছে। গতিকে আমাৰ বিশ্বাসে ঢুকি নোপোৱা বহুত বস্তু আছে। সাধাৰণ মানুহে ইয়াকে দৈৱগুণ বা মিৰেকোল বুলি কয়। এই মিৰেকোলকে বিজ্ঞানে ব্যাখ্যা কৰি আছে। ফাদাৰে এটা সৰু বক্তৃতাই দিলে।

চোফায়াই মনে মনে কফি খাই খাই ফাদাৰৰ কথাবোৰ শুনি আছিল। তাই হঠাৎ মাত লগালে—তথাপি ঈশ্বৰৰ নামত যি ভণ্ডামি চলি আছে সেইবোৰ দেখি-শুনি ঈশ্বৰত বিশ্বাস-স্থাপন কৰাই মস্কিল হৈ পৰিছে। যুক্তিত বিশ্বাস থকা লোকে কোনোপধ্যে ঈশ্বৰত আস্থা-স্থাপন কৰিব পৰা নাই।

এন্টনী অবাক! এগৰাকী নানৰ মুখত এনে কথা! তাকে শুনি এন্টনীয়ে নিজৰ কাণ দুখনকে বিশ্বাস কৰিব পৰা নাই।

—তদুপৰি ঈশ্বৰক মানিবলৈ হ'লে ধৰ্মকো মানিব লাগিব। কিন্তু ধৰ্মক কেন্দ্ৰ কৰি ইমান হাই-কাজিয়া, ইমান বিভেদ! এনেকৈ কৈ এন্টনীয়ে চোফায়াক সমৰ্থন জনালে। সি আকৌ ক'লে—ধৰ্মৰ নামত ভাৰতবৰ্ষখনেই ভাগ ভাগ হ'ল।

চোফায়াই উৎসাহ পালে। ক'লে—মোৰ বোধেৰে পৃথিৱীৰ পৰা সকলো ধৰ্ম আইন কৰি নিষিদ্ধ কৰি দিব লাগে। চাৰ্চ, মছজিদ আৰু মন্দিৰো নাইকিয়া কৰিব লাগে।

পিছে ফাদাৰৰ অকণো খং নুঠিল। হাঁহি মুখে শুনিলে। তেওঁ পটৰ পৰা আৰু একাপ কফি বাকি কাজুবাদামৰ সৈতে এন্টনীৰ ফালে আগুৱাই দিলে। তেওঁ ক'লে—সকলো মানুহৰে মনৰ জোৰ সমান নহয়। নিজক বিচাৰ কৰাৰ

ক্ষমতা বহুতবে নাই। এনে মানুহৰ বাবে ধৰ্ম বৰ প্ৰয়োজনীয়। তোমাৰ দৰে মানুহ চাৰ্চলৈ ন'গলেও হয়। কিন্তু সকলো তোমাৰ দৰে নহয়। তোমাৰ দেউতাৰা……

ইয়াকে কৈ ফাদাৰ ৰ'ল। অলপ পৰৰ পাছত ক'লে—এতিয়া বাৰু ধৰ্মৰ কথা বাদ দিয়া যাওক। এনে আলোচনাৰ আদি অন্ত নাই। আন এটা কথা ক'বলৈহে মই তোমাক মতাই পঠিয়াইছিলোঁ।

ইয়াকে কৈ ফাদাৰে চোফায়াৰ ফালে চালে। তাই কফিৰ পাত্ৰ কেইটা আৰু প্লেট কেইখন ট্ৰেত তুলি ল'লে। ট্ৰেখন হাতত লৈ তাই ভিতৰ সোমাল।

—মৃত্যুৰ আগতে তোমাৰ দেউতাৰাই মোৰ আগত কনফেছন কৰে। তেওঁৰ জীৱন আছিল অতি বিচিত্ৰ। তেওঁ সমস্ত জীৱন যুঁজ কৰিয়েই পাৰ কৰিলে। সৰু-সুৰা পাপ-পুণ্য আৰু নীতি-নিয়মলৈ তেওঁৰ ভ্ৰূক্ষেপেই নাছিল। কিন্তু গোটেই জীৱন তেওঁ এটা পাপৰ প্ৰায়শ্চিত্ত কৰি আহিছে। ই তেওঁক গোটেই জীৱন যন্ত্ৰণা দি আহিছে……

—কিহে? এণ্টনীৰ প্ৰশ্ন।

—অধিক উপাৰ্জন আৰু জমা টকা। সেয়েহে যোৱাৰ আগতে মোক শেষ অনুৰোধ কৰিলে: মই জীয়াই থকা দিন কেইটা চাব লাগে যাতে সেই ধনৰ সদ্‌গতি হয়। সেয়েহে ময়ো উইলৰ এজন সাক্ষী। চেণ্ট পিটাৰ আছিল শিল, ৰক। ইয়াৰ ওপৰত যিশুৱে প্ৰথম চাৰ্চ নিৰ্মাণ কৰিছিল। সেই চাৰ্চ এতিয়া ক'ত আছে কোনেও ক'ব নোৱাৰে। তোমাৰ দেউতাৰাই মোজেচ ফাৰ্ণাণ্ডোৰ ল'ৰা। পিটাৰক সেইকালৰ চেণ্ট পিটাৰৰ নিচিনা বুলি ভাবিছিল। গড্‌উইনৰ চাৰ্চ আছিল জনকল্যাণৰ চাৰ্চ। পিটাৰৰ নামত তেওঁ সেয়েহে সকলো সম্পত্তি উইল কৰি থৈ গ'ল। তেওঁ তোমাৰ বিষয়ে এনেকৈ ক'লে: সি যদি মোৰ আত্মাক সুখী কৰিব খোজে, তেনেহ'লে মোৰ ইচ্ছা, সি যেন পিটাৰৰ লগ লাগি জনহিতকৰ কাম কৰি যায়।

## 47

চোফায়াৰ ফটোগ্ৰাফীত বৰ নিচা। জন্তুৰ ফটোত। গছ-গছনি, পৰ্বত আৰু সাগৰৰ ফটো তোলাতো। মেনুৱেলে দিয়া দামী কেমেৰাৰে তাই যেতিয়াই তেতিয়াই ফটো তোলে। এলবাম ছবিৰে ভৰ্তি। তাইৰ অনেক দিনৰ ইচ্ছা হ'ল এটা ওৱাইড্ এঙ্গোলৰ লেন্স আৰু টেলিলেন্স পোৱাৰ।

এই দুটা বস্তু পালেই তাই থেকাড়িৰ অৰণ্যলৈ যাব। তাত পেৰিয়াৰ হ্ৰদৰ ওপৰত নাৱত বহিলে হাতীৰ পালৰ জলকেলি দেখা যাব। সিহঁতে শুঁড়েৰে পানী দূৰৈলৈ পেলাব আৰু নিজৰ গাতো ঢালিব। হাতী-পোৱালিবোৰে মাকৰ পিছে পিছে সাঁতুৰিব। চোফায়াই এইবোৰৰ ফটো তুলিব। হাতী-পোৱালিবোৰ বৰ ইন্টাৰেষ্টিং। তাই ইণ্ডিয়ান বাইচনৰো ফটো তুলিব।

মেনুৱেলে চোফায়াৰ এই নিচাৰ কথা জানে। তাৰ হাতত আছে পাৱাৰফুল টেলিলেন্স। বস্তুটো আজি দুপৰীয়াহে সি পাইছে। লগত এখন ওৱাইড্ এঙ্গোল লেন্সো।

কাৰ্দোজা ব্ৰাদাৰ্চৰ গেষ্ট ৰুমত বহি মেনুৱেলে ইয়াকে লিৰিকি বিদাৰি চাই আছে। মনত এটা বুদ্ধিও খেলাইছে।

তাৰ মগজত এতিয়া গ্ৰেগৰী। তাৰ বেমাৰৰ মোক্ষম দৰব হ'ল কুমাৰী ছোৱালীৰ লগত সহবাস। কিন্তু তাই প্ৰকৃততে কুমাৰী হ'ব লাগিব। কিন্তু এজনী নানতকৈ আছুল কুমাৰী আৰু কোন থাকিব পাৰে?

লগে লগে তাৰ মনত পৰিল চোফায়ালৈ। তাৰ মন উগুল-থুগুল। সেই মুখ, সেই চেহেৰা। অলপ পৰ তাইলৈ চাই থাকিলে মন অস্থিৰ হৈ পৰে।

বহু দিনৰ আগতেই মনত জুই জ্বলিছিল। কিন্তু একো ভৰসা পোৱা নাছিল। কিন্তু নাগৰকোয়েলৰ কেচটোৱে মেনুৱেলৰ মনত সাহস দিছে। তদুপৰি অ'ত ত'ত নানবোৰৰ কীৰ্তিও তাৰ জনা আছে। এই ক্ষেত্ৰত তাৰ ককায়েক চুচান সাংঘাতিক। চিষ্টাৰ জোচেফাইন এতিয়াও চুচানৰ ওচৰলৈ আহে। লগত নিজ হাতেৰে বনোৱা ওৱাইন লৈ আহে। হাঁহি হাঁহি গাত পৰি গল্প কৰে।

মেনুৱেলৰ চিঠি লৈ এটা ল'ৰা গ'ল। চিষ্টাৰক আজি সন্ধিয়া ব্লেছিঙ্ চ দি যাবলৈ অনুৰোধ। আহিলে জাপানৰ পৰা অনা টেলি আৰু ওৱাইড এঙ্গোল লেন্স চাই যাব পাৰিব।

সন্ধিয়া লিন্‌ডাৰ এন্‌গেজমেণ্ট আছে লেডিজ ক্লাবত। তাই দহটাৰ আগতে ঘুৰি নাহে। সেয়েহে মেনুৱেল অফিচৰ পৰা চাৰে ছটাতে আহিল। তেতিয়া লিন্‌ডা ক্লাবলৈ যাবলৈ সাজু হৈছে।

—ইমান সোনকালে একা? লিন্‌ডাৰ প্ৰশ্ন।

—গাটো ভাল নহয়। মেনুৱে চমুকৈ ক'লে।

—গাটো পিটিকি দিবলৈ কাৰোবাক কোৱা। ৰাবেলাক ছুটী দিছোঁ। তাই চিনেমা চাবলৈ গৈছে।

—কাৰো দৰ্কাৰ নাই। ইয়ালৈ কাকো আহিবলৈ নিদিবা। মই অকলে থাকিব বিচাৰিছোঁ।—মেনুৱেলে গহীন হৈ ক'লে।

—থাকা, অকলেই থাকা। মই এফালে যাওঁ।—লিন্‌ডাই খুব ভাল সাজ-পোছাক পিন্ধি বিছ মিনিটমানৰ ভিতৰতে গুচি গ'ল।

ঠিক সাতটাত চোফায়া উপস্থিত হ'লহি। আন দিনাৰ দৰে তাই লিন্‌ডাৰ শোৱা ঘৰ পালেহি।

মেনুৱেল চকিত বহি আছিল। সি ক'লে—আহক, আহক।

—মিছেচ কাৰ্দোজা......। চিষ্টাৰ চোফায়াৰ হুচকুত প্ৰশ্ন।

—চাৰ্চলৈ গৈছে। এতিয়াই আহিব। এইখিনি সময় এই লেন্স দুখন......। টিপয়ৰ ওপৰত ৰখা লেন্স দুখন মেনুৱেলে খাপৰ পৰা খুলি ৰাখিলে।

চোফায়াই টেলিলেন্সখন হাতত তুলি লৈ ভালকৈ চাবলৈ ধৰিলে।

থেকাড়িৰ অৰণ্য। পেৰিয়াৰ হ্ৰদ। হাতীৰ পাল। বাইচনৰ পাল......

হঠাৎ দুখন হাতেৰে পিছ ফালৰ পৰা কোনোবাই তাইক সাবটি ধৰিলে। হাত দুখনত খুব জোৰ। হাতেৰে তাইৰ ওখ বুকুৰ ওপৰতো জোৰ দিছে। চিঞৰিলে গণ্ডগোল বাঢ়িবহে। তাইৰ মুখখনো সি সোপা মাৰি ধৰিছে।

—চফি, মাই ডাৰ্লিং! মাই এভ্ৰিথিং ইজ ফৰ ইউ......

জোৰ-জবৰদস্তি বৃথা। চিষ্টাৰ অসহায়। তাইক এতিয়া সি বিছনাত পেলাই দিছে। তাইৰ ভৰি দুখন খাটৰ দাঁতিত ওলমিছে। মূৰৰ টুপীটোও বিছনাত।

—খোলা, খোলা, এই আলখাল্লাটো খোলা। নহ'লে ইস্ত্ৰি ভাগিব—ইয়াকে কৈ মেনুৱেলে আলখাল্লাৰ বাঙ্কোনবোৰ বিচাৰিছে। সি চিষ্টাৰৰ নগ্ন দেহটো পাবৰ বাবে পাগল। তাৰ হাত দুখন আলখাল্লাৰ তললৈ গ'ল। কেৰা বাৰো। পেন্টিত ধৰিও টনাটনি।

চোফায়াই তল ওঁঠখন কামুৰি ধৰিছে। তাই কি ভাবিছে সি ধৰিব পৰা নাই। তাইৰ চকু দুটা বন্ধ। মুখখন ঘামিছে। নিশ্বাস ঘন।

মেনুৱেলে বাঙ্কোন এটা বিচাৰি পাইছে। কিন্তু খুলিব পৰা নাই। টনাটনি কৰিছে।

অতৰ্কিতে বুকুৰ ওপৰত এটা প্ৰকাণ্ড গোৰ। চোফায়াৰ ভৰিত সাংঘাতিক জোৰ। মেনুৱেল মজিয়াত চিটিকি পৰিল।

চোফায়া লৰালৰিকৈ ওলাই আহি ৰাস্তা পালেহি। এখন কুদবৈভাণ্ডিও পালে। তাই তাত উঠি কন্‌ভেণ্টলৈ আহিল। সন্ধিয়া সকলো চিষ্টাৰ নিজ কোঠাত থাকে। গতিকে তাইক কোনেও দেখা নেপালে।

চোফায়াই পাৰে মানে কান্দিলে। ৰাক্ষসবোৰৰ পৰা নান হৈয়ো নিস্তাৰ পাব নোৱাৰি। মই ইয়াৰ প্ৰতিশোধ ল'ম!

ইফালে সাগৰত জাল পেলাই পিটাৰ বহি আছে। পিটাৰৰ লগত এন্টনী। আজিকালি এন্টনী প্ৰায়ে পিটাৰৰ লগত সাগৰলৈ যায়। নীল আকাশৰ তলৰ সাগৰখনৰ ওপৰত থাকি তাৰ বৰ ভাল লাগে।

দূৰত দুখন জাহাজ। ক'ৰ পৰা আহিছে কোনেও নেজানে। ইউ. কে. বা কণ্টিনেণ্টৰ হ'ব পাৰে; জাপানৰো হ'ব পাৰে। আমেৰিকাৰ জাহাজো হ'ব পাৰে। জাহাজ দুখন আন্ধাৰত জিলিকি আছে। কাৰণ জাহাজত পোহৰৰ ব্যৱস্থা আছে। পিটাৰৰ দৃষ্টি সাগৰৰ পানীতহে। সি কিবা এটা চাবলৈ চেষ্টা কৰিছে। বাকী চাৰিটা নাৱৰীয়া মনে মনে আছে। নাওখন লঙ্গৰ পেলাই থিৰকৈ ৰখা হৈছে। সাগৰো শান্ত। নাৱত সৰু সৰু ঢৌবোৰে খুন্দা মাৰি শব্দ কৰিছে। পিটাৰে জাল পাতিছে। জাল পতাৰ সময়ত নাৱৰীয়া পাঁচটা আছিল। নাদন এতিয়া হেয়াৰ আইলেণ্ডত। পিটাৰে তাক তাত নমাই থৈ আহিছে।

আবেলি বৰশীত ভালেখিনি মাছ ধৰিছিল। কিন্তু বজাৰত বেচিব পৰা বিধৰ মাছ নহয়। মাইকেলে অলপ মাছ নিজে খাবৰ কাৰণেহে ৰাখিছে। বাকীখিনি মাছ জাহাজৰ মানুহক বিক্ৰী কৰিছে, প্ৰায় চাৰি গুণ দামত।

হেয়াৰ আইলেণ্ডৰ পোৰা ঘৰটোত নাদনে বন্ধাবঢ়া কৰিছে। নাৱত আছে মাইকেল, গোমেচ, মাথু আৰু সিংগাৰায়ণ।

সিংগাৰায়ণে সৰু সৰুকৈ কৈছে—সোঁখন তোনী, পেৰিয়ান্না। এয়া, এয়া। নাও বাওঁফালে ঘুৰোৱা। ইয়াত জাল পতা আছে।

এন্টনীয়ে দেখা পাইছে যে সৰু তোনী এখন প্ৰায় জাল পতাৰ ওচৰ পাইছেহি। সেইবাবে অৱশ্যে জালখনৰ একো নহয়, মাছবোৰহে জালৰ ওচৰৰ পৰা নাইকিয়া হয়।

পিটাৰ গৰ্জি উঠিল—তোনীখন ধৰ। টিণ্ডেলে কথা নুশুনে। দেখা যাব ইয়াক। তৎক্ষণাৎ নাৱৰ লঙ্গৰ তোলা হ'ল। পানীত বঠাৰ আঘাত লাগিল। নাওখন

বুলি এন্টনীয়ে ধৰি ল'লে। আগতে কেবাবাৰো তাৰ এনে অভিজ্ঞতা হৈছিল।

—কাহিনীটো এনেকুৱা। পিটাৰে কাহিনী কোৱা আৰম্ভ কৰিলে।

ওস্তাদ মাছুৱৈ। সাগৰৰ পৰা এচলু পানী তুলি লৈ তলত মাছ আছেনে নাই ক'ব পাৰে। সি কয়, মই দুনিয়াৰ আন কথা বাদ দি কেৱল মাছৰ কথাই যেতিয়া ভাবোঁ তেতিয়াই মাছ ধৰাৰ আচল ক্ষমতা লাভ কৰোঁ। তেতিয়া মাছহে মোৰ ধ্যান! গতিকে মাছ মোৰ ওচৰলৈ নাহি ক'লৈ যাব? অৱশ্যে সাগৰৰ লগত যুঁজিবই লাগিব। তাৰ বাবে সাহসৰ আৰু বলৰ দৰ্কাৰ। মন কুদিবৈয়ে নাথি আটিল পো গেলা মো। বোকাৰে বনোৱা খোঁৱাৰে নদী পাৰ হোৱাৰ কথা নেভাবিবা। সাগৰ সাধাৰণ বস্তু নহয়। সাগৰৰ লগত যুঁজিবলৈ হ'লে নিছা খাই দেহ নষ্ট কৰিলে নহ'ব। মাইকী মানুহৰ পিছত লাগি থাকি বা মাইকীৰ নিছাত পৰি দেহ নিশকতীয়া কৰিলে নচলিব। মানুহটোৱে জীৱনত এটোপাল মদ বা তাড়ি মুখত দি পোৱা নাছিল। বাজে তিৰোতাৰ ওচৰ নেচাপিছিল।

এন্টনীৰ বুজিবলৈ বাকী নেথাকিল যে পিটাৰে তাৰ বাপেকৰ কথা কৈছে।

সেই মানুহটো এদিন জানুৱাৰীৰ শেহৰ ফালে জাল, বৰশী আদি লৈ সাগৰলৈ গ'ল। আকাশত অলপ অচৰপ ডাৱৰ। সাগৰৰ পানী ঘোলা। চাইক্লোনৰ বতাহে উকি মাৰিছে। সাগৰ উত্তাৱল। মানুহটোৰ লগত আৰু কোনো নাছিল। একেবাৰে অকলশৰীয়া।

মাক মৰা মাউৰা ল'ৰাটো ঘৰত অকলে আছিল। তাৰ মাক সৰুতেই মৰিল। এতিয়া সি ডেকা। বয়স ত্ৰিছ-বত্ৰিছ। সি ক'লে—দেউতা, ময়ো লগত যাম।

বাপেকে ক'লে—দৰ্কাৰ নাই। তাৰ পাছত পুতেকৰ মাত বন্ধ। বাপেক গ'ল। দুদিন তেওঁ নাহিল। ইফালে সাগৰ উন্মত্ত হৈ পৰিছে। পুতেকৰ খুব চিন্তা।

দুদিনৰ পাছত বাপেক ওলালহি। এটাও মাছ নেপালে। পুতেকে ক'লে—এনেকুৱা সাগৰত মাছ ধৰিব পাৰি জানো? মাছ পোৱা যায় জানো?

বাপেকে ক'লে—মাছ মাৰিবলৈ যোৱা নাছিলোঁ।

পুতেকে সুধিলে—তেনেহ'লে এনে দুৰ্যোগত ক'লৈ গৈছিলা?

বাপেকৰ গহীন উত্তৰ—তোৰ মাৰক মাৰিবলৈ।

পুতেক আচৰিত! এনেকুৱা এটা খবৰ পোৱা মানে ৰাজপথত এঞ্জেল দেখাহে। সি সুধিলে—মা জীয়াই আছে?

—আছে, আছে। বেছ ভালকৈ আছে। তাইৰ গোটেই গাতে গহনা। ঘৰত অসংখ্য বিলাসী বস্তু। চব চোৰাং মাল। পৰ্দা, ঘড়ি, ৰেডিঅ'......

পুতেকে দেখিলে যে বাপেকৰ চকু ৰঙা আৰু তেওঁৰ মুখত বিকট হাঁহি। সি সুধিলে—মা জীয়াই আছে বুলি আগতে তুমি মোক নক'লা কিয়?

নিচাত বুৰ গৈ থকা বাপেকে ক'লে—তাই বেশ্যা।

সেই ৰাতি পুতেকৰ টোপনি নাহিল। তাৰ মনত বহুত চিন্তা। সেইবোৰ চিন্তাই তাক অস্থিৰ কৰি তুলিলে। বাহিৰত নিচা কৰি অহা বাপেকে চিঞৰ-বাখৰ কৰি থাকিল।

—কি কুক্ষণত যে আজি মই মানাপাডেৰ বজাৰত মাছ বেচিবলৈ আহিলোঁ! কি কুক্ষণত তোৰ দৰে বেশ্যা এজনীৰ লগত দেখা হ'ল! অকণমান পানী-কেঁচুৱাটোক তই কি সতেৰে এৰি থৈ আহিছিলি? তোৰ বুকুখন ফালি চাবৰ ইচ্ছা গৈছে। তই কোন হাৰামজাদাৰ লগত জাহাজ চাবলৈ গৈছিলি? ইজ্জৎ বেচি তই বহুত ধন পাইছিলি। মোৰ দৰে গৰীবৰ ঘৰলৈ আৰু ঘূৰি নাহিলি......

পাছদিনা ধলপুৱাতে পুতেক নাও লৈ সাগৰত। সাগৰে তেতিয়া ভয়ঙ্কৰ ৰূপ লৈছিল। তালৈ তাৰ ভ্ৰূক্ষেপ নাই। এতিয়াই সি মাকক বিচাৰি মানাপাডেলৈ যাব। মাক বজাৰৰ বেশ্যা হ'ব পাৰে। তথাপি তাই তাৰ মাক। মাকক সি দেখা কৰিবই।

সাগৰৰ ঢৌ তালগছৰ সমান। তাৰ মনৰ ঢৌবোৰো তেনেকুৱাই। সি হঠাৎ অন্যমনস্ক হোৱাৰ বাবে ঢৌৱে নাওখন এছাৰ মাৰি ডুবালে। সি সাগৰত ছিটিকি পৰিল। দুদিন পানীত ভাঁহি ভাঁহি শেষত পাৰত উঠিলহি। সি অজ্ঞান।

নাগৰকোয়েল হস্পিটেলতহে সি চেতনা পালে। তাক পাৰৰ বালিত পৰি থকা দেখা পাইছিল কিছুমান মাছমৰীয়াই। সিহঁতেই তাক হস্পিটেললৈ আনিছিল।

—ইয়াৰ পাছত তোৰ মাৰক দেখিছিলি? এন্টনীয়ে সুধিলে।

—দেখিছোঁ। কৈয়ে পিটাৰ নিমাতে ৰ'ল।

এটা হিয়া-ভগা হুমুনিয়াহ। বোধহয় চকুলোৱেও দৃষ্টি অস্পষ্ট কৰিলে। মাতটোও খোকাথুকি। পিটাৰে শেষত ক'লে—মোৰ মা বৰ দুখিনী। পেটত ভাত নাই। পিন্ধে ফটাছিটা কাপোৰ। লাজ ঢাকিবৰ উপায় নোহোৱা অৱস্থা। স্বাস্থ্য নাই, সহায়-সম্বল নাই। তেল নোপোৱা জঁট লগা চুলিত ওকণি। চেহেৰাটো পোৰা কাঠৰ দৰে। অতি ৰুক্ষ। চয়তানবোৰে মোৰ মাক জাহাজ দেখুৱাম বুলি কৈ সৰ্বনাশ কৰিছিল। দুখিনীক পইছাৰ লোভ দেখুৱাইছিল। তাৰ বিনিময়ত মাই মূৰত সমাজৰ লাজবোৰ তুলি লৈছিল। সেই লজ্জা, সেই ঘৃণা, সেই অত্যাচাৰ মূৰ পাতি লৈ মোৰ মা জীয়াই আছে। তই এই পূব উপকূলৰ যিকোনো মাছমৰীয়াৰ বস্তিত মোৰ মাক দেখা পাবি, এন্টনী। এইতো এতিয়া বালিৰ চৰত শুই আছে।......

কথাখিনি কৈ সি হাতখন দাঙি ধৰি শুইথকা চুজিক দেখুৱালে।

নাৱৰ পৰা নামিয়েই এন্টনীয়ে গম পালে যে এই ঠাইলৈ সি আগতে আহিছিল। অলপহে পৰিবৰ্তন হৈছে। এতিয়াও উত্তৰৰ পৰা লেতেৰা বস্তুবোৰ কঢ়িয়াই অনা খালটো আছে। চহৰৰ পৰা আহিলে মীন বিভাগৰ অফিচৰ চৌহদটো পাৰ হোৱাৰ পাছতেই এই খালটো পোৱা যায়। সেই ঠাইখন ইয়াৰ উত্তৰে।

—নামটো কি আছিল? এন্টনীয়ে পিটাৰক সুধিলে।

—থেৰেচপুৰম।

তাত সোমোৱাৰ লগে লগেই এটা দুৰ্গন্ধ। দুৰ্গন্ধটো ঘপহ কৰে নাকত সোমালহি। এন্টনীৰ বমি অহাৰ অৱস্থা।

পিটাৰে ক'লে—টিনৰ চালি থকা ঘৰটোৱেই হ'ল শঙ্খৰ গুডাম।

এন্টনীয়ে ক'লে—কি উৎকট গোন্ধ!

—এনে গোন্ধ হবই। শঙ্খৰ কেঁচা মঙহবোৰ এইফালে পেলায়। সেইবোৰ পঁচিছে। তদুপৰি এই নৰ্দমাটো!......

নৰ্দমাৰ বোকাবোৰ ক'লা। তাৰ ওপৰত লেতেৰা পানীৰ সোঁত। নৰ্দমাৰ পাৰত ল'ৰা-ছোৱালী আৰু বুঢ়া-বুঢ়ীয়ে মলত্যাগ কৰিছে। পিছফালে গাহৰিবোৰে চোপ লৈ আছে। তাত কিছুমান ফপৰা কুকুৰো আছে! কুকুৰ আৰু গাহৰিৰ মাজত খোৱা-কামোৰা হৈছে। ইহঁত চেনিটেৰী স্কেভেঞ্জাৰ।

এন্টনীয়ে এই ঠাই লৰালৰিকৈ পাৰ হ'ল। পিটাৰৰ পিছে ভ্ৰূক্ষেপেই নাই। সি চুজিৰ লগত কথা পাতি আহি আছে।

খালটো পাৰ হোৱাৰ পাছতেই মাছমৰীয়াহঁতৰ বস্তি। চাৰিওফালে মাখিৰ ভেনভেননি। বাঁহৰ খুটাৰ ওপৰত তালপাতৰ চাল। জুপুৰীবোৰ সৰু সৰু। দুয়োকাষে শাৰী শাৰী জুপুৰী। মাজত অলপহে খালি ঠাই। তাত শুকান মাছ মেলি থোৱা আছে। মাজে মাজে একোখন জাল মেলি থোৱা আছে। য'তে ত'তে জাকে জাকে ফপৰা কুকুৰ, গাহৰি আৰু কুকুৰা চৰাই।

এন্টনী বস্তিৰ সমুখত ৰ'লহি। পিছত চুজি আৰু পিটাৰ।

ওচৰত এটা কুঁৰা। কুঁৰাৰ কাষত তিৰোতা মানুহৰ ভীৰ। সিহঁতক দেখি বয়স ধৰিব নোৱাৰি। আটাইৰে জৰাজীৰ্ণ চেহেৰা। সকলো শুকান। পোৰা কাঠৰ দৰে। মুৰত জুটুলা চুলি। পিন্ধনত আঠুলৈকে পৰা শাড়ী। তাকো ফটাছিটা। বহুতে তলভাগ ঢাকি ওপৰ ভাগ ঢাকিব নোৱাৰে।

দাঁত উলিয়াই ছোৱালীবোৰে হাঁহিছে নাইবা কাজিয়া কৰিছে। মুখৰ কথাৰ লাগ-বান্ধ নাই। এজনী দীঘলী মাজবয়সীয়া তিৰোতাই এজনী সৰু ছোৱালীৰ ওপৰত জপিয়াই পৰি তাইক ধৰিছে আৰু গালি পাৰিছে। ছোৱালীজনীক ভালকৈ লক্ষ্য কৰিহে ধৰিব পাৰি যে তাই যুৱতী। তাই এখন সস্তীয়া ৰঙা শাড়ী পিন্ধিছে। ব্লাউজটোও ৰঙা।

দুয়োজনীৰ মাজত টনা-আজোৰা, জোঁটা-পোটা। মৰামৰি, কামোৰা-কামুৰি। আন ছোৱালীবোৰ চাৰিও কাষে আছে। সিহঁতে অবাইচ মাত মাতিছে। সিহঁতে এণ্টনীৰ উপস্থিতিটো গ্ৰাহ্য কৰা নাই।

এণ্টনীৰ চৌপাশে এজাক ল'ৰা-ছোৱালী। অলপ আগতে সিহঁত কুকুৰ আৰু গাহৰিৰ লগত মিলি আছিল। এণ্টনীয়ে পিন্ধিছে বগা ভেষ্টি আৰু কুৰ্তা। ভদ্ৰলোক। ল'ৰা-ছোৱালীবোৰৰ খুব কৌতূহল, সিহঁতে নিজৰ ভিতৰতে কাজিয়াও কৰিছে।

পিটাৰ চুজিৰে সৈতে ছোৱালীবাহৰ মাজত। সি চিঞৰিছে—কি হৈছে? কাজিয়া কৰিছ কিয়?

যুৱতী ছোৱালীজনীক এৰি দি আদহীয়া মাইকী মানুহজনীয়ে নিজৰ কাপোৰকানি সাথন লগাই খঙেৰে ক'লে—তুমি ইয়াৰ পৰা আঁতৰ হোৱা। কাজিয়াৰ বিচাৰ কৰিব নেলাগে।

ছোৱালীজনীয়েও সৰ্পিণীৰ দৰে ফোঁচ-ফোঁচাই আছে।

—চালি হাৰামজাদী, নিজে জহন্নামে গৈছ, যা। তই আনবোৰৰ মূৰবোৰ চোবাবলৈ বিচাৰিছ কিয়? তোৰ কিমান তাগত আছে চাওঁ, আহ। মই আগতেই পানী লৈ যাম·· ···

পিটাৰে আহি এণ্টনীক হাতত ধৰিলেহি। দুয়ো আগবাঢ়িল। এণ্টনীয়ে ইমান পৰে এইবোৰকে চাই আছিল। ল'ৰা-ছোৱালীবোৰৰ কিছুমানৰ গাত এটুকুৰা কাপোৰো নাই। নংটা। সিহঁতৰ হাতভৰিবোৰ জেওৰা খৰিৰ দৰে। গাৰ হাড় লেখিব পাৰি। কাৰোবাৰ পেটটো সোমোৱা, কোনোটো টেকেলী-পেটীয়া। নিশ্চয় পেটৰ ভিতৰত পেলু। সিহঁতৰ গাৰ ছাল খহটা। সিহঁত ৰোগ আৰু অপুষ্টিৰ চিকাৰ।

এণ্টনী আগুৱাই গ'ল। লগত পিটাৰ আৰু চুজি। অলপ গৈয়ে সিহঁতে কেইটামান মানুহ পালে। সিহঁতৰ গালবোৰ সোমোৱা। সিহঁত চক্ৰাকাৰে বহিছে। মাজত আৰকৰ বটল। এখন গামোচাৰ ওপৰত কিছুমান ভজা চাউল আৰু বুট।

ওচৰত থিয় হোৱাৰ লগে লগেই আৰকৰ উৎকট গোন্ধ। চাৰিটা মানুহ তৎক্ষণাৎ থিয় হ'ল। এটাই কৈফিয়তৰ সুৰত ক'লে—কালি ৰাতি বৰ খাটনি

হ'ল। সেয়েহে অলপ মাৰদু ( ঔষধ )......। হঠাতে সিহঁতৰ মাজৰে এটাই চিঞৰি চিঞৰি ক'লে—পিটাৰ, তোৰ এয়ে কাম? মোৰ গাভৰু ছোৱালীজনী তই লৈ গলি......

কটীয়া চ'ল'মন। তাৰ চকু দুটা ৰঙা। সি দৌৰি আহি চুজিৰ চুলিত ধৰিলেহি।

—তই কোনটো লাজৰে মোৰ ওচৰলৈ আহিছ? যা, গুচি যা।

বেধুম মাৰ। চৰ, কিল, গোৰ। এন্টনী অবাক। পিটাৰ গৰ্জি উঠিল—খবৰ্দাৰ চ'ল'মন। তাইৰ গাত হাত নিদিবা।

চল'ম'নে চুজিক এৰি দি থিয় দি ৰ'ল। সি ফোপাবলৈ ধৰিলে। হঠাৎ সি চিঞৰিলে—লুচি, লুচি, তোৰ জীয়েৰ লোকৰ লগত ৰাতি থাকি এতিয়া ঘৰ পাইছেহি। তই চাহি।

পিটাৰে তাক এটা চৰ শোধালে। চৰ খাই চ'ল'মান মনে মনে থাকিল।

কাষৰ এটা জুপুৰী। তালপাতৰ দুৱাৰৰ কাষত এটা মূৰ্তি। এজনী তিৰোতা। কঙ্কালসাৰ চেহেৰা। কিন্তু পেটটো হ'লে ওফন্দা। কাপোৰ আঠুলৈকেহে আছে। বুকুখন উদং। ভৰি দুখন ছাগলীৰ ঠেঙৰ দৰে।

তাই ডিঙিৰ সিৰ ফুলাই চিঞৰিবলৈ ধৰিলে—চালি হাৰামজাদী, নটিনী, নাটেশৰী, বজাৰৰ বেশ্যা! তোৰ পৈয়েৰটো ক'ত আছে? তাক এবাৰ চাই লওঁ। তাৰ চৈধ্য পুৰুষৰ......

তাৰ পাছত ভালেমান অবাইচ শব্দ। এন্টনী অবাক। ইমান শুকান মানুহজনীৰ মাতত ইমান জোৰ! ভয়ানক শব্দ! কি সাংঘাতিক ৰাগ! শব্দবোৰ যেন মেচিন গানৰ গুলীহে!

এক মিনিটত প্ৰায় আঢ়ৈ শ' গালি-শপনি। ইমান ডাঙৰ পেট ডালেৰেই তাই কঁকালটো অগাপিছা কৰিছে। ভঙ্গীটো কুৎসিৎ। অশ্লীল। তাৰ লগতে অনৰ্গল অশ্লীল শব্দ।

এন্টনীৰ মূৰটো ঘূৰাইছে। পিটাৰ নিমাত। চুজিয়ে দুহাতেৰে মুখখন ঢাকিছে। তাই ইনাই-বিনাই কান্দিছে।

মানুহজনীয়ে ভগা মুঢ়া এটা হাতত লৈ চুজিক মাৰিবলৈ খেদি আহিল। চুজিয়ে ভয়ত চিঞৰি চিঞৰি পিটাৰৰ পিছফালে থিয় হ'লহি। পিটাৰে মানুহজনীক বাধা দি ক'লে—খবৰ্দাৰ! যেন বাঘৰ গৰ্জনহে। মানুহজনী থিয় দি ৰ'ল। অলপ পৰৰ কাৰণেহে। তাই আকৌ বলকনি আৰম্ভ কৰিলে।

—চুজি, বল। আমি ইয়াৰ পৰা যাওঁ। পিটাৰে ক'লে।

এন্টনীয়ে স্বস্তিৰ নিশ্বাস কাঢ়িলে। সি ক'লে—ইয়াৰ পৰা সোনকালে যোৱাই ভাল হ'ব।

এন্টনী, পিটাৰ আৰু চুজি যোৱা বাটেৰে উভতি আহিল। পিটাৰ চুজিৰ

হাত ধৰাধৰিকৈ আহিল। লুচিয়ে চিঞৰিবলৈ ধৰিলে—তোৰ পোৰা মুখ আকৌ দেখোঁ যদি তোৰ নাক-কাণ কাটি তাত খাৰণি সানি দিম। কটীয়া চ'ল'মনে আৰক গিলি গিলি ভগা ভগা মাতেৰে কৈ গ'ল—শুচি যা কুকুৰনী! মোৰ ছোৱালী হৈ তই মোৰ নাক-কাণ কাটিলি......

মাছমৰীয়াৰ বস্তি পাৰ হোৱাৰ পাছতহে এন্টনীৰ মনটো ফৰকাল হ'ল। সি ক'লে—ভাল বাচিলোঁ। পুৰা নৰক। ঠাই যেনেকুৱা, মানুহবোৰো তেনেকুৱা। সিহঁত মানুহ নহয়, পিশাচ।

পিটাৰে এন্টনীলৈ চালে। ক'লে—চৌপাশৰ চাপতহে মানুহ পিশাচ হয়। ইহঁত সমাজৰ অতি তল খাপৰ খাটি খোৱা মানুহ। ইহঁত কেনে পৰ্যায় পাইছেগৈ, তাকে তোক দেখুৱালোঁ।

এন্টনীয়ে বিৰক্ত হৈ ক'লে—অৱশ্যে দেখিলোঁ। কিন্তু ইহঁতৰ প্ৰতি মোৰ কোনো সহানুভূতি নহ'ল।

পিটাৰে ক'লে—অথচ ইহঁতৰ কাৰণেই আমি কাম কৰি যাব লাগিব। ইহঁতক মানুহ কৰাৰ দায়িত্ব ল'ব লাগিব। তই এনে মাচমৰীয়াৰ বস্তিত থাকিব পাৰিবি?

—নোৱাৰোঁ। এক মিনিটো নোৱাৰোঁ।

—তেনেহলে তোৰ দ্বাৰা একো নহ'ব। বোকা গুচাবলৈ হ'লে হাতত বোকা লাগিবই। তেনেহলে তই লণ্ডনলৈ যোৱাই ভাল।

এন্টনী নিমাত। দুয়ো মনে মনে গৈ আছে। পিছত চুজি। পিটাৰে কৈ গ'ল—এটা কথা মনত ৰাখিবি। সেই পৰিষ্কাৰ আৰু সুন্দৰ লণ্ডনখন এদিনৰ ভিতৰতে তেনে হোৱা নাছিল। তাৰ মানুহবোৰ একেদিনাই সভ্য আৰু ভদ্ৰ হোৱা নাছিল। মই ইংৰাজৰ ইতিহাস পঢ়িছোঁ। তিনি শ' বছৰৰ আগতে তেওঁলোক আমাৰ নিচিনাই আছিল। তাৰ পাছত কঠোৰ পৰিশ্ৰম, নিষ্ঠা আৰু শিক্ষাদীক্ষাৰ জৰিয়তে তেওঁলোকে সমাজক এনে এটা স্তৰলৈ আনিব পাৰিলে। কিন্তু আমি নিজৰ দায়িত্ব আৰু পৰিশ্ৰম বিসৰ্জন দি তেওঁলোকে তৈয়াৰ কৰা মৌচাকত বহি মৌ খাইছোঁ। ধিক আমাৰ জীৱন! আমাৰ জাতিৰ মানুহবোৰৰ জীৱনো ধিক! যি ইংৰাজী শিকি বিদেশত থাকি বৰ বৰ কথা কৈছে তেওঁলোকৰ জীৱনো ধিক!

তাকে শুনি এন্টনীয়ে সুধিলে—বাহিৰত থাকি ইহঁতৰ কাৰণে একো কৰিব পৰা নেযাব জানো?

পিটাৰে ক'লে—ইহঁতৰ লগত থকাৰ অৰ্থ হ'ল ইহঁতৰ সুখ-দুখৰ সমভাগী হোৱা। বাহিৰৰ পৰা উপকাৰ কৰাটো অন্য ধৰণৰ কথা।

পিটাৰৰ মুখলৈ চাই এন্টনীয়ে সুধিলে—কেনেকৈ?

—ভিক্ষা দিয়া। তোৰ ইহঁতক ভিক্ষা দিয়াৰ কোনো অধিকাৰ নাই। তোৰ দেউতাৰেও এই কাম কৰা নাই। তেখেতে জানিছিল যে একে জাতৰ হ'লেও তেখেত এইখন সমাজৰ লোক নহয়। শেষত মোকে তেখেতে দায়িত্ব দিলে। চুজি বল এতিয়া। আমি ঘুৰি যাওঁ। পিটাৰে চুজিৰ হাতত ধৰি টানিলে। তাৰ মুখখন এতিয়া বিপৰীত ফালে।

—ক'লৈ যাবি? এণ্টনীৰ প্ৰশ্ন।

—থেৰেচপুৰমলৈ। তাৰ ৰালিচৰত মোৰ বোপাইৰ জুপুৰীৰ খুটা কেইটা এতিয়াও আছে।

—এই কুমলীয়া ছোৱালীজনী বাঘৰ মুখত……

এণ্টনীক বাধা দি পিটাৰে ক'লে—মোৰ ওচৰৰ পৰা এইক লৈ যাবলৈ কাৰো তাগজ নাই। তদুপৰি মাইকেলে এৰাতিৰ ভিতৰতে এইক বৰ ভাল পাই পেলাইছে। কাইলৈ এইক মাইকেলৰ লগত বিয়া দিম।

চুজিয়ে তলমূৰৈ থাকি ভৰিৰ নখৰে মাটি খুচৰিলে।

—চুজি, তোৰ মত আছে?

চুজিয়ে মূৰ জোকাৰিলে।

—আমি চাৰ্চলৈ নেযাওঁ। আড়ম্বৰ নকৰোঁ। বেণ্ড নবজাওঁ। কেৱল মাইকেলে তোৰ ডিঙিত মালা পিন্ধাব। তই ৰাজী?

চুজিয়ে আকৌ মূৰ জোকাৰিলে।

—মাইকেলৰ বিয়াত আমি ভোজভাত খাম। চুজিয়ে ৰান্ধিব। মাইকেলে এতিয়াই তোক নিমন্ত্ৰণ কৰিবগৈ। মন যায় যদি আহিবি।

কথাখিনি কৈ পিটাৰ অকণো নৰ'ল। থেৰেচপুৰমৰ বস্তিৰ ফালে বেগেৰে খোঁজ দিলে। এণ্টনী অলপ পৰ মনে মনে থিয় দি থাকিল। সি ঘৰৰ ফালে খোঁজ দিলে।

কল্ডৱেল স্কুলৰ উত্তৰে পুত্নত্তেৰু। নতুন ৰাস্তা। কেকুৰিটো পাওঁতেই চিবেষ্টিন কোৰেৰাৰ লগত দেখাদেখি হ'ল।—মিষ্টাৰ ফার্ণাণ্ডো দেখোন! গুড্ মর্নিং। ক'লৈ গৈছিল?

—পিটাৰৰ লগত সাগৰলৈ গৈছিলোঁ। দুদিনৰ পাছত উভতি আহিছোঁ।

—তেনেহ'লে আপুনি চহৰৰ ম'ষ্ট ইন্টাৰেষ্টিং খবৰটোৱেই মিছ কৰিলে।

—কি খবৰ?

—আপোনাৰ ঘৰত গৈ ক'মগৈ। বলক এতিয়া যাওঁ। বিৰক্ত হ'বনেকি?

—নিশ্চয় ন'হয়।

প'ৰ্টৰ মেইন গেইটৰ'ফালে দুয়ো গৈ থাকিল। যাওঁতেই চিবেষ্টিনৰ পৰা এন্টনীয়ে বহুত খবৰ পালে।

—কুলিৰ বস্তিত জুই লগোৱা মানুহটোৰ নাম হোচেন। চাব্ ইন্সপেক্টৰটো এই ফালৰ ল'ৰা। আমাৰ জাতৰে। ইয়াৰ সকলো কথা জানে। হোচেনক সি বেধুম পিটিলে। ফলত আছল খবৰ ওলাই পৰিল। কিন্তু অ'চিয়ে কেচটো ওলট-পালট কৰি পেলালে। অ'চিৰ লগত ইয়াৰ বৰ বৰ মানুহবোৰৰ বৰ ভাল সম্পৰ্ক। বিশেষকৈ বেণী মিৰাণ্ডা আৰু কাৰ্দোজা পৰিয়ালৰ......।

অলপ পৰ নিমাতে থাকি চিবেষ্টিনে জেপৰ পৰা উইল্‌চ চিগাৰেটৰ পেকেট এটা উলিয়াই এটা চিগাৰেট মুখত গুজি ল'লে। তেওঁ কৈ গ'ল—এটা কথা আছে: আৰাসান আগু্ কোলাবান দেবম্ নিগু্কোল্লুম। ৰজাৰ বিচাৰ হাতে হাতে, ভগৱানৰ বিচাৰ ধীৰে সুস্থিৰে। মোক্ষম কথা। আৰু সেই বিচাৰো বৰ মোক্ষম বিচাৰ। সেই বিচাৰৰ পৰা হাত সাৰিব নোৱাৰি।

ঘৰ পোৱাৰ লগে লগে চিবেষ্টিনে ক'লে—একাপ কফি......

এন্টনীয়ে ভিতৰলৈ গৈ কফিৰ ব্যৱস্থা কৰিলেগৈ। পোছাক সলাই চিবেষ্টিনৰ ওচৰতে বহিলহি। বাহিৰৰ কোঠাটোত।

কফিৰ কাপত শোহা এটা মাৰি চিবেষ্টিনে ক'লে—মেনুৱেল কাৰ্দোজাই আত্মহত্যা কৰিলে।

—হয় নেকি? এন্টনী অতিশয় আচৰিত।

—পৰহি মেনুৱেলৰ ঘৈনীয়েক লিণ্ডা ক্লাবৰ ফাংছনলৈ গৈছিল। তাই বহু

ৰাতিহে ঘৰলৈ উভতি আহিল। শোৱাৰ কোঠাৰ লগালগি হৈ থকা বাথৰুমৰ দুৱাৰ খুলিয়েই তাই সেই বীভৎস দৃশ্য দেখিলে। মেনুৱেল ফাঁচ লাগি মৰি আছে। চকু দুটা গাঁতৰ পৰা ওলাই আহিছে। জিভাখনো বাহিৰ হৈ পৰিছে।

মেনুৱেলক এন্টনীয়ে এবাৰহে দেখিছে। তাৰ ঘৈনীয়েক লিণ্ডাক হ'লে দেখিছে। ভাল চিনাকি নহয়। তথাপি সি সুধিলে—চুইচাইডৰ কাৰণ?

কফি খাই খাই চিবেষ্টিনে ক'লে—তাৰ ঘৈনীয়েকৰ লগত মনোমালিন্য। মেনুৱেল ইম্প'টেন্ট (পুৰুষত্বহীন) বুলি শুনিছোঁ। সন্তান জন্ম দিব পৰা নাই। তদুপৰি ঘৈনীয়েকৰ চাল-চলন সন্দেহজনক। এইবোৰ কাৰণতে সি ডিঙিত ফাঁচ লগাই মৰিল যেন পাইছোঁ।

চিগাৰেট হুপি হুপি চিবেষ্টিনে কিবা এটা ভাবিলে। অলপ পাছত ক'লে—অৱশ্যে তাৰ ককায়েক চুচান বৰ অবিশ্বাসী মানুহ। সম্পত্তিৰ আশাত সি ভায়েকক হত্যা কৰাও আচৰিত কথা নহয়।

এন্টনীয়ে তেতিয়া কফিৰ কাপত চুমা দিছিল।

—তেনেহ'লে আপুনি কি ঠিক কৰিলে? থাকি যাব? চিবেষ্টিনে সুধিলে। এন্টনীয়ে লাহে লাহে ক'লে—এতিয়ালৈকে একো ঠিক কৰা নাই। তিনি মাহৰ ছুটিৰ আৰু দুসপ্তাহ বাকী আছে। ইয়াৰ ভিতৰতে চূড়ান্ত সিদ্ধান্ত এটা ল'ব লাগিব।

দাৰোৱানটোৱে এন্টনীক দুদিনৰ চিঠিপত্ৰ দিলেহি। পোনতে মেৰীৰ চিঠিখনহে এন্টনীৰ চকুত পৰিল। তৎক্ষণাৎ তাৰ চিঠিখন খুলি পঢ়িবৰ ইচ্ছা গ'ল। কিন্তু সি ইচ্ছাটো দমালে।

চিবেষ্টিনে কৈ গ'ল—বেণী মিৰাণ্ডা সাংঘাতিক মানুহ। চহৰত যিবোৰ হত্যাকাণ্ড হয়, তাত বেণীৰ নাইবা চুচানৰ হাত থাকেই।

তাৰ পাছত মাতটো সৰু কৰি চিবেষ্টিনে ক'লে—আপুনি সাবধানে ফুৰাচকা কৰিব। পিটাৰ আপোনাৰ বন্ধু। কথাটো সিহঁতে গম পাইছে। গতিকে আপোনাৰ বিপদ। মই পহিলা দিনাই কৈছিলোঁ, আপুনি পলাওক; ইয়াত নেথাকিব।

এন্টনীয়ে সুধিলে—কিয় এনেকৈ কৈছে? এয়া আপোনাৰ অনুমাননে, আচলতে কিবা শুনিছে?

—ধানুষ্কোডি নাদাৰৰ তাত ঘুনুক-ঘানাককৈ শুনিছিলোঁ। কাৰ্দোজাৰ মেনেজাৰ লোবোৱে ধানুষ্কোডিক এনেকৈ কোৱা শুনিছিলোঁ। কিন্তু মোক দেখিয়েই সি একো নোকোৱা হ'ল।

চিবেষ্টিন খুড়াই পিটাৰৰ খবৰ ল'লে। তেওঁ মুছলমান পৰিবাৰক লৈ আহিছে। এতিয়া তাইৰে সৈতে ঘৰ-সংসাৰ কৰিছে। তেওঁৰ ল'ৰা দুটাই উপদ্ৰৱ কৰিছিল।

কিন্তু গুণ্ডা লগাই সিহঁতক ঠাণ্ডা কৰিলে। এতিয়া তেওঁৰ পিটাৰক বৰ দৰ্কাৰ।

চিবেষ্টিন গুচি গ'লত এন্টনীয়ে মেৰীৰ চিঠিখন খুলিলে। পোনতেই মেৰীৰ অভিযোগ।—আজিকালি তোমাৰ চিঠি নেপাওঁ। তোমাৰ দেশত তুমি সঙ্গিনী যোগাৰ কৰিছা বুলি শুনিছোঁ। মই আৰু বাট চাব নোৱাৰোঁ। মে-ত ছুটী লৈছোঁ। ৰিভিয়াৰা উপভোগ কৰিম। তুমি আহিলে ভাল। নাহিলেও মোৰ কাৰণে সঙ্গীৰ অভাৱ নহ'ব।

চিঠিখন পঢ়ি এন্টনী বিমৰ্ষ হৈ পৰিল। কিবা এটা কৰাৰ কথা ভাবিলে। কিন্তু ইয়াত কি ব্যৱস্থা কৰি যোৱা হ'ব? তোমাৰ, এন্টনী, এইখন দেশৰ প্ৰতি এটা দায়িত্ব আছে, কিবা কৰিব লগীয়া আছে। ই তোমাৰ দেউতাৰাৰো শেষ ইচ্ছা আছিল। তোমাৰ বন্ধু পিটাৰৰো......

লগে লগে চকুত ভাঁহি উঠিল মাছমৰীয়া মানুহৰ বস্তিৰ বাস্তৱ ছবিবোৰ। নৰকৰ দৰে। পিটাৰে আকৌ সিহঁতৰ লগত থাকি কাম কৰিবলৈ বিচাৰে। কিন্তু তাত থকাটো অসম্ভৱ কথা।

দেশৰ কাৰণে কিবা এটা কৰা দৰ্কাৰ। বিশেষকৈ দেশৰ এনে হীন অৱস্থাৰ সময়ত। কিন্তু সেই বুলি বস্তিত কিয় থাকিম? তাত দুদিন থাকিলেই শৰীৰ ভাগি পৰিব। অসুখ হ'ব।

সন্ধিয়া অন্ধকাৰত সি বাৰান্দাত ঘূৰি ফুৰিছে। তাৰ মনৰ মাজত তুমুল তৰ্ক। দেশভক্তিৰ ৰোমাণ্টিক ভাবনাৰ লগত বাস্তৱ সত্য এতিয়া মুখামুখি হৈছে। এটা কঠিন চেলেঞ্জ।

এটা কুষ্ঠ ৰোগী। তাৰ গোটেই গাত ঘা। ৰোগৰ যন্ত্ৰণাৰ বাবেই তাৰ মুখত অশ্লীল কথা। সি এটা পাগল। যি তাৰ সেৱা কৰিব তাকে সি মাৰিব। কামুৰিব, গালি পাৰিব। কিন্তু তাক তুলি আনি আলফুলকৈ ঘাবোৰত দৰব লগাব লাগিব।

এন্টনীৰ চিন্তা কৰাৰ শক্তি হেৰাই গৈছে।—নোৱাৰোঁ, নোৱাৰোঁ। মই কোনো পধ্যে নোৱাৰোঁ। ইয়াৰ বাবে প্ৰস্তুতিৰ প্ৰয়োজন। ইয়াৰ বাবে সময় লাগে। পিটাৰৰ ধাৰণাটো অবাস্তৱ। সি সৰু কালৰে পৰা আৰামত ডাঙৰ-দীঘল হৈছে। সি সিহঁতৰ লগত নেথাকিও সিহঁতৰ হিত সাধিব নোৱাৰিব কিয়? ডাক্তৰে ৰোগীক কোলাত লৈ থাকে নেকি?

পিটাৰৰ মগজত থিতাপি লোৱা ধাৰণা কিছুমান অদ্ভুত। বিশ্ববিদ্যালয়ৰ শিক্ষা নেথাকিলে মানুহৰ এনেবোৰ আকোৰগোঁজ মনোভাব থাকেই। পিটাৰ জেদী, আকোৰগোঁজ। সৰু সমাজখনত সি এটা পাট বেং। তাৰ লগত হাত মিলাই কাম কৰা সম্ভৱ নহয়। তাৰ উপৰিও এন্টনীয়ে মেৰীৰ কথাও ভাবিব লাগিব।

তাই যদি তাৰ লগত আছে, তাই মাছমৰীয়াৰ বস্তিত কেতিয়াও থাকিব নোৱাৰিব।

—কিন্তু এন্টনী, তোমাৰ দেউতাৰাৰ এই প্ৰকাণ্ড ঘৰটো তোমাৰ নহয়......

এন্টনীৰ মন অস্থিৰ।

এঞ্জেলা মাহী ওপৰলৈ উঠি আহি তাক ক'লেহি—এজনী সাংঘাতিক তিৰোতাই তোমাক লগ পাবলৈ আহিছে। ইয়ালৈকে পঠিয়াম নে, তললৈ নামি যাবা।

—কোন? এন্টনীৰ প্ৰশ্ন।

এঞ্জেলাই ভগা বেৰখনৰ ফালে হাত দেখুৱাই ক'লে—ফতিমা মেমচাহাব।

—তলত বহুওৱা। মই গৈছোঁ। গাত কুৰ্তাটো ভৰাই এন্টনী মানুহক বহুওৱা কোঠাটোলৈ গ'ল।

এখন চোকাত ফতিমা মেমচাহাব। তাইৰ শৰীৰটোৱে গোটেই চোকাখন জুৰি আছে। বিয়াগোম চেহেৰা। উৰঁলি পৰা যৌৱনক বান্ধি ৰখাৰ প্ৰচেষ্টা হ'লে প্ৰকট। সাজ-পোছাকত আধুনিকা। চকুত কাজল, ওঁঠত লিপ্‌ষ্টিক। পিন্ধিছে সেউজীয়া জৰ্জেট। তাৰ লগত ম্যেচ্‌ কৰা ব্লাউজ। ডিঙিত মুকুতাৰ মালা। মুখ, ডিঙি আৰু বুকৰ খোলা অংশত পাউডাৰ।

ফতিমা মেমচাহাবে মুকুতাৰ দৰে দাঁত দুপাৰি উলিয়াই হাঁহি হাঁহি ক'লে—মই দুদিন আহি উভতি গৈছোঁ। মই তোমাৰ মাহী। ওচৰতে থাকোঁ। তোমাৰ মাৰা সম্পৰ্কত মোৰ বাইদেউ। তোমাৰ দেউতাৰাই মোক বৰ মৰম কৰিছিল। তেখেতৰ মৃত্যুত মোৰ হিয়া ভাগি পৰিছে। এতিয়া এইখন ঘৰত মই সোমাব নোৱাৰোঁ। বৰ দুখ লাগে।—ইয়াকে কৈ ফতিমাই মুখত ৰুমালখন গুজিলে। কাৰণ মুখৰ পৰা কথাৰ সলনি কান্দোনহে ওলাইছিল। চকু দুটাও ঢাকিলে। চকুলো বৈছিল। গোটেই কোঠাটোত বিদেশী চেন্টৰ সুবাস।

—সদায় ভাবোঁ, ল'ৰাটো অকলে থাকে, তাৰ কোনো দেখাশুনা কৰোঁতা নাই। কিন্তু এইখন ঘৰলৈ মোৰ আহিবলৈকে মন নেযায়। কি আছিল আৰু এতিয়া কি হ'ল!

এন্টনীয়ে মানুহজনীক ভালকৈ লক্ষ্য কৰি আছে। তাৰ তাইক অকণো ভাল লগা নাই। তথাপি ভদ্ৰতা দেখুৱাই ক'লে—একাপ কফি খাওক।

ফতিমাই মিচিকিয়াই হাঁহি ক'লে—তোমাৰ দেউতাৰা থকাহেঁতেন মোক কফি নিদিলেহেঁতেন। তেওঁ মোক বিদেশী প'ৰ্ট ৱাইন, ছেৰী আদি খুৱালেহেঁতেন। মোৰ সেই সুখ শেষ হ'ল।......

তাই এটা হুমুনিয়াহ কাঢ়িলে। তাই কি অভিপ্ৰায় লৈ আহিছে এন্টনীয়ে ধৰিব পৰা নাই।

—মাহীয়েক বুলি ভাবিছা যদি চৰবৎ এগিলাচকে দিয়া।

এন্টনীয়ে এঞ্জেলাক চৰবৎ দিবলৈ ক'লে। ফতিমাই ভালকৈ বহি ল'লে। ক'লে—এটা সৰু কামৰ বাবে তোমাৰ ওচৰলৈ আহিলোঁ। তোমাৰ দেউতাৰা অনেক দিনৰ পৰা অসুস্থ। তেখেতে কাকো ওচৰ চাপিবলৈ দিয়া নাছিল। কেৱল মোৰ বাহিৰে। আৰু মোৰো ভয়-সংশয় আৰু ঘিণ-ঘাণ নাছিল। এদিন তেখেতে ক'লে—ফতিমা, তুমি মোৰ কাৰণে যি কৰিছা তাৰ পৰিশোধ কৰা টান। তোমাৰ নিজৰ ঘৰ-দুৱাৰ নাই। মোৰ নিজৰ ল'ৰা নিৰুদ্দেশ। সেই কাৰণে তোমাক আমাৰ বাগিছাৰ অংশ এটা দিম বুলি লিখি দিছোঁ। ইয়াতে ঘৰ সাজি থাকিবা।......

এন্টনীৰ মুখত কথা নাই। ফতিমাই কৈ গ'ল—তেখেতে বাগিছাখন মোৰ নামত লিখি দিলে। চুচান কাৰ্দোজা সাক্ষী আছিল। কাগজ-পত্ৰবোৰ মোৰ লগতে আছে।

—মই এইবোৰ একো ক'ব নোৱাৰোঁ। এইবোৰ কাম উকীল ৰামচন্দ্ৰ আয়াৰে কৰে। মই জনামতে দেউতাই মৰাৰ আগতেই উইল কৰি গৈছিল। তেওঁ যাক যি দিব লাগে দি গৈছে। উইলৰ প্ৰোবেট নিয়া হৈ গ'লেই সকলোৱে নিজ নিজ অংশ পাব।

—এটা কথা, বোপা। মৰাৰ আগতে মানুহৰ বুদ্ধি নষ্ট হয়। তেখেতৰ কথাটো মনত নেথাকিবও পাৰে।

—এইবোৰ কথা আপুনি উকীলক কওক। তেওঁ কিবা এটা কৰিব পাৰে।

—তেওঁতো কৰিবই। পিছে তুমি হ'লা আপোন মানুহ। তোমাৰ লগত সেয়েহে আগতে কথাবাৰ্তা পাতি লওঁ বুলি ভাবিছোঁ। তুমি ইয়াত অকলে অকলে থাকা। কেনেকৈ সময় কটোৱা? এই বেৰখনৰ সিফালেই মই থাকোঁ। মাহী বুলি ভাবা যদি আহিবা। এতিয়া মই যাওঁ দেই।

ফতিমা মেমচাহাব উঠিল। থিয় হৈ ক'লে—তোমাৰ মাৰাৰ দুটা হীৰাৰ কাণফুলি আছিল। বাইদেউ মৰাৰ পাছত মা-পিল্লেক (ভিনদেউক) ক'লোঁ, মা-পিল্লে, কাণফুলিযোৰ মোকে দিয়ক। তেখেত দিবলৈ ৰাজী হৈছিল। তাৰ পাছত কথাটো মা-পিল্লেও পাহৰিলে, ময়ো পাহৰিলোঁ। বস্তুটো এতিয়াও আছেনে বাৰু? মাৰাৰ গহনাবোৰ কি কি আছে চাই লৈছানে? চব মিলাই চাব লাগিব। তুমি নোৱাৰিলে মোক মাতিবা। এতিয়া বাৰু আহিলোঁ।

ইয়াকে কৈ তাই দুৱাৰদলিলৈ আহি আকৌ ৰ'ল। ক'লে—এটা কথা শুনিলোঁ। সঁচা-মিছা নেজানো। মা-পিল্লেই হেনো সকলো সম্পত্তি সেই হতচিৰি ছোৱা পিটাৰৰ নামত উইল কৰিলে।

এন্টনীয়ে একো নকৈ ফতিমাৰ মুখলৈহে চাই থাকিল।

—তুমি থাকোতেই এই সম্পত্তি সেই চয়তানটোৱে পাব? আমাৰ কিন্তু কথাটো সহ্য হোৱা নাই। তুমি গোচৰ কৰা। মই আৰু চুচান কাৰ্দোজাই তোমাৰ হৈ সাক্ষী দিম।

দুৱাৰদলি পাৰ হৈ লাহে লাহে খোজ দিয়াৰ সময়ত ফতিমাই কৈ গ'ল—পিটাৰ এটা চয়তান, হাৰামজাদা। তাক এইটো ঘৰৰ কাষলৈকে আহিবলৈ নিদিবা।

ফতিমা মেমচাহাব গুচি যোৱাৰ প্ৰায় তিনি ঘণ্টাৰ পাছৰ ঘটনা। মেইন গেইটৰ কাষত কাৰোবাৰ বিকট চিঞৰ। দাৰোৱানটোৱে খাই আছিল। শুনিয়েই সি পাতৰ ভাত এৰি দৌৰি আহিল। সি পাতল আন্ধাৰত দেখিলে যে গেইটৰ ওচৰত মানুহ এটা উবুৰি খাই পৰি আছে। তাৰ বুকুৰ তলত তেজ।

ঘৰৰ পৰা কেইটামান চাকৰো আহি পালেহি। সিহঁতৰ হাতত চাকি। মানুহটোক ধৰাধৰি কৰি চিৎ কৰোতেই দেখা গ'ল যে সি মাইকেল। তাৰ বুকত চোকা ছুৰি সোমাইছে; সেই ঠাইৰ পৰা হোলোকে হোলোকে তেজ ওলাইছে।

এন্টনীক খবৰটো দিয়া হ'ল। সি দৌৰি ওলালহি। তাক তুৰন্তে হস্পিটেললৈ নিয়া হ'ল। তেতিয়াহে পিটাৰক খবৰ দিয়া হ'ল। হস্পিটেললৈ নিওঁতে বাটতে মাইকেলৰ মৃত্যু হ'ল।

লাচটো প'ষ্টমৰ্টেমৰ বাবে পঠোৱা হ'ল। পুলিচ ৰিপ'ৰ্ট। ইন্‌ভেষ্টিগেছন। জেৰা। পুলিচৰ কুকুৰ শুঁঙি শুঁঙি ফতিমা মেমচাহাবৰ ঘৰ পোৱা। তাৰ পৰা কাৰ্দোজাৰ অফিচ। কিন্তু কাৰোবাক সন্দেহ কৰিব পৰা প্ৰমাণ এটা পোৱা নগ'ল। তাৰপৰা কুকুৰটো সাগৰৰ পাৰ পালেগৈ। এঠাইত সি শুঁঙিলে। তাত বালিৰ তলত ছুৰি এখন পোৱা গ'ল। ছুৰিত শুকাই থকা ক'লা তেজ।

গোটেই নিশা থানাত। এন্টনীৰ অসম্ভৱ ব্যস্ততা। পিটাৰ নিমাত। এন্টনীৰ ঘৰত বহি সি যেন ধ্যানস্থহে। এন্টনীয়ে থানাৰ পৰা ঘূৰি আহি সুধিলে, কুকুৰটো ক'লৈ ক'লৈ গৈছিল?

এন্টনীয়ে সকলো কথা কৈ গ'ল। পিটাৰে অন্যমনস্কভাৱে শুনি ক'লে—হত্যাকাৰীৰ ভুল হ'ল। মাইকেল আৰু মই দেখাত প্ৰায় একেই। সিহঁতে মাইকেলক মই বুলি ভাবিলে।

ইয়াকে কৈ সি বৰ অস্থিৰ হৈ পৰিল। সি হাঁহাকাৰ ধ্বনিৰে ক'লে—চুজিৰ ঘৰ-সংসাৰ কৰাৰ স্বপ্ন শেষ হৈ গ'ল। সি আছিল মোৰ সোঁ হাত। মোৰ আজি এখন হাত ছিগিল।

পিটাৰে এটা সৰু ল'ৰাৰ দৰে কান্দিবলৈ ধৰিলে। অলপ পৰৰ পাছত স

কান্দোন বন্ধ কৰি, মুখখন গামোচাৰে মচি দৃঢ়ভাৱে থিয় হ'ল। অকস্মাতে তাৰ মুখ-চকুৰ ভাব সলনি হ'ল। মুখত এটা ভয়ঙ্কৰ ভাব ফুটি উঠিল। সি ধীৰে ধীৰে ক'লে—ইহঁতক আৰু ক্ষমা কৰিব নোৱাৰি।

কি কৰিবি বুলি সুধিবলৈ এন্টনীৰ ইচ্ছা হ'ল। কিন্তু তাৰ মুখৰ পৰা কথাকে নুফুটিল। সিহঁত ভালেমান পৰ নিমাতে ৰ'ল। শেষত এন্টনীয়ে ক'লে—আবেলিহে প'ষ্টমৰ্টেম কৰাৰ পাছত বডিটো অনাব লাগিব। তাৰ আগতে আমাৰ আৰু কৰিবলগীয়া একো নাই। ইন্‌ভেষ্টিগেছনৰ বাবে পুলিচ······

পিটাৰে লাহে লাহে ক'লে—একো লাভ নাই। হত্যাকাৰীক পোৱা নেযাব। মোৰ দেউতাৰ বেলিকাও একেই হৈছিল। ইহঁতক শাস্তি দিব লাগিব—আমি। মোৰ প্ৰাণ দি হলেও······। পিটাৰৰ দুচকুত যেন একুৰাকৈ জুইহে জ্বলিছে। বাহিৰত তেতিয়া অন্ধকাৰ। ৰাতি পুৱাবলৈ আৰু দুঘন্টা মানহে বাকী।

দাৰোৱানটোৱে আহি কাগজ এখন দি ক'লে—টেলিগ্ৰাম। এন্টনীৰ নামত আৰ্জেন্ট কেৱল। লণ্ডনৰ পৰা। এন্টনীয়ে পঢ়িলে—কাম ছাৰ্প। ইয়ৰ প্ৰেজেন্স ভেৰি আৰ্জেন্ট্‌লি নীডেড। ভি. কে. কে. এম।

স্বয়ং কৃষ্ণ মেননৰ কেৱল! এন্টনীয়ে কেৱলৰ কাগজখন পিটাৰৰ ফালে আগুৱাই দিলে। পিটাৰ চকু ফুৰাই চাই সুধিলে—কেতিয়া যাব?

এন্টনীয়ে অলপ পৰ ভাবিলে। ক'লে—পুৱাতেই। ড্ৰাইভাৰে ত্ৰিবান্দ্ৰমত থৈ আহিব। তাৰপৰা মাদ্ৰাজ। মাদ্ৰাজৰ পৰা লণ্ডনৰ প্লেন ধৰিম।

—তেনেহলে যা। ভালেই হ'ল।

কিন্তু পিটাৰৰ এই উক্তি গতানুগতিক। তাত প্ৰাণৰ উম নাছিল।

চিষ্টাৰ চোফায়াই সাগৰৰ পাৰত পুৰা দুদিন ঘুৰি ফুৰিছে। পুৱাৰ পৰা সন্ধিয়ালৈকে। উত্তৰৰ পৰা দক্ষিণলৈকে। তাই পিটাৰক দেখা পোৱা নাই। তাই এটা ল'ৰাক চিঠিখন দি হেয়াৰ আইলেণ্ডলৈ পঠিয়াইছিল। সিও তাত পিটাৰক নেপালে। চিষ্টাৰৰ প্ৰাণে কান্দি উঠিল। তাই এতিয়া ব্যাকুল।

দুদিনৰ আগৰ পুৱাতে দেখা সপোনটো : চিষ্টাৰৰ অসম্ভৱ সুখানুভূতি। তাইৰ বুকুত মুখ লগাই এটা কেচুৱাই পিয়াহ খাইছে। তৃপ্তিত তাইৰ নিদ্ৰা আৰু গাঢ় হৈছে। হঠাতে তাই গম পাইছে যে গাখীৰ চোপা বন্ধ হৈছে। টোপনিৰ মাজতেই চিষ্টাৰৰ গাটো শিঁয়ৰি উঠিল। কেচুৱাটো তাইৰ বুকুৰ পৰা আঁতৰাই নিলে। দেখিলে পিটাৰৰ বিমৰ্ষ মুখখন। তাইৰ হিয়া ভগা কান্দোন। চকুত বাৰিষাৰ বান।

নিজৰ কান্দোনৰ শব্দতে তাইৰ টোপনি ভাগিল। ছিঃ ছিঃ, বৰ লাজৰ কথা! চকুৰ পানীয়ে গাৰুটো তিয়ালে। মনত পৰিল পিটাৰৰ মৰা মুখখনলৈ। তেতিয়াৰ পৰাই চিষ্টাৰ চোফায়া ব্যাকুল!

শেষত তাৰ সন্ধান পোৱা গ'ল অলংগাৰথিট্টুৰ ওখ পাৰত। উত্তৰৰ মাছ-মৰীয়াৰ বস্তি পাৰ হোৱাৰ পাছতে অলংগাৰথিট্টুৰ। বহুত দিনৰ আগতে তাত মুকুতাৰ বজাৰ বহিছিল। তেতিয়াৰ দিনত ওচৰৰ সাগৰত মুকুতা তোলা হৈছিল। এতিয়া সেই ঠাই নিৰ্জন।

চোফায়াই দেখিলে যে ওখ বালিৰ দ'মৰ ওপৰত পিটাৰ থিয় হৈ আছে। পিছফালৰ পৰা তাৰ গাৰ ওপৰত বিদায়ী সুৰুযৰ পোহৰ পৰিছে। পিটাৰে অকণো লৰচৰ কৰা নাই। সি নিশ্চল। তাৰ কেকোৰা-কেকুৰি চুলিবোৰ বতাহত নাচিছে। পিটাৰ ধ্যানমগ্ন। চিষ্টাৰ চোফায়া বহুত সময় পিটাৰৰ পিছফালে থিয় দি থাকিল। পিটাৰ যেন এটা শিলৰ মূৰ্তিহে। অৱশেষত তাই পিটাৰৰ আগত থিয় হ'লহি। লাহে লাহে ক'লে—মই আহিছোঁ……

পিটাৰে তাইলৈ চালে। কিন্তু সেই হাল চকু নিমিষতে তিৰবিৰ নকৰিলে। সেই চকুত আগৰ জ্যোতি আৰু নাই।

—চোফায়া, মাইকেল আৰু নাই।

—জানো। এঞ্জেলা মাহীৰ পৰা খবৰটো পালোঁ। সিহঁতে তোমাকহে মাৰিবলৈ বিচাৰিছিল। ভুল কৰি……

—ঠিকেই কৈছা।

—তুমি ইয়াৰ প্ৰতিশোধ নল'বা ?

—নিশ্চয় ল'ম।

—তেনেহলে এইটো লোৱা।

চিন্তাৰ চোফায়াই তাইৰ আলখাল্লাৰ পৰা এটা ৰিভল্‌ভাৰ উলিয়াই পিটাৰৰ হাতত দিলে।

দিনৰ পোহৰে মেলানি মাগিলে। চৌদিশে অন্ধকাৰ। সমুদ্ৰ বিষণ্ণ। গম্ভীৰ। অলংগাৰথিট্টুৰ তলত ডাঙৰ ডাঙৰ ঢৌৰ পাৰত খুন্দা মৰাৰ শব্দ। মাজে মাজে মেঘৰ গাজনিৰ দৰে শব্দ। বতাহ উন্মত্ত। সিহঁত দুটা নিচেই ওচৰা-ওচৰি। দুয়ো বালিত বহিছে। মুখামুখিকৈ। চিন্তাৰৰ কোমল হাতখন পিটাৰৰ তিখা যেন হাতখনে খামোচ মাৰি ধৰিছে।

—অনেক দিনৰ পৰা তুমি মোক সঙ্গিনী হ'বলৈ কেবা বাৰো কৈছা। মইহে প্ৰস্তুত হ'ব পৰা নাছিলোঁ। ভয়, লাজ আৰু বহু ভবাগুণা......। আজি কিন্তু মই প্ৰস্তুত। মই তোমাৰ ওচৰত......

পিটাৰৰ নিস্প্ৰভ চকুত নিমিষতে বিজুলীৰ পোহৰ। মনৰ পোহৰ।

—নিয়া, মোক গ্ৰহণ কৰা। মোৰ মুৰৰ এই টুপীটো খুলি পেলোৱা। মোৰ সকলো আবৰণ আৰু মোৰ মুখাখন খোল খাওক। মই আৰু এইবোৰ সহিব নোৱাৰা হৈছোঁ। সকলো আবৰণ গুচাই তুমি মাথোন মোক গ্ৰহণ কৰা। তাৰ পাছত তোমাৰ যি ইচ্ছা তাকে কৰা। মই তোমাক একান্তভাৱে সকলো অৰ্পণ কৰিছোঁ......

পিটাৰে লাহে লাহে দুহাতেৰে তাইক গ্ৰহণ কৰিলে। সি তাইৰ সুকোমল শৰীৰটো বুকুত সুমুৱাই ল'লে। সাইলাখ মাষ্টৰে বীণাখন হাতত তুলি লোৱাৰ দৰে।

সন্ধিয়া পাৰ হ'ল। প্ৰথম প্ৰহৰ ৰাতি। আকাশত হীৰা-মুকুতা জ্বলিছে। সাগৰৰ পানী এলান্ধুৰ দৰে ক'লা। ওচৰৰ জোপোহা বনৰ পৰা ফেউৰাৰ মাত। দুয়ো প্ৰেমিক-প্ৰেমিকাৰ কাৰণে এতিয়া বাহ্য জগতখন নোহোৱা হৈছে। সিহঁতৰ গাত হুঁচ নাই......

পিটাৰ হঠাৎ থিয় হ'ল। সি চোফায়াক ৰিভল্‌ভাৰটো ঘুৰাই দিলে।

—এইটো তোমাৰ লগতে থাওক। তুমি ইয়াত বহা। মই ঘুৰি নাহেঁা মানে ক'লৈকো নেযাবা।

—যদি ঘুৰি নাহা, তেতিয়া কি কৰিম কৈ যোৱা। চিন্তাৰে সৰু ছোৱালী-জনীৰ দৰে ফেঁকুৰি-ফেঁকুৰি ক'লে।

—তেতিয়া হ'লে ধৰি ল'বা যে মই ধৰা পৰিছোঁ। তেতিয়া তুমি ইয়াৰ প্ৰতিশোধ লোৱাৰ দায়িত্ব ল'ব লাগিব।

পিটাৰ অন্ধকাৰৰ লগত মিলি গ'ল।

দুদিনৰ পাছৰ কথা। লণ্ডনৰ হাই কমিচনাৰ অফিচত লাঞ্চ-ব্ৰেক। এণ্টনীয়ে অলপ আগতে অহা মাদ্ৰাজৰ 'হিন্দু' নামৰ ইংৰাজী দৈনিক কাগজখন তন্ন-তন্নকৈ পঢ়িছে। হঠাৎ তাৰ চকুত পৰিল এটা খবৰত : টিউটিকুৰিণত দুটা হত্যাকাণ্ড। দুজন বিখ্যাত ব্যৱসায়ী আৰু দেশপ্ৰেমিকক। হত্যাকাৰীক বিচাৰি পোৱা নাই। অনুসন্ধান চলিছে। পাছত বিস্তৃত বৰ্ণনাখিনিও সি পঢ়ি গৈছে : মীনপাৰোৱা সম্প্ৰদায়ৰ দুজন বিশিষ্ট ব্যৱসায়ী আৰু নেতা চুচান কাৰ্দোজা আৰু বেণী মিৰাণ্ডাক কাৰ্দোজা কোম্পানীৰ গেষ্ট ৰুমত একেলগে মৰি থকা অৱস্থাত পোৱা যায়। দুয়োজনকে ডিঙি মুচৰি হত্যা কৰা হৈছিল বুলি পুলিচে কয়। হত্যাকাৰী পিছ ফালৰ দুৱাৰেদি কোঠাত সোমায়। সি ভৰিত মোজা পিন্ধিহে ভিতৰত সোমাইছিল। হাততো হাতমোজা। হত্যাকাৰীয়ে একো চিন এৰি থৈ যোৱা নাই। পুলিচৰ কুকুৰেও একো উৱাদিহ পোৱা নাই।

খবৰটো পঢ়োতে এণ্টনীৰ উশাহ-নিশাহ বন্ধ হোৱা অৱস্থা। পঢ়ি শেষ কৰিহে সি এটা স্বস্তিৰ নিশ্বাস ল'লে। পিটাৰে তেনেহলে প্ৰতিশোধ ল'লে। ধন্য পিটাৰ!

পিটাৰক ওচৰতে পাবৰ বাবে এণ্টনীৰ মনটো উত্ৰাৱল হৈ পৰিল। সি নিজক নিজে কোৱাৰ দৰে ক'লে—মই নোৱাৰিলোঁ। তই পাৰিছ। তই পাৰিবিও......